# আধুনিক অসমীয়া সাহিত্যৰ ইতিহাস

ডঃ শৈলেন ভৰালী

চন্দ্ৰ প্ৰকাশ
টিহু : গুৱাহাটী

Adhunik Asamiya Sahityar Etihas : A History of Modern Assamese Literature by [redacted] M.A. Ph. D , Reader in Assamese Gauhati University and published by Sri Rajendra Mohan Sarma, M/s Chandra Prakash, Tihu : Guwahati. Price Rs [redacted]

প্ৰকাশক

শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্মা

চন্দ্ৰ প্ৰকাশ

টিহু : গুৱাহাটী

দ্বিতীয় প্ৰকাশ

জানুৱাৰী ১৯৯২ চন

বেটুপাত :

শ্ৰীত্ৰৈলোক্য দত্ত

মূল্য—৪০,০০ টকা

ছপা :

তপোৱন প্ৰেছ

কুমাৰপাৰা, গুৱাহাটী-৯

# মুখবন্ধ

১৮৮৯ চনত প্ৰকাশিত 'জোনাকী' কাকতে আধুনিক অসমীয়া সাহিত্যৰ প্ৰগতিৰ পথ নিৰ্মাণ কৰে। সেই সময়ৰ পৰা বৰ্তমানলৈকে অসমীয়া সাহিত্যৰ বিস্তৰ উন্নতি হৈছে। স্বাধীনতা লাভৰ পাছত এই উন্নতি অধিক [illegible] আৰু ব্যাপক হৈছে; সাহিত্যৰ বিভিন্ন শাখা-প্ৰশাখা পুষ্ট হৈ উঠাৰ উপৰিও ন ন ধাৰা প্ৰৱৰ্তিত হৈছে। কিন্তু সাহিত্যৰ বুৰঞ্জীসমূহত এই সময়ছোৱাৰ সাহিত্যৰ বিচাৰ-বিশ্লেষণ কৰা হোৱা নাই। বিশেষকৈ, যোৱা তিনিটামান দশকৰ অসমীয়া সাহিত্যৰ বিকাশৰ ধাৰা সম্পৰ্কে এই বুৰঞ্জীসমূহত আলোচনা দাঙি ধৰা হোৱা নাই। তেনে এটি অভাৱৰ কথা চিন্তা কৰিয়েই পুথিখনৰ ৰচনাৰ কামত আগবঢ়া হৈছিল। আধুনিক অসমীয়া সাহিত্যৰ বিকাশৰ ধাৰা পৰিস্ফুট কৰি তুলিবলৈ ইয়াত চেষ্টা কৰা হৈছে আৰু সেই উদ্দেশ্যে তথা আলোচনাৰ সুবিধাৰ্থে ১৮৮৯ চনৰ পৰা বৰ্তমানলৈকে—এই দীঘলীয়া কালছোৱাক দুটা ভাগত বিভক্ত কৰি লোৱা হৈছে। উল্লিখিত সময়ছোৱাৰ সকলো লেখক আৰু সকলো কিতাপেই ইয়াৰ অন্তৰ্ভুক্ত হৈছে বুলি ভাবিলে ভুল হ'ব। সাহিত্যৰ ধাৰাৰ বিষয়ে জানিবলৈ আটাইবোৰৰে প্ৰয়োজনো বোধকৰোঁ নাই। কিন্তু পুথিখনত যে যথেষ্ট ত্ৰুটি আছে, সেই বিষয়ে আমি নিশ্চিত। আমাৰ অজ্ঞতাৰ বাবে দুই-চাৰিটা অতি প্ৰয়োজনীয় কথা বাদ পৰি গৈছে। তদুপৰি, শিশু-সাহিত্যৰ সমল আমাৰ হাতত নথকা বাবে সেই বিষয়ক আলোচনা ইয়াত সন্নিবিষ্ট কৰিব পৰা নহ'ল। অন্যান্য কথা বাদ দিলেও অন্ততঃ এইটো ত্ৰুটি দূৰ কৰিব নোৱাৰালৈকে পুথিখন অসম্পূৰ্ণ হৈ থাকিব বুলি আমি ধাৰণা কৰিছোঁ।

পুথিখন শেষতে প্ৰকাশ কৰা হৈছিল, 'আধুনিক অসমীয়া সাহিত্য : দুটি অধ্যায়' এই নামেৰে। ১৮৮৯ ৰ পৰা ১৯৭৩ লৈকে অসমীয়া সাহিত্যৰ আলোচনাই তাত ঠাই পাইছিল। আহিকাকত দিয়ে চাব নোৱাৰা বাবে অমাৰ্জনীয় ভুল-আন্তিৰে পুথিখন ওলাই আহিছিল। সেইবোৰ

ইয়াত আঁতৰাবলৈ চেষ্টা কৰা হৈছে আৰু আলোচনাৰ কাল বৰ্তমানলৈকে আগুৱাই অনা হৈছে। আশাকৰোঁ, পুথিখনে পাঠকৰ আদৰ পাব।

পুথিখন ছপাবলৈ আগ্ৰহ প্ৰকাশ কৰিলে চন্দ্ৰ প্ৰকাশৰ শ্ৰীৰাজেন শৰ্মাই। এই উদ্যোগী প্ৰকাশকজনৰ উত্তৰোত্তৰ উন্নতি কামনা কৰিলোঁ। ভগৱানে তেখেতৰ উৎসাহ-উদ্দীপনা অটুট ৰাখক।

গুৱাহাটী বিশ্ববিদ্যালয় শৈলেন ভৰালী

# সূচীপত্ৰ

১৮৪৬ চনত মিছনেৰিসকলৰ সংবাদপত্ৰ 'অৰুনোদই' প্ৰকাশ পোৱাৰ পাছৰে পৰা আধুনিক অসমীয়া সাহিত্যৰ বাট মুকলি হয়। ইংৰাজৰ শাসন প্ৰৱৰ্ত্তিত হোৱাৰ অলপ পাছতেই স্কুল, আদালতৰপৰা অপসাৰিত হোৱা অসমীয়া ভাষাৰ পুনৰুদ্ধাৰৰ কাৰণে খৃষ্টিয়ান মিছনেৰিসকলে যি ৰণগুণি আগবঢ়ালে সিয়েই আধুনিক অসমীয়া সাহিত্যৰ ভেটি নিৰ্মাণৰ শুভাৰম্ভ কৰিলে বুলি ক'ব পাৰি। ভাষা উদ্ধাৰৰ কাৰ্য্যত মিছনেৰিসকলৰ প্ৰধান সহায়ক আনন্দৰাম ঢেকিয়াল ফুকনৰ অৱদানো উল্লেখযোগ্য। অসমীয়াৰ আত্মপৰিচয়ৰ যুঁজত তেওঁ যুক্তি আৰু সাহসেৰে অৱতীৰ্ণ হৈছিল। মিছ-নেৰিসকলৰ সাহিত্যিক প্ৰচেষ্টাই কেইবাজনো অসমীয়া লেখকক উদগনি যোগালে আৰু তেওঁলোকৰ আশাশুধীয়া চেষ্টাৰ ফলতেই অসমীয়া ভাষা সাহিত্যাই নৱপ্ৰতিষ্ঠা লাভ কৰিলে। 'অৰুনোদই'ৰ লেখকসকল হ'ল আধুনিক অসমীয়া সাহিত্যৰ বাটকটীয়া। তেওঁলোকৰ ৰচনাৰ মাজেদি আধুনিক যুক্তিবাদী, মানৱতাবাদী আৰু সংস্কাৰধৰ্মী চিন্তাধাৰাই প্ৰকাশ লাভ কৰিছিল। ঊনবিংশ শতিকাৰ ভাৰতীয় নৱজাগৰণৰ ধ্যান-ধাৰণাই তেওঁলোকক স্পৰ্শ কৰিছিল। 'অৰুনোদই'য়ে আৰম্ভ কৰা সাহিত্যৰ ভেটিটো গঢ় লৈ উঠিল হেমচন্দ্ৰ বৰুৱা, গুণাভিৰাম বৰুৱা, ৰমাকান্ত চৌধুৰী, ভোলা নাথ দাস, কমলা-কান্ত ভট্টাচাৰ্য্য আদি লেখকসকলৰ হাতত। এই লেখকসকলৰ যত্নতেই অৰুনোদই'ৰ কালছোৱাত অসমীয়া ভাষাই আত্মপ্ৰতিষ্ঠা লাভ কৰিলে যদিও আচলতে ইয়াৰ ভেটি কটকটীয়া হৈ পৰিল জোনাকী-যুগৰ পৰাহে। সেই সময়ত উচ্চ শিক্ষাৰ বাবে কলিকতাত থকা অসমীয়া ছাত্ৰসকলে উপলব্ধি

কৰিছিল যে অসমীয়া ভাষাক সমৃদ্ধ কৰিব নোৱাৰিলে যি কোনো মুহূৰ্ত্ততে ই আকৌ ন্যায্য আসনৰ পৰা বঞ্চিত হ'ব পাৰে। কলিকতা-প্ৰৱাসী এই অসমীয়া ছাত্ৰসকলে ১৮৮৮ চনত 'অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা' পাতি আৰু ১৮৮৯ চনত সভাৰ মুখপত্ৰ 'জোনাকী' নামৰ মাহেকীয়া আলোচনী উলিয়াই অসমীয়া ভাষাৰ সৰ্বাঙ্গীন উন্নতিৰ কাৰণে অহোপুৰুষাৰ্থ কৰিলে। এই কাকতেই প্ৰকৃততে এক সাহিত্যিক আন্দোলনৰ সৃষ্টি কৰি আধুনিক সাহিত্যৰ ভাৱধাৰা অসমীয়া সাহিত্যলৈ বহন কৰি আনিলে। গতিকে, ডঃ মহেশ্বৰ নেওগে ক'বৰ দৰে, "দৰাচলতে ১৮৮৯ চনত কলিকতাত 'জোনাকী' কাকতৰ প্ৰতিষ্ঠাই আধুনিক অসমীয়া সাহিত্যৰো জন্মোৎসৱ।" 'জোনাকী'য়ে ৰোমান্টিক চেতনাৰ এক নতুন যুগ আৰম্ভ কৰিলে। জাতীয়তাবাদী চিন্তাৰে উদ্বুদ্ধ হৈ 'জোনাকী'ৰ লেখক সকলে অসমীয়াৰ সাহিত্যিক আৰু সাংস্কৃতিক পৰিচয়ৰ বাবে সৰ্বতোমুখী চেষ্টা কৰিছিল। তেওঁলোকৰ ৰচনাত ভাৰতীয় নৱজাগৰণৰ মানৱতাবাদী আৰু জাতীয়তাবাদী চিন্তাৰ সংযোগ সাধন হৈছিল।

'জোনাকী'ৰ জৰিয়তে প্ৰবেশ কৰা সাহিত্যৰ আদৰ্শ হ'ল ঊনবিংশ শতিকাৰ ইংৰাজ ৰোমান্টিক লেখকসকল। ষোড়শ শতিকা অৰ্থাৎ শ্বেক্স-পীয়েৰৰ সময়তেই ইংৰাজী সাহিত্যত ৰোমান্টিক আন্দোলনৰ জন্ম হৈছিল আৰু ঊনবিংশ শতিকাত তাৰ পুনৰুত্থানহে হৈছিল। অষ্টাদশ শতিকাৰ শেষভাগ আৰু ঊনবিংশ শতিকাৰ আৰম্ভণিৰ লগে লগে ইংৰাজী সাহিত্যত ৰোমান্টিক আন্দোলনৰ জোৱাৰ উঠিছিল। এই ৰোমান্টিচিজিম অথবা ৰমন্যা-সবাদ হ'ল নিওক্লাছিজিমৰ বিৰুদ্ধে এক প্ৰকাৰৰ বিদ্ৰোহ। গ্ৰীচ আৰু ৰোমৰ ক্লাছিকেল বা ধ্ৰুপদী সাহিত্যৰ অনুশীলনত সৃষ্টি হোৱা ওঠৰ শতিকাৰ ইউৰোপীয় সাহিত্য প্ৰাণহীন হৈ পৰিছিল আৰু ইয়াৰ বিৰুদ্ধে এই শতিকাৰ শেষৰ ফালে যি এক নতুন ধাৰা প্ৰৱৰ্তন কৰাৰ চেষ্টা চলিল সিয়ে ৰোমান্টিক আন্দোলনৰ আৰম্ভণি। এই বিদ্ৰোহৰ সূচনা হৈছিল ফ্ৰান্সত আৰু তাৰ পাছত ক্ৰমে ই জাৰ্মানী, ইংলণ্ড আদি ঠাইলৈ সম্প্ৰ-সাৰিত হয়। ফৰাচী দাৰ্শনিক ৰুছোৱে তেওঁৰ আত্ম-জীৱনীত মানুহক প্ৰকৃতিৰ মাজলৈ ঘূৰি যাবলৈ যি আহ্বান জনাইছিল আৰু মানুহৰ ব্যক্তিত্বৰ স্বতন্ত্ৰতা

সম্পৰ্কে যি বাণী প্ৰচাৰ কৰিছিল সিয়েই ক্লাছিকেল সাহিত্যৰ আদৰ্শৰ পৰা আঁতৰি আহিবলৈ এচাম কবি সাহিত্যিকক বহু পৰিমাণে প্ৰেৰণা যোগাইছিল। কাৰণ, ইতিমধ্যে নাগৰিক সভ্যতাত উদ্ভৱ হোৱা সমস্যাই কবিসকলক অতিষ্ঠ কৰি তুলিছিল আৰু তাৰপৰা তেওঁলোকে মুক্তি পোৱাৰ উপায় চিন্তিছিল। ৰুছোৰ বাণী ফৰাচী বিপ্লৱৰো আদৰ্শ হৈ পৰিল। মুক্তি, সমতা, আৰু ভ্ৰাতৃত্বৰ হকে মানুহ যুদ্ধত অৱতীৰ্ণ হ'ল। ফৰাচী বিপ্লৱৰ এই মূলমন্ত্ৰই নতুন কাব্য ৰচনা কৰিবলৈ কবিসকলক উদ্বুদ্ধ কৰিছিল। ফৰাচী বিপ্লৱৰ আদৰ্শই অনুপ্ৰাণিত কৰা ইংৰাজ কবি ওৱৰ্ডছ্ওৱৰ্থ আৰু ক'লৰিজে লগ লাগি ১৭৯৮ চনত 'লিৰিকেল বেলাডছ্' নামৰ কবিতাৰ পুথি প্ৰকাশ কৰাৰ পৰাই ইংলণ্ডত ৰোমাণ্টিক আন্দোলনৰ চল নামিল।

ৰোমাণ্টিক সাহিত্যৰ লক্ষণসমূহ কোনো এটা বিশেষ সংজ্ঞাৰে সাঙুৰি লোৱা টান। কোনো কোনো সমালোচকে ইয়াক প্ৰকৃতিলৈ প্ৰত্যাবৰ্তন বুলি ক'ব খোজে আৰু আন কিছুমানৰ মতে ই হ'ল সাহিত্যত উদাৰতা। কোনো কোনোৱে ভাবে, কল্পনা প্ৰৱণতাৰ অসাধাৰণ বিকাশেই ৰোমাণ্টিচিজিম আৰু আন কোনোৱে ইয়াক বিস্ময়ভাবৰ নৱজাগৰণ বুলি কয়। এইদৰে, বিভিন্ন সমালোচকে বিভিন্ন সংজ্ঞা আগবঢ়াইছে আৰু এই আটাইবোৰ সংজ্ঞা লগ কৰিহে ৰোমাণ্টিচিজিমৰ বিষয়ে এটি ধাৰণা কৰিব পৰা যায়। কবিতাৰ লগতে সাহিত্যৰ আন আন শাখাকো ৰোমাণ্টিক আদৰ্শই স্পৰ্শ কৰিছিল যদিও ৰোমাণ্টিক আন্দোলন প্ৰধানকৈ আছিল কাব্য-আন্দোলন আৰু সেইবাবে কবিতাতেই ৰোমাণ্টিক সাহিত্যৰ লক্ষণসমূহ অধিকভাৱে পৰিস্ফুট হৈছিল। ৰোমাণ্টিক আন্দোলনে বিশেষ গুৰুত্ব আৰোপ কৰিছিল ব্যক্তি-স্বাতন্ত্ৰ্যৰ ওপৰত আৰু সেই কাৰণে ৰোমাণ্টিক যুগ যাইকৈ গীতি-কবিতাৰ যুগ। এই কাব্য-আন্দোলনৰ ফলত কবিতাত কল্পনাৰ প্ৰাধান্য বাঢ়িল, প্ৰকৃতিয়ে মুখ্য ভূমিকা গ্ৰহণ কৰিলে আৰু মানুহ আৰু প্ৰকৃতিয়ে নতুন মৰ্যাদা পালে। সাধাৰণ নৰ-নাৰীৰ জীৱনে কবিতাত স্থান পালে আৰু সাধাৰণ মানুহৰ কথিত ভাষাক কবিতাৰ ভাষা হিচাপে প্ৰয়োগ কৰা হ'ল। প্ৰেম আৰু সৌন্দৰ্য্য নতুন ৰূপত মূৰ্ত হৈ উঠিল আৰু মধ্য

যুগীয় ধ্যান-ধাৰণাৰ বিৰুদ্ধে মূৰ্ত্ত প্ৰতিবাদৰ ধ্বনি উঠিল। স্বৰ্গৰ পৰিবৰ্ত্তে মৰ্ত্ত্যৰ মহিমা ঘোষিত হ'ল। প্ৰাচীন-প্ৰীতিৰ ফল স্বৰূপে অতীতৰ পৰা কবিতাৰ বিষয়বস্তু আহৰণ কৰা হ'ল। ইংলণ্ডত ওৱৰ্ডছ্‌ওৱৰ্থ আৰু ক'লৰিজে গুৰি ধৰা এই আন্দোলনত যোগ দিলে শ্বেলী, বাইৰণ আৰু কীট্‌ছে, আৰু এওঁলোকৰ হাতত ইংৰাজী ৰোমাণ্টিক কবিতাই পূৰ্ণতা লাভ কৰিলে। ইংৰাজী কাব্যসাহিত্যৰ স্পৰ্শলৈ অহা-কলিকতা নিবাসী অসমীয়া ছাত্ৰ-সকলক এইসকল কবিৰ ৰচনাই বিশেষভাবে অনুপ্ৰাণিত কৰিছিল আৰু তাৰ ফলতেই ৰোমাণ্টিক সাহিত্যৰ সোঁত অসমীয়া সাহিত্যলৈ প্ৰৱাহিত হ'ল। ৰোমাণ্টিক ধাৰাৰ দুৱাৰ মুকলি কৰা 'জোনাকী'ৰ মূলতে আছিল চন্দ্ৰকুমাৰ আগৰৱালা আৰু লক্ষ্মীনাথ বেজবৰুৱা। ইয়াৰ আন এজন প্ৰধান উদ্যোক্তা আছিল হেমচন্দ্ৰ গোস্বামী। এই তিনিজনাই অসমীয়া সাহিত্যৰ 'ৰোমাণ্টিক ত্ৰিমূৰ্ত্তি' বুলি জনাজাত। এওঁলোকৰ চেষ্টাতেই অসমীয়া সাহিত্যৰ আকাশ মুকলি হ'ল। 'জোনাকী'ৰ দ্বিতীয় সংখ্যাত প্ৰকাশিত চন্দ্ৰ কুমাৰৰ 'পুৱা' কবিতাটো অসমীয়া সাহিত্য জগতত ৰাতিপুৱাৰ জাননী স্বৰূপ। 'জোনাকী'ক কেন্দ্ৰ কৰিয়েই এদল সাহিত্যিকৰ জন্ম হ'ল। পাশ্চাত্য সাহিত্যৰ আৰ্হিত এওঁলোকে অসমীয়াত উপন্যাস, চুটি গল্প, নাটক আদি ৰচনা কৰি আধুনিক সাহিত্যৰ বিভিন্ন দিশ অসমীয়া সাহিত্যলৈ আদৰি আনিলে। এইদৰে ইংলণ্ডত পৰিপূৰ্ণতা লাভ কৰাৰ প্ৰায় এশ বছৰ পাছত ৰোমাণ্টিক ভাব আৰু আদৰ্শই অসমীয়া সাহিত্যক নৰূপত সজালে আৰু আধুনিক সাহিত্যৰ ভেটি নিকপ কপীয়া কৰিলে। এই বিষয়ত অৱশ্যে, ইংৰাজীৰ লগতে বঙালী সাহিত্যয়ো আমাৰ লেখকসকলক যথেষ্ট পৰিমাণে সহায় কৰিছিল। প্ৰখ্যাত বঙালী সাহিত্যিক সকলৰ ৰচনা তেওঁলোকৰ আগত থকাত বহুতো ক্ষেত্ৰত বঙালী সাহিত্যৰ যোগেদিহে পশ্চিমীয়া কলা-কৌশলে অসমীয়া সাহিত্যত প্ৰৱেশ কৰিছিল। মধুসূদন দত্ত, বঙ্কিম চন্দ্ৰ, গিৰিশ চন্দ্ৰ, দ্বিজেন্দ্ৰলাল আদি সেই সময়ৰ জনপ্ৰিয় বঙ্গীয় লেখকে অসমীয়া লেখকসকলক প্ৰভাৱান্বিত কৰিছিল। 'অৰুনোদই' যুগতেই মধু-সূদন দত্তৰ আৰ্হিত ৰমাকান্ত চৌধুৰী আৰু ভোলানাথ দাসে অসমীয়াত

অমিত্ৰাক্ষৰ ছন্দ প্ৰয়োগ কৰিছিল। সেই কালছোৱাত পাশ্চাত্য সাহিত্যৰ পোহৰ অসমীয়া সাহিত্যত পৰিছিল যদিও বৈষ্ণৱ সাহিত্যৰ প্ৰভাৱ তেতিয়াও অক্ষুণ্ণ আছিল। 'জোনাকী'ৰ সময়ৰ পৰা এই প্ৰভাৱ প্ৰায় শূন্য হৈ পৰিল। 'জোনাকী'ৰ পাছতে ১৮৯০ চনত পদ্মনাথ গোহাঞিবৰুৱা আৰু বেণুধৰ ৰাজখোৱাৰ সম্পাদনাত 'বিজুলী' কাকত ওলায়। 'জোনাকী'ৰ সৈতে ফেৰ মাৰি 'বিজুলী'য়ে 'জোনাকী'ৰ বাটতেই খোজ দিলে। 'বিজুলী'ৰ পাছত 'উষা' (১৯০৭), 'বাঁহী' (১৯০৯), 'আলোচনী' (১৯১০), 'চেতনা' (১৯১৯) আৰু 'আৱাহন' (১৯২৯) আদি আলোচনী প্ৰকাশ পায়। 'জোনাকী'য়ে সূচনা কৰা অসমীয়া সাহিত্যৰ ৰোমাণ্টিক ধাৰাটো এই আলোচনী সমূহে জন্ম দিয়া লেখকসকলৰ যোগেদি দ্বিতীয় মহাযুদ্ধৰ সময়লৈকে অব্যাহত থাকিল। এই কালছোৱাত বিভিন্ন লেখকৰ হাতত আধুনিক সাহিত্যৰ ভিন্‌-ভিন্‌ দিশে অসমীয়া সাহিত্যত বিকাশ লাভ কৰিলে।

## ॥ কবিতা ॥

ৰোমাণ্টিক যুগ যাইকৈ কবিতাৰ যুগ বুলি আগতে কৈ অহা হৈছে। বিষয়বস্তু আৰু কলা-কৌশল উভয় ফালৰ পৰা কবিতাতে পশ্চিমীয়া প্ৰভাৱ আটাইতকৈ অধিক ভাবে পৰিলক্ষিত হয়। ব্যক্তিস্বাতন্ত্ৰ্য প্ৰকাশৰ বাহন গীতি-কবিতাই হ'ল ৰোমাণ্টিক যুগৰ অতি উল্লেখযোগ্য বৰঙণি। সাধাৰণতে বাদ্যৰ সহায় লৈ সুৰ লগাই গাব পৰা কবিতাকে গীতি-কবিতা বুলি কোৱা হয়। এই ফালৰ পৰা আমাৰ সাহিত্যৰ আদি যুগৰ বিহুগীত আৰু বনগীত সোৱো গীতি-কবিতাৰ অন্তৰ্গত। গীতি-কবিতাৰ ভালেমান লক্ষণ বৈষ্ণৱ যুগৰ বৰগীত বোৰতো আছে; কিন্তু ৰোমাণ্টিক যুগত ৰচিত গীতি-কবিতাৰ স্বকীয়া বৈশিষ্ট্য আছে। গানৰ দৰে সুৰ লগাই গাব পৰা কবিতা মাত্ৰেই এতিয়া গীতি-কবিতা নহয়। আধুনিক কালত গীতি-কবিতাই ব্যক্তিগত ভাব আৰু আবেগ অনুভূতি প্ৰকাশক কবিতাক বুজায়। 'অৰুনোদই' কালত ভোলানাথ দাসৰ হাতত গীতি-কবিতাই জন্ম লৈছিল যদিও আবেগ-অনুভূতিৰ

সূক্ষ্ম প্ৰকাশ আৰু নতুন ছন্দৰ প্ৰৱৰ্ত্তন ৰোমাণ্টিক কবিসকলৰ ৰচনাতহে পৰিলক্ষিত হ'ল। কবিতাত এই ব্যক্তিগত সুৰ ধ্বনিত হোৱাৰ লগে লগে প্ৰণয় কবিতাৰ উত্থান উঠিল আৰু ৰোমাণ্টিক-প্ৰণয় গীতি-কবিতাৰ প্ৰধান বিষয় হৈ পৰিল। কাল্পনিক প্ৰিয়াৰ ৰূপবৰ্ণনাৰে কবিতা উপচি পৰিল আৰু বিশ্ব প্ৰকৃতিত কবিয়ে প্ৰিয়াৰ ৰূপ প্ৰতিফলিত হোৱা দেখিবলৈ পালে। দুই এজনৰ কবিতাত দৈহিক প্ৰেম আধ্যাত্মিক স্তৰলৈ উন্নীত হোৱাও দেখা গ'ল। প্ৰকৃতিৰ সৌন্দৰ্য্যবৰ্ণনা কবিতাৰ এটি প্ৰধান আকৰ্ষণীয় বিষয় হৈ উঠিল। বৈষ্ণৱ যুগৰ কবিৰ ৰচনাতো প্ৰকৃতিৰ বৰ্ণনা নথকা নহয়; কিন্তু আধ্যাত্মিক পৰিবেশ সৃষ্টিৰ কাৰণে প্ৰকৃতিক তাত পটভূমি বা উপমা হিচাপেহে প্ৰয়োগ কৰা হৈছিল। ৰোমাণ্টিক কবিৰ হাতত প্ৰকৃতিয়ে জীৱন্ত ৰূপত দেখা দিলে। প্ৰকৃতিৰ সৌন্দৰ্য্য আনন্দৰ কাৰণ হ'ল আৰু মানুহ আৰু প্ৰকৃতিৰ মাজত আত্মীয়তা স্থাপন কৰা হ'ল। প্ৰণয় আৰু প্ৰকৃতি বিষয়ক কবিতাৰ লগে লগে একশ্ৰেণী মিষ্টিক কবিতাই জন্ম পালে। ইয়াৰ কাৰণে আমাৰ কবিসকলে অনুপ্ৰেৰণা বিচাৰি নিশ্চয় আন ঠাইলৈ যাবলগীয়া হোৱা নাছিল। আধ্যাত্মিক ভাবৰ কেন্দ্ৰস্থল ভাৰতবৰ্ষতেই তেওঁলোকে এই বিষয়বস্তুৰ সন্ধান পাইছিল। ভাৰতীয় দৰ্শন আৰু সংস্কৃতি এনেধৰণৰ ভাবৰ ওপৰতেই প্ৰতিষ্ঠিত। ভাৰতীয় দৰ্শনৰ মায়াবাদ, কৰ্মফলবাদ আৰু বৈষ্ণৱ কবি শঙ্কৰ-মাধৱৰ গীতে এই ক্ষেত্ৰত কবিসকলক অনুপ্ৰাণিত কৰা বুলি ভাবিব পাৰি। এই যুগৰ কবিতাৰ আন এটি উৎস হ'ল স্বদেশানুৰাগ। স্বদেশপ্ৰেমৰ উদ্দীপনাই ৰোমাণ্টিক যুগৰ কবিতা সমৃদ্ধ কৰিলে। দেশৰ পৰাধীন অৱস্থাই স্বদেশ-প্ৰীতিমূলক কবিতা ৰচিবলৈ কবি-সকলক বাধ্য কৰালে। অতীতৰ প্ৰতি শ্ৰদ্ধা ৰোমাণ্টিক সাহিত্যৰ এটি মুখ্য লক্ষণ। দেশৰ অতীত গৌৰৱৰ কথা সোঁৱৰাই সাম্ৰাজ্যবাদৰ বিৰুদ্ধে জাতীয় ভাব উদ্ৰেক কৰাৰ আৰু জাতীয় ঐক্য সাধন কৰাৰ চেষ্টা চলিল। পৰাধী-নতাৰ দুখত দগ্ধ কবি-হৃদয় স্বাধীনতাৰ কাৰণে ব্যাকুল হৈ উঠিল। জাতীয়তা-বাদী গীত ৰচনা কৰি দেশৰ স্বাধীনতা আন্দোলনত কবি সকলে অগ্নিহণা যোগালে। ৰোমাণ্টিক কবিতাই সাধাৰণ মানুহ আৰু জীৱন আৰু জগতৰ

নকু-সুৰা বস্তুৰ ওপৰত গুৰুত্ব আৰোপ কৰিলে। বিষয়বস্তু অনুসৰি কৰিতাৰ ভাষায়ো জনগণৰ ভাষাৰ ৰূপ ল'লে। সাধাৰণ মানুহৰ ব্যক্তিত্বই স্বীকৃতি পালে আৰু দেৱতাৰ আসনত মানুহ প্ৰতিষ্ঠিত হ'ল। মুঠতে, মানুহ মাত্ৰেই মানৱীয় অনুভূতিসম্পন্ন মানুহ বুলি পৰিগণিত হ'ল। ৰোমাণ্টিক কৱিৰ হাতত কল্পনাই সকলো বান্ধোন ছিঙি প্ৰকাশৰ পূৰ্ণ স্বাধীনতা লাভ কৰিলে। কল্পনাৰ বলতেই পৃথিৱীৰ ক্ষুদ্ৰতম পদাৰ্থও কবিতাৰ বিষয়বস্তু হৈ পৰিল। গীতি-কবিতাৰ লগতে ছনেট বা চতুৰ্দ্দশপদী কবিতা, বেলাড বা কাহিনী-গীতি, ব্যঙ্গ কবিতা আৰু বৰ্ণনাত্মক কাব্য আদি বিভিন্ন কাব্যিক ৰূপৰ বিকাশ ঘটিল।

## চন্দ্ৰকুমাৰ আগৰৱালা (১৮৬৭-১৯৩৮)

অসমীয়া সাহিত্যত ৰোমাণ্টিক কবিতাৰ দুৱাৰ মুকলি কৰে 'জোনাকী'ৰ প্ৰথম সম্পাদক চন্দ্ৰকুমাৰ আগৰৱালাই। 'জোনাকী'ৰ প্ৰথম সংখ্যাত প্ৰকাশিত তেওঁৰ 'বনকুঁৱৰী' কবিতাটোৱেই প্ৰথম অসমীয়া ৰোমাণ্টিক কবিতা। আগৰৱালাৰ নৰহভাগ কবিতাই 'জোনাকী' আৰু 'বাঁহী'ত প্ৰকাশ পাইছিল আৰু সেই কবিতাসমূহৰ সংগ্ৰহেই হ'ল 'প্ৰতিমা' (১৯১৪) আৰু 'বীণ-বৰাগী' (১৯২৩)।

ভাবৰ গাম্ভীৰ্য্য আৰু মানৱৰ প্ৰতি গভীৰ সহানুভূতি চন্দ্ৰকুমাৰৰ কবিতাৰ দুটা প্ৰধান বৈশিষ্ট্য। সৰল বাক্‌ভঙ্গিৰ সহায়ত গভীৰ অৰ্থ প্ৰকাশ কৰাৰ আদৰ্শ তেওঁৰ কবিতাতে প্ৰথমে পোৱা যায়। প্ৰকৃতিৰ বাহ্যিক সৌন্দৰ্য্যতে আবদ্ধ ন'হৈ তাৰ অন্তৰালত থকা ৰহস্যৰ তেওঁ সন্ধান কৰিছিল। সৌন্দৰ্য্যৰ উপাসনাই হ'ল তেওঁৰ ধৰ্ম আৰু কীটছ্‌ৰ দৰে সত্য আৰু সুন্দৰ তেওঁৰ মানত অভিন্ন। ভগৱানৰ সৃষ্টিত চন্দ্ৰ কুমাৰে মানৱৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিবলৈ বিচাৰিছে। তেওঁৰ 'মানৱ বন্দনা' ইয়াৰ নিদৰ্শন। তেওঁৰ কবিতাত প্ৰতিফলিত হৈছে মানুহৰ মহত্ব আৰু দেৱত্ব। এই বিষয়ত ফৰাচী দাৰ্শনিক কঁটৰ পৰোক্ষ প্ৰভাৱ তেওঁৰ ওপৰত পৰা যেন লাগে। হেগেলেও তেওঁক কিছু পৰিমাণে প্ৰভাৱান্বিত নকৰা নহয়। 'বীণ-বৰাগী' কবিতাটো পঢ়িলেই এই দুই দাৰ্শনিকৰ কথা আমাৰ মনলৈ

আছে। মানুহৰ প্ৰতি থকা মৰম প্ৰীতিত তেওঁ অভিভূত হৈ পৰিছে আৰু মানুহৰ মাজত থকা হিংসা-দ্বেষ আঁতৰ কৰাৰ আশা পোষণ কৰিছে। সংসাৰত উচ্চ-নীচৰ ভেদাভেদ আছে যদিও তেওঁৰ মানত সংসাৰখন উপেক্ষা কৰিবলগীয়া বিষয় নহয়। বিশ্ব-সংসাৰত মানুহৰ এটা নিজস্ব সত্তা আৰু মূল্য আছে। এই বিশ্বব্ৰহ্মাণ্ডৰ পৰা জ্ঞান আহৰণ কৰি নিজৰ গতিপথ নিৰ্ণয় কৰিব পাৰিলেই মানৱ জীৱন সাৰ্থক হয়। পৃথিৱীৰ সকলো আবৰ্জনাৰ বাবে মানুহেই দায়ী যদিও মানুহৰ ভৱিষ্যৎ সম্পৰ্কে তেওঁ সম্পূৰ্ণ আশাবাদী। সেইবাবে, শ্বেলীৰ দৰে, চন্দ্ৰকুমাৰে বিশ্বৰ পুৰণি ব্যৱস্থাক নিৰ্মূল কৰি এখন নতুন সমাজ গঠন কৰাৰ সপোন দেখিছে। অতিপ্ৰাকৃতিক বিষয়বস্তুক লৈ ৰচনা কৰা কবিতা-কেইটাত কবি হিচাপে আগৰৱালাই যথেষ্ট সফলতা লাভ কৰিছে। 'বনকুঁৱৰী' তেওঁৰ এটা উৎকৃষ্ট কবিতা। 'তেজীমলা', 'বনকুঁৱৰী', 'ফুলকুঁৱৰী' আদি কবিতাত সাৰ্থক অতিপ্ৰাকৃত পৰিৱেশ সৃষ্টি কৰাৰ লগতে প্ৰচলিত কিংবদন্তীত নতুন ভাব আৰোপ কৰাৰ প্ৰয়াস চকুত পৰে। এই সংক্ৰান্তত 'তেজীমলা' কবিতাটোলৈকে প্ৰধানকৈ আঙুলিয়াব পাৰি। দৰাচলতে, ইংৰাজ কবি ব্ৰাউনিঙৰ দৰে চন্দ্ৰকুমাৰে ৰীতিতকৈ ভাব আৰু বিষয়বস্তুৰ ওপৰতহে অধিক গুৰুত্ব দিছিল আৰু সেইবাবে তেওঁৰ কবিতা পঢ়িলে পাঠকে চিন্তা কৰিবলৈ বাধ্য হয় যদিও ঠায়ে ঠায়ে ছন্দত উজুটি খাবলগীয়া হয়।

**লক্ষ্মীনাথ বেজবৰুৱা (১৮৬৪-১৯৩৮)**

ৰোমাণ্টিক যুগৰ সিংহপুৰুষ বেজবৰুৱাই অসমীয়া সাহিত্যৰ বিভিন্ন দিশ উজ্জ্বলাই থৈ গৈছে। এইগৰাকী লোকৰ ব্যক্তিত্বই আধুনিক সাহিত্যৰ এই কালছোঁৱাত এনেভাৱে নেতৃত্ব দিছিল যে বহুতে ৰোমাণ্টিক যুগটোক লক্ষ্মীনাথৰ যুগ বুলিও ক'ব খোজে। 'জোনাকী' আৰু 'বাঁহী'ৰ প্ৰধান উদ্যোক্তা লক্ষ্মীনাথে বাইকৈ 'জোনাকী,' 'বাঁহী' আৰু 'আৱাহন'ৰ যোগেদি সাহিত্যৰ সেৱা কৰিছিল। তেওঁ আছিল একাধাৰে কবি, নাট্যকাৰ, চুটি গল্পকাৰ, ঔপন্যাসিক, হাস্যৰসিক, ব্যঙ্গলেখক আৰু সমালোচক।

কলিকতা আৰু সম্বলপুৰত প্ৰয়াসী জীৱন কটোৱা বেজবৰুৱা আছিল হাড়ে-হিমজুৰে অসমীয়া আৰু অসমীয়া ভাষা, সাহিত্য, সংস্কৃতিৰ প্ৰতি আছিল তেওঁৰ গভীৰ অনুৰাগ। অসমীয়া জীৱনৰ সৈতে থকা তেওঁৰ নিবিড় সম্বন্ধৰ পৰিচয় পোৱা যায় তেওঁৰ আটাইবোৰ ৰচনাতে। তেওঁৰ গদ্য, পদ্য উভয়তে আছে অসমৰ মাটিৰ গোন্ধ। স্বদেশপ্ৰেম আৰু জাতীয়তাবোধ বেজবৰুৱাৰ ৰচনাৰ মূল অনুপ্ৰেৰণা আছিল।

বেজবৰুৱা মাইকৈ গদ্য-শিল্পী আছিল যদিও দুই চাৰিটা কবিতালৈ চাই তেওঁৰ কাব্য-প্ৰতিভাকো অস্বীকাৰ কৰিব নোৱাৰি। তদুপৰি, চন্দ্ৰ কুমাৰৰ সৈতে লগ লাগি অসমীয়া কবিতাক এক নতুন ৰূপ দান কৰোঁতা হিচাপেও তেওঁ স্মৰণীয়। 'কদমকলি' (১৯১৩)য়েই বেজবৰুৱাৰ একমাত্ৰ কবিতাৰ পুথি। ইয়াৰ বহুতো কবিতা তেওঁ 'কবিতা হয় যদি হওক নহয় যদি নহওক' বুলি ৰচনা কৰা। বিশেষকৈ, খুহুটীয়া কবিতাবোৰত ব্যঙ্গ, বিদ্রুপ আদিৰ যোগেদি হাস্যৰসৰ যোগান ধৰাই তেওঁৰ উদ্দেশ্য। কিন্তু 'প্ৰিয়তমা,' প্ৰিয়তমাৰ সৌন্দৰ্য্য,' 'প্ৰেম' আদি প্ৰণয়মূলক কবিতা ৰোমাণ্টিক কবিৰ কল্পনা আৰু ভাবপ্ৰৱণতাৰ সুন্দৰ নিদৰ্শন। প্ৰণয়ৰ ভিত্তিত কাহিনীগীতি বা বেলাড ৰচনা কৰাতো বেজবৰুৱা সিদ্ধহস্ত আছিল। 'ধনবৰ আৰু ৰতনী' ইয়াৰ সাৰ্থক উদাহৰণ। এইটোৱেই অসমীয়া সাহিত্যৰ প্ৰথম বেলাড। এই কবিতাত বেজবৰুৱাৰ অনুভূতিৰ সূক্ষ্মতা মন কৰিব লগীয়া। তেওঁৰ গহীন কবিতাসমূহৰ মূল অনুপ্ৰেৰণা দুটা স্বদেশপ্ৰেম আৰু আধ্যাত্মিক অনুভূতি। অসম আৰু অসমীয়াৰ উন্নতি বেজবৰুৱাৰ জীৱনৰ লক্ষ্য আছিল। অসমীয়া জাতীয় সঙ্গীত, 'অ মোৰ আপোনাৰ দেশ' আৰু 'বীণ আৰু বৰাগী' নামৰ কবিতা বেজবৰুৱাৰ স্বদেশানুৰাগৰ উজ্জ্বল স্বাক্ষৰ। 'ঈশ্বৰ আৰু ভকত', 'বাঁহী', 'মহাপ্ৰয়াণৰ যাত্ৰী' আদি কবিতাত বেজবৰুৱাৰ আধ্যাত্মিক উপলব্ধিৰ পৰিচয় পোৱা যায়।

বেজবৰুৱাৰ কবিতাত হতাশা বা নিৰাশাৰ ঠাঁই নাই। ক্ষেম কেৰাই ক'বৰ দৰে, বেজবৰুৱা আছিল পৰিপূৰ্ণতাৰ, আনন্দপ্ৰবাহৰ কবি। জীৱনৰ প্ৰতি তেওঁৰ আছিল গভীৰ মোহ। সেইবাবে ৰোমাণ্টিক কবিৰ দুখ-বেদনা, হা-হুমুনিয়াহৰ পৰা তেওঁৰ কবিতা প্ৰায়ে মুক্ত।

## ॥ হেমচন্দ্ৰ গোস্বামী (১৮৭২-১৯২৮) ॥

ৰোমাণ্টিক আন্দোলনৰ গুৰি ধৰোঁতাসকলৰ ভিতৰত হেমচন্দ্ৰ গোস্বামীও এজন। 'জোনাকী'ৰ দ্বিতীয় বছৰত এৱেই আছিল ঘাই ধৰণী। স্কুলীয়া অৱস্থাতে 'আসাম বন্ধু'ত লিখা 'বিশ্বাস' বোলা কবিতাটোৱেই গোস্বামীৰ প্ৰথম কবিতা। কলিকতাত থকা সময়ত 'জোনাকী'ৰ যোগেদি তেওঁৰ কাব্যিক প্ৰতিভাৰ বিকাশ ঘটে। 'জোনাকী' আৰু আন ঠাইত প্ৰকাশিত তেওঁৰ কবিতাৰ সমষ্টিয়েই 'ফুলৰ চাকি' (১৯০৭)। 'কাকো আৰু হিয়া নিবিলাওঁ', 'পুৱা' আদি গীতি-কবিতাৰে তেওঁ নতুন কাব্যআন্দোলনত অৰিহণা যোগায়। 'জোনাকী'য়ে আৰম্ভ কৰা নতুন সাহিত্যিক-আন্দোলনৰ ইঙ্গিত দিছে তেওঁৰ 'পুৱা' কবিতাই। গোস্বামীৰ এটি ডাঙৰ অৱদান হ'ল, ইটালীৰ পেট্ৰাৰ্কীয় চনেটৰ আৰ্হিত ৰচনা কৰা অসমীয়া কবিতা। এওঁৰ 'প্ৰিয়তমাৰ চিঠি' অসমীয়া সাহিত্যত প্ৰথম চনেট বা চতুৰ্দ্দশপদী কবিতা। ৰোমাণ্টিক কবিতাৰ লক্ষণসমূহ তেওঁৰ কবিতাত বিদ্যমান হ'লেও সহজ-সৰল, সংযত প্ৰকাশভঙ্গি গোস্বামীৰ ৰচনাৰ প্ৰধান বৈশিষ্ট্য।

## মফিজুদ্দিন আহমদ হাজৰিকা (১৮৭০-১৯৫৮)

'জোনাকী'ৰ আন্দোলনে স্পৰ্শ নকৰা মফিজুদ্দিন আহমদ হাজৰিকাৰ প্ৰকাশিত কবিতাৰ পুথি 'জ্ঞানমালিনী' (১৮৯৬)। জীৱ আৰু জগত সম্পৰ্কে কবিৰ ধাৰণা, জীৱনৰ লক্ষ্য আৰু কৰ্ত্তব্যৰ বিষয়ে তেওঁৰ উপলব্ধি 'জ্ঞান মালিনী'ত ব্যক্ত হৈছে। ধুনুৰা উপমাৰ সহায়ত কবিৰ জীৱন-দৰ্শন লয়লাস ছন্দত ফটফটীয়াকৈ প্ৰকাশ কৰা হৈছে। 'বিশ্বনিকৰ', 'মৰিশালীখনি', 'দিনকণা', 'মইমতালি ভাবৰ ভেটি উদ্ভন' আদিত হাজৰিকাৰ আধ্যাত্মিক আৰু ৰহস্যবাদী চিন্তাধাৰাৰ পৰিচয় পোৱা যায়। ভাৰতীয় জীৱনদৰ্শনৰ লগত কবিৰ পৰিচয় আছিল অতি গভীৰ। চুফিবাদৰ প্ৰখ্যাত কবি হাফিজৰ আদৰ্শয়ো তেওঁক নিশ্চয় অনুপ্ৰাণিত কৰিছিল। সহজ-সৰল আৰু নিভাঁজ অসমীয়া প্ৰকাশভঙ্গি হাজৰিকাৰ কবিতাৰ প্ৰধান বৈশিষ্ট্য। 'মালিনীৰ বীণ' আৰু 'তত্ত্বপাৰিজাত' (অপ্ৰকাশিত) নামৰ তেওঁৰ আন দুখন কবিতাৰ পুথি আছে।

## পদ্মনাথ গোহাঞি বৰুৱা (১৮৭১-১৯৪৬)

আধুনিক অসমীয়া সাহিত্যক দৃঢ়প্ৰতিষ্ঠিত কৰিবলৈ লোকসকলৰ ভিতৰত গোহাঞি বৰুৱা অন্যতম। 'বিজুলী' আৰু 'উষা'ৰ যোগেদি এচাম লেখক সৃষ্টি কৰাৰ উপৰিও গোহাঞিবৰুৱাই অসমীয়া সাহিত্যৰ বিভিন্ন দিশৰ সমৃদ্ধি সাধন কৰি গৈছে। তেওঁ আছিল কবি, নাট্যকাৰ আৰু ঔপন্যাসিক। গোহাঞিবৰুৱাৰ তত্ত্বমূলক ৰচনা আৰু সৰ্বোপৰি আত্মজীৱনীখন অসমীয়া সাহিত্যৰ অমূল্য সম্পদ। পাঠ্যপুথি ৰচনা কৰিও গোহাঞিবৰুৱাই অসমীয়া ভাষা-সাহিত্যৰ প্ৰতি থকা তেওঁৰ একনিষ্ঠ আগ্ৰহৰ প্ৰমাণ দি গৈছে।

বেজবৰুৱাৰ দৰে গোহাঞিবৰুৱাও আছিল ঘাইকৈ গদ্য-শিল্পী। তেওঁৰ কবিতাৰ পুথি তিনিখন— 'লীলা' (১৯০১) 'জুৰণি' (১৯০০) আৰু 'ফুলৰ চানেকি' (১৯৪১)। 'লীলা'ক কাব্যৰূপে ধৰা হয় যদিও আচলতে ই তেওঁৰ প্ৰথমা পত্নীৰ বিয়োগত লিখা শোক-কবিতা। লীলাৱতীৰ সৈতে তেওঁৰ বৈবাহিক সম্বন্ধৰ কথা বৰ্ণাই তেওঁৰ চাৰবি জীৱনৰ দুই এটা কথা কোৱা হৈছে আৰু শেষত লীলাৱতীৰ অকালমৃত্যুৰ বেজাৰেৰে কাব্যখন সামৰা হৈছে। আপোন ভাবাবেগক স্বাধীনভাৱে বিচৰণ কৰিবলৈ বাট এৰি নিদিয়াত কাব্যখনৰ প্ৰকাশভঙ্গি ঠায়ে ঠায়ে নিৰস হৈ পৰিছে। ব্যক্তিগত শোক-দুখত বিশ্বজনীন সুৰ ফুটাই তুলিব পৰাটোৱেই হৈছে শোক কবিতাৰ প্ৰধান কথা। অমিত্ৰাক্ষৰ ছন্দত ৰচনা কৰা 'লীলা'ত ব্যক্তি-গত সুৰ নৈৰ্ব্যক্তিক স্তৰলৈ উন্নীত নোহোৱাত কবিৰ দুখৰ ভাগ পাঠকে ল'ব নোৱাৰিলে। অৱশ্যে, প্ৰাকৃতিক দৃশ্য বৰ্ণনাত গোহাঞিবৰুৱা পাৰদৰ্শী। তেওঁৰ নাটকসমূহৰ মাজত থকা এনে মনোৰম বৰ্ণনায়ো পাঠকক আকৃষ্ট কৰে। 'জুৰণি'ত সন্নিবিষ্ট এই বিষয়ক কবিতাবোৰত তেওঁৰ কবি প্ৰতিভাৰ পৰিচয় আছে। সৰস বাক্‌ভঙ্গি এই কবিতাসমূহৰ বৈশিষ্ট্য। কিন্তু সৰহভাগ কবিতাত বাহ্যিক সৌন্দৰ্য্য আৰু সূক্ষ্ম ব্যঞ্জনাৰ অভাৱ দেখা যায়। 'জুৰণি'ৰ বহুতো কবিতা চতুৰ্দ্দশপদী। পয়াৰ ছন্দত ৰচিত এই কবিতাসমূহৰ বহুতত ছনেটৰ স্তৰ বিভাগ নাই। 'ফুলৰ চানেকী'ৰ কবিতাসমূহ 'জুৰণি' আৰু নাটককেইখনৰ পৰা সংগ্ৰহ কৰা হৈছে। গোহাঞিবৰুৱাৰ ৰোমাণ্টিক

চেতনা বহু পৰিমাণে সংযত। তেওঁৰ কৱিতাত প্ৰেমৰ যি ভূমিকা, সি হ'ল সমাজ অনুমোদিত প্ৰেম। পূৰ্বৰ পৰা মানি অহা সংস্কাৰৰ ওপৰতে তেওঁ গুৰুত্ব আৰোপ কৰা দেখা যায়।

**আনন্দচন্দ্ৰ আগৰৱালা (১৮৭৪-১৯৪০)**

'জোনাকী' কাকতত 'শ্ৰীহৰ্ষ' নামলৈ কৱিতা ৰচনা কৰা আনন্দ চন্দ্ৰ আগৰৱালাৰ মৌলিক কৱিতাসমূহতকৈয়ো অনূদিত কৱিতাসমূহৰ মূল্য অধিক। তেওঁৰ কবিতাৰপুথি 'জিলিকনি' (১৯২০) ত সন্নিবিষ্ট 'চহা আৰু পণ্ডিত', জীৱন-সঙ্গীত', সুখৰ ঠাই', 'আজি আৰু কালি' আদি কৱিতাই মূল ইংৰাজী কবিতাৰ সৌন্দৰ্য্য অক্ষুণ্ণ ৰাখি মৌলিক কৱিতাৰ সোৱাদ পাঠকক দিছে। ইংৰাজী সাহিত্যৰ সৈতে পৰিচয় নথকা পাঠকে এইবোৰক বিদেশী কৱিতা বুলি ভবাৰ থল নাই। মৌলিক কৱিতাৰ ভিতৰত আগৰৱালাৰ বেলাড বা কাহিনী-গীতি কেইটি উল্লেখযোগ্য। 'পানেশৈ', 'ফুলকোঁৱৰ' আদি কৱিতাত অনুভূতিৰ সৰল আৰু সাৱলীল প্ৰকাশে বেজবৰুৱাৰ কাহিনী-গীতিৰ কথা মনত পেলায়। এইখিনিৰ উপৰিও আগৰৱালাৰ ৰচিত 'বলন', 'সুখ', 'অসন' আদি কৱিতাৰ মাধুৰ্য্যাই পাঠকৰ হৃদয় জয় কৰে।

**চন্দ্ৰধৰ বৰুৱা (১৮৭৪-১৯৬১)**

ৰোমাণ্টিক যুগৰ কবি যদিও চন্দ্ৰধৰৰ কৱিতাত ৰোমাণ্টিক লক্ষণ সৰ প্ৰকট নহয়। তেওঁৰ কৱিতাৰ ব্যঙ্গাত্মক সুৰটোত সমাজ-সংস্কাৰৰ মনোভাবহে স্পষ্ট। 'কা-কা-কাব্য বিশাৰদোহহং', 'হঠাৎ পেট্ৰিয়ট', 'মহাপুৰুষে ভেটিখালে' আদিত তেওঁ ব্যক্তি চৰিত্ৰৰ ছবি আঁকি সমাজৰ গোড়ামি আৰু ভণ্ডামিক তীব্ৰ ব্যঙ্গ বাণেৰে আঘাত কৰিবলৈ বিচাৰিছে। অৱশ্যে, তেওঁৰ কৱিতাৰ পুথি 'ৰঞ্জন' (১৯১৭) ৰ অন্তৰ্গত প্ৰণয়-মূলক কৱিতা কেইটাত ৰোমাণ্টিক লক্ষণ নথকা নহয়। এই কৱিতা কেইটাত চন্দ্ৰধৰৰ মধুৰ কল্পনা আৰু সৰস প্ৰকাশভঙ্গিৰ পৰিচয় পোৱা যায়। 'ৰঞ্জন'ৰ কৱিতা সৰহ ভাগেই ধ্বনিপ্ৰধান। 'মুক্তাৱলী' নামৰ তেওঁৰ আন এটা পদ্য-সংগ্ৰহ আছে। চন্দ্ৰধৰৰ প্ৰধান পৰিচয় নাট্যকাৰ হিচাপে আৰু বঙ্গদেশৰ মধুসূদন

দত্তৰে আহিত অসমীয়া কাব্য আৰু নাটকত অমিত্ৰাক্ষৰ ছন্দ প্ৰবৰ্ত্তন কৰোঁতা হিচাপে। কিন্তু 'কামৰূপ-জীয়ৰী', 'বিদ্যুৎ বিকাশ' নামৰ তেওঁৰ কাব্য দুখনৰ ভঙ্গ-অমিত্ৰাক্ষৰ গিৰিশ চন্দ্ৰ ঘোষৰ ছন্দৰ সৈতেহে বেছি পৰিমাণে মিলে।

**হিতেশ্বৰ বৰবৰুৱা (১৮৭৬-১৯৩৯)**

বৰ্ণনাত্মক কাব্যৰ ৰচক হিচাপে অসমীয়া সাহিত্যত হিতেশ্বৰ বৰবৰুৱাৰ এখন স্বকীয়া আসন আছে। জাতীয় বুৰঞ্জীৰ সমল লৈ নিৰ্ভাঁজ অসমীয়া ভাষাৰ অমিত্ৰাক্ষৰ ছন্দত প্ৰথমে কাব্য ৰচনা কৰি হিতেশ্বৰে যাউতিযুগীয়া কীৰ্তি অৰ্জন কৰে। তেওঁৰ কবিতাৰ পুথি 'চোপাকলি' (১৯০১) ওলোৱাৰ কিছুবছৰৰ পাছত তেওঁৰ কাব্যসমূহৰ লেখেৰি নিছিগা সোঁত বয়। 'কমতাপুৰ ধ্বংস', (১৯১১) 'বিৰহিণী-বিলাপ' (১৯১২), 'তিৰুতাৰ আত্মদান' (১৯১৩), 'আভাস' (১৯১৪), 'যুদ্ধক্ষেত্ৰত আহোম ৰমণী' (১৯১৫), কাব্য কেইখনৰ উপৰিও তেওঁৰ আন দুখন কাব্য —শ্বেক্সপীয়েৰৰ 'ওথেলো' নাটকৰ নায়িকাক লৈ ৰচনা কৰা 'ডেচডিমোনা' (১৯১৭,) আৰু গল্ডস্মিথৰ 'ভাইকাৰ অব্ ওৱেকফিল্ড' কাব্যৰ প্ৰণয়-কাহিনীক লৈ ৰচনা কৰা 'অঞ্জিলা' (১৯১৭) প্ৰকাশ পায়। কমতাপুৰ ৰাজ্যৰ পতনৰ কথা বৰ্ণনা কৰা 'কমতাপুৰ ধ্বংস'ৰ সৰ্গবিভাগ আদিত মহাকাব্যৰ লক্ষণ চকুত পৰে যদিও মহাকাব্যৰ বাবে আৱশ্যকীয় গাম্ভীৰ্য্য কাব্যখনত ফুটি উঠা নাই। মূলাগাভৰুৰ বীৰত্বৰ বৰ্ণনা কৰা 'যুদ্ধক্ষেত্ৰত আহোম ৰমণী'ৰ ভাব আৰু ভাষাত সেই গাম্ভীৰ্য্য কিছু-পৰিমাণে অটুট থকা বুলি ক'ব পাৰি। বৰবৰুৱাৰ কাব্যত নাৰী চৰিত্ৰৰ প্ৰাধান্য লক্ষ্য কৰা যায়।

বৰবৰুৱাৰ হাততেই অসমীয়া ছনেটৰ পুথিয়ে প্ৰথমে প্ৰকাশ লাভ কৰে। এইফালৰ পৰা তেওঁৰ ৰচিত ছনেটৰ সমষ্টি, 'মালচ' (১৯১৮) ৰ ঐতিহাসিক মূল্য কোনেও অস্বীকাৰ কৰিব নোৱাৰে। ইয়াৰে কোনো কোনো ছনেটত ভাবৰ ঐক্য আৰু গভীৰতা মন কৰিবলগীয়া। তেওঁৰ শেহতীয়া সকলো ৰচনাতে করুণ ৰসৰ সুৰ অনুভৱ কৰা যায়। একন

এজনকৈ কেইবাজনো আত্মীয়ৰ বিয়োগ বেদনা সহিব লগা হোৱাই বোধকৰোঁ ইয়াৰ কাৰণ। কনিষ্ঠ পুত্ৰৰ মৃত্যু-দুখত ৰচিত 'চকুলো' (১৯২২) তেওঁৰ আন এখন উল্লেখযোগ্য ছনেটৰ পুথি।

**ৰঘুনাথ চৌধাৰী (১৮৭৯-১৯৬৮)**

ৰোমান্টিক যুগৰ স্বকীয় বৈশিষ্ট্য লৈ অসমীয়া কাব্যসম্ভাৰ টনকিয়াল কৰাসকলৰ ভিতৰত ৰঘুনাথ চৌধাৰীৰ নাম সকলোৰে আগত। চৌধাৰীৰ কবিতাত সময়ৰ প্ৰভাৱ পৰিছে যদিও ভাৰতীয় ঐতিহ্য বা পৰম্পৰাৰ প্ৰভাৱহে অধিক স্পষ্ট। তেওঁৰ কবিতাৰ ঘাই উপজীব্য প্ৰকৃতি, বিশেষকৈ ফুলৰ সৌৰভ আৰু সৌন্দৰ্য আৰু চৰাইৰ সুমধুৰ গান চৌধাৰীৰ কবিতাৰ উৎস। প্ৰকৃতিৰ ৰুদ্ৰ ৰূপৰ প্ৰতি তেওঁ উদাসীন। সৌন্দৰ্যৰ উপাসক চৌধাৰীয়ে প্ৰকৃতিৰ বুকুত বিচাৰি পাইছে অপূৰ্ব সৌন্দৰ্য। সৌন্দৰ্যৰ সেই মহামেলা চাই কবিৰ হৃদয় আনন্দত অধীৰ হৈ উঠিছে। প্ৰকৃতিৰ সেই আনন্দ উৎসৱত নিজে ভাগ ল'ব নোৱাৰি দুই-এঠাইত বেজাৰো কৰিছে। লৌকিক সৌন্দৰ্য আৰু অলৌকিক ৰহস্য দুয়োটাকে চৌধাৰীয়ে প্ৰকৃতিৰ বুকুত বিচাৰি উলিয়াইছে। ইংৰাজ ৰোমান্টিক কবিসকলৰ চিন্তাধাৰাৰ সৈতে চৌধাৰীৰ প্ৰকৃতি-বিষয়ক কবিতাসমূহৰ ঠায়ে-ঠায়ে মিল থকা যেন লাগিলেও তেওঁৰ দৃষ্টিভঙ্গি সম্পূৰ্ণভাবে ভাৰতীয়। প্ৰকৃতি-কবিৰূপে তেওঁক ছেৰ পেলাব পৰা আন এজন আমাৰ সাহিত্যত এতিয়ালৈকে ওলোৱা নাই।

ফুল আৰু চৰাই-জীৱনৰ প্ৰতি কবিৰ আকৰ্ষণে অনুপম গীতি-কবিতাসমূহৰ সৃষ্টি কৰিছে। 'সাদৰী' (১৯১০), 'কেতেকী' (১৯১৮) আৰু 'দহিকতৰা' (১৯৩১)ত তেওঁৰ প্ৰকৃতি বিষয়ক কবিতাসমূহ থূপ খাই আছে। নিসঙ্গ জীৱন যাপন কৰা কবি প্ৰকৃতিৰ সৌন্দৰ্য চাই অভিভূত হৈ পৰিছে। বিশ্ব-প্ৰকৃতিত আন এটা বস্তুৰ তেওঁ সন্ধান পাইছে। সেইটোৱে হৈছে, অলৌকিক প্ৰেমৰ পৰশ। মানুহৰ মাজত দুৰ্লভ এই বস্তু তেওঁ পাইছে, চৰাইৰ সুৰৰ মাতত, ফুলৰ সৌন্দৰ্যত আৰু নৈৰ গতিত। কবিৰ কল্পনাত কেতেকীয়ে দেৱদূতীৰূপে পৃথিবীলৈ আহি প্ৰেমৰ সোৱাদ

বিলাইছে। প্ৰকৃতি— বিষয়ক এই কৱিতাসমূহৰ উপৰিও চোধাৰীৰ আৰু একশ্ৰেণীৰ কৱিতা আছে, যিবোৰত সংসাৰৰ ভোগ-বিলাসক মৰীচিকা জ্ঞান কৰি কৱিয়ে বৈৰাগ্য অৱলম্বন কৰিবলৈ বিচাৰিছে। ইয়াৰ অন্তৰালত আছে, শৈশৱৰ পৰা এটি এটিকৈ সন্মুখীন হোৱা তেওঁৰ কৰুণ অভিজ্ঞতাসমূহ। 'বৈৰাগ্যৰ কথা', 'মৰণ', 'অন্তিম জ্যোতি', ফুলশয্যা' আদি কৱিতা তেওঁৰ জীৱনৰ পুঞ্জীভূত বেদনাৰ প্ৰকাশ। জীৱনৰ অন্ধকাৰক তেওঁ আহ্বান জনাইছে আৰু মৰণৰ জ্যোতিৰ্ময় আহ্বান কৱিয়ে শুনিবলৈ পাইছে। ওপৰত উল্লেখ কৰা তিনিখন পুথিৰ উপৰিও তেওঁৰ ৰচিত 'কাৰাবালা' (১৯২৩) এখন তন্ময় কাব্যৰ পুথি। গীতি-কৱিতাসমূহৰ তুলনাত 'কাৰবালা' ৰৰ উজ্জ্বল প্ৰচেষ্টা নহয় যেন লাগে। 'নৱমল্লিকা' (১৯৫৮) তেওঁৰ কথা কৱিতাৰ পুথি। দৰাচলতে, কাব্যধৰ্মী গদ্যত ৰচনা কৰা এই কথা-কৱিতাসমূহকো কৱিতাই বুলি ক'ব পাৰি।

ভাষা, উপমা আদিৰ ক্ষেত্ৰত চোধাৰী কালিদাস আৰু আন সংস্কৃত কৱিসকলৰ দ্বাৰা বিশেষ ভাৱে প্ৰভাৱান্বিত হৈছিল। সংস্কৃত কাব্য অধ্যয়নৰ ফল তেওঁৰ কৱিতাত ভালদৰে লক্ষ্য কৰা যায়। তৎসম আৰু অসমীয়া ঘৰুৱা শব্দৰ প্ৰয়োগে তেওঁৰ শব্দসম্ভাৰ সমৃদ্ধ কৰাৰ লগতে উপযুক্ত পৰিবেশ সৃষ্টিত সহায় কৰিছে। 'কাৰাবালা'ত আৰবী আৰু ফাৰ্চী শব্দৰ প্ৰয়োগ মন কৰিবলগীয়া।

॥ **নীলমণি ফুকন (১৮৮০-১৯৭৮)** ॥

এসময়ত 'আলোচনী', 'বাতৰি' আৰু 'দৈনিক বাতৰি' কাকতৰ সম্পাদক নীলমণি ফুকনে সক্ৰিয় ৰাজনীতিৰ পৰা অৱসৰ লৈ ভাটি বয়সৰ ফালে একাগ্ৰমনে সাহিত্য-চৰ্চাত লাগে। তেওঁৰ প্ৰথম কৱিতাৰ পুথি 'জ্যোতিকণা' (১৯৩৮)। ইয়াৰ পাছত ক্ৰমে 'মানসী' (১৯৮৩), 'গুটিমালী' (১৯৫০), 'জিঞ্জিৰি' (১৯৩৮), 'অমিত্ৰা', (১৯৫১) 'সন্ধানী, (১৯৫৩) আৰু 'মানস প্ৰতিমা' (১৯৭২) প্ৰকাশ পায়। ফুকনৰ কৱিতাত ৰহস্যবাদী চিন্তাধাৰাই প্ৰাধান্য লাভ কৰিছে। সৃষ্টিৰ সকলো বস্তুৰ অন্তৰালত তেওঁ এক মহান শক্তিৰ অস্তিত্ব উপলব্ধি কৰে। সৃষ্টিৰ সকলো সৌন্দৰ্য্যৰ মূলতে থকা চিৰসুন্দৰৰ সন্ধানত এই চিৰকুমাৰ জনা ব্যস্ত।

'মানসী'ত সন্নিবিষ্ট 'সুন্দৰ তুমি ক'ত?', 'অৰূপৰ ৰূপ' আদি কৱিতা তেওঁৰ এনেধৰণৰ ভাব-চিন্তাৰ স্পষ্ট নিদৰ্শন। সামাজিক দিশৰ প্ৰতিও ফুকন উদাসীন নহয়। তেওঁৰ কেইবাটাও কৱিতাই সমাজসচেতনাৰ পৰিচয় দিয়ে। সমাজৰ নিষ্পেষিত আৰু অৱহেলিত সকলৰ প্ৰতি তেওঁৰ সহানুভূতি এই কৱিতা কেইটাত প্ৰকাশ পাইছে। ফুকন মূলতঃ ভাবুক। কৱিতাৰ প্ৰতিটো শাৰী তেওঁ ভাব-চিন্তাৰে গধুৰ কৰি তোলে। কিন্তু সাধাৰণতে কৱিতাত আশা কৰা আৱেগ-অনুভূতিৰ ৰসোত্তীৰ্ণ প্ৰকাশ তেওঁৰ কৱিতাত পোৱা নাযায়। গদ্য-লেখক হিচাপে ফুকনৰ কৃতিত্ব অধিক। কৱিতাকো তেওঁ বহুপৰিমাণে গদ্যধৰ্মী কৰি তোলা দেখা গৈছে।

**অম্বিকাগিৰী ৰায় চৌধুৰী (১৮৮৫-১৯৬৭)**

'চেতনা'ৰ যোগেদি জাতীয়তাবাদী চেতনা জাগ্ৰত কৰা ৰায়চৌধুৰীয়ে জাতীয়তাবাদী সাহিত্য ৰচনা কৰি নতুন অসম গঢ়াৰ অনুপ্ৰেৰণা যোগাই গৈছে। সামাজিক, সাংস্কৃতিক আৰু ৰাজনৈতিক বেদীত গোটেই জীৱন উছৰ্গা কৰা অম্বিকাগিৰী আছিল দেশপ্ৰেমৰ এক অনিৰ্বাণ শিখা। উগ্ৰ দেশপ্ৰেমৰ কাৰণে কেইবাবাৰো কাৰাবৰণ কৰা ৰায়চৌধুৰীৰ স্বদেশানুৰাগী কৱিতা সমূহৰ সৰহভাগেই জেলত বন্দী হৈ থকা অৱস্থাতেই ৰচিত। ছন্দ-বৈশিষ্ট্য আৰু তেজোদ্দীপ্ত ভাষা এই কৱিতাসমূহৰ প্ৰাণ। ৰায়চৌধুৰী আছিল এক জ্বলন্ত আগ্নেয়গিৰি আৰু তেওঁৰ প্ৰতিটো শব্দই সেই আগ্নেয়গিৰিৰ পৰা বাজ হোৱা একোটি বিস্ফোৰক পদাৰ্থ-সদৃশ। কৱিতাত প্ৰয়োগ কৰা শব্দ তেওঁৰ হিয়া ফাটি ওলাই অহা অন্তৰৰ জুইৰ ফিৰিঙতি।

ৰায়চৌধুৰীৰ কৱিতাসমূহক ঘাইকৈ দুটা ভাগত ভগাব পাৰি। জীৱনৰ প্ৰথম স্তৰত লিখা 'তুমি' (১৯১৫) আৰু 'বীণা' (১৯১৬) মিষ্টিকধৰ্মী বা ৰহস্যবাদী কৱিতাৰ পুথি। এই দুখন পুথিত কৱিৰ যৌৱনৰ ইন্দ্ৰিয়গ্ৰাহ্য প্ৰেম আধ্যাত্মিক প্ৰেমত পৰিণত হোৱা দেখা গৈছে। কৱিয়ে নিজে কৈছে—"জীৱনৰ প্ৰথম ভাগৰ উদ্‌ভ্ৰান্ত প্ৰেমটোৱেই শেষত সমজাতীয় সহানুভূতি আৰু অনুভূতিৰ ভিতৰেদি প্ৰকৃতিৰ উদাৰ সৌন্দৰ্য্য অতিক্ৰম কৰি বিৰহ-অভিমান আদি নানা অৱস্থাৰ মাজেদি সকলোবিলাক

আসক্তিৰ হাত এৰাই অনন্তৰ লগত সানমিহলি হৈ পৰে।" বিশ্বজগতত প্ৰেম আৰু সৌন্দৰ্য্যৰ অন্বেষণ কৰি কবিয়ে শেহত অনন্ত প্ৰেমৰ স্বামী 'তুমি'ক অন্তৰ্জগতৰ 'মই' তেই বিচাৰি পাইছে। ডক্টৰ বাণীকান্ত কাকতীয়ে 'তুমি' কাব্যক কবিৰ বিশ্বৰূপ-দৰ্শন বুলি অভিহিত কৰিছে। অনুভূতিৰ গভীৰতা আৰু তীব্ৰতাৰে 'তুমি' আৰু 'বীণা' অসমীয়া ৰোমাণ্টিক সাহিত্যৰ অনুপম সৃষ্টি। দ্বিতীয় স্তৰত স্বদেশী আন্দোলনত জপিয়াই পৰা ৰায়চৌধুৰীয়ে বিপ্লৱৰ গান গাইছে আৰু জীৱন-সংগ্ৰামৰ কঠোৰ বাস্তৱতাৰ সন্মুখীন হ'বলৈ দেশবাসীক প্ৰেৰণা যোগাইছে। ৰায়চৌধুৰীৰ অসম-প্ৰেম, কমলাকান্ত ভট্টাচাৰ্য্যৰ অসম-প্ৰেমৰ সৈতে তুলনা কৰা হয় যদিও তেওঁৰ তেজাল দেশপ্ৰেমমূলক কবিতাৰ তুলনা পোৱা টান। অসম আৰু অসমীয়াৰ কথাকে ৰায়চৌধুৰীয়ে ওৰে জীৱনে চিন্তা কৰিছিল যদিও তেওঁৰ কবি মন মুঠেও সঙ্কীৰ্ণ নাছিল। তেওঁৰ অন্তৰত আছিল এক উদাৰ আৰু গভীৰ মানৱ-প্ৰেম। অন্যায়, অনাচাৰ, অবিচাৰ আদি দেখা পালেই ৰায়চৌধুৰীয়ে হাতত লাখুটি লৈ নিৰ্ভিকভাৱে তাৰ প্ৰতিবাদ কৰিছিল। 'অনুভূতি' (১৯৩৫), 'বন্দো কি ছন্দেৰে' (১৯৫৮), 'স্থাপন কৰ, স্থাপন কৰ' (১৯৫৮) আৰু 'বেদনাৰ উল্কা' (১৯৬৪) কবিতাৰ পুথি ৰায়চৌধুৰীৰ স্বদেশপ্ৰেম আৰু উদাৰ মানৱ-প্ৰেমৰ উজ্জ্বল চানেকি। অৱশ্যে, 'তুমি' কাব্যৰ বাকভংগি আৰু ছন্দৰ সাবলীলতা পাছৰ কবিতাসমূহত নাই

**দুৰ্গেশ্বৰ শৰ্মা (১৮৮৫-১৯৬১)**

কবি আৰু নাট্যকাৰ দুৰ্গেশ্বৰ শৰ্মাই 'জোনাকী'ৰ পাততেই কবি হিচাপে দেখা দিছিল যদিও জোনাকীৰ পৰৱৰ্তী স্তৰতহে তেওঁ সুপ্ৰতিষ্ঠিত হয়। শৰ্মা ঘাইকৈ মিষ্টিক বা দাৰ্শনিক ভাবাপন্ন কবি। ভাৰতীয় দৰ্শনৰ জন্মান্তৰবাদ, আত্মাৰ অবিনশ্বৰতা আদিৰ প্ৰভাৱ তেওঁৰ কবিতাত স্পষ্ট। আধ্যাত্মিক দৃষ্টিভঙ্গী লৈ জীৱনত আত্মসন্তুষ্টি লাভ কৰা শৰ্মাই তেওঁৰ চিন্তাধাৰাবোৰ ইমান সৰল আৰু প্ৰাঞ্জলতাৰে কবিতাত বৰ্ণাব পাৰিছে যে সৰ্বসাধাৰণ পাঠকে তেওঁৰ কবিতাৰ ৰসাস্বাদন কৰাত অকণো

অসুবিধা নাপায়। 'জীৱন', 'আত্মা' আদি কৱিতা ইয়াৰ দৃষ্টান্ত। ভাব আৰু ভাষাৰ এই সৰলতাৰ বাবে বহুতে তেওঁক অসমৰ ওৱৰ্ডছ্‌ৱৰ্থ আখ্যা দিব খোজে। ওৱৰ্ডছ্‌ৱৰ্থৰ 'লুচি' কৱিতাকেইটাৰ সাৰ্থক অসমীয়া অনুবাদ কৰিও শৰ্মাই ওৱৰ্ডছ্‌ৱৰ্থৰ সৈতে তেওঁৰ আত্মীয়তাৰ পৰিচয় দিছে। শৰ্মাৰ প্ৰণয়মূলক কৱিতাকেইটি ৰোমাণ্টিক আদৰ্শেৰে পুষ্ট। আন ৰোমাণ্টিক কৱিৰ নিচিনাকৈ তেৰোঁ প্ৰকৃতিৰ সকলো বস্তুতে প্ৰিয়াৰ প্ৰতিমূৰ্ত্তি দেখিবলৈ পাইছে আৰু প্ৰকৃতিৰ সৌন্দৰ্যৰ মাজত প্ৰিয়াৰ সৌন্দৰ্য্য উপলব্ধি কৰিছে। কোমল অনুভূতিৰ সৰল বৰ্ণনা এই কৱিতা-সমূহৰ বৈশিষ্ট্য। শৰ্মাৰ প্ৰকাশিত গীতি-কৱিতাৰ পুথি হ'ল, 'অঞ্জলি' (১৯১০) আৰু 'নিবেদন' (১৯১৫)।

**দণ্ডিনাথ কলিতা (১৮৯০-১৯৫৫)**

ঔপন্যাসিক, নাট্যকাৰ আৰু কৱি দণ্ডিনাথ কলিতাই সমাজসংস্কাৰৰ মনোভাব লৈ সমাজৰ দোষ-ত্ৰুটীৰ ফালে পাঠকৰ দৃষ্টি আকৰ্ষণ কৰাৰ চেষ্টা কৰে। তেওঁৰ কৱিতাৰ মূল সুৰ ব্যঙ্গাত্মক। কিন্তু বেজবৰুৱা আদিৰ ৰচনাত পোৱা মৃদু ব্যঙ্গ ই নহয়। কলিতাৰ তীব্ৰ ব্যঙ্গই তেওঁৰ কৱিতাৰ ওপৰত থকা তৰল হাস্যৰসৰ চাপটোক প্ৰায়ে আচ্ছন্ন কৰি ৰখা দেখা যায়। 'ৰহঘৰা' (১৯১৬), 'ৰগৰ' (১৯২২), 'বহুৰূপী' (১৯২৬), এইকেইখন কৱিতা-পুথিত ঠায়ে ঠায়ে তেওঁ আমোদজনক ৰগৰ কৰিছে যদিও সমাজৰ প্ৰতি চোকা ব্যঙ্গ-শৰো নিক্ষেপ কৰিছে। 'ৰগৰ'ৰ প্ৰসঙ্গত অম্বিকাগিৰি ৰায়চৌধুৰীয়ে এনেদৰে মন্তব্য কৰিছিল— 'ৰগৰে' নগৰত যেনেকৈ ৰগৰ লগাব, গাওঁভূইতো তেনেকৈ ৰহইচ লগাব।" 'মতা নে ভিকতা,' 'মেধি তীৰ্থ লৈ যায়' আদি কৱিতাত ব্যঙ্গৰ তীব্ৰতা পাঠকে ভালদৰে উপলব্ধি কৰিব পাৰে। কলিতাই সমাজৰ ভুল-ভ্ৰান্তি নাইবা কু-সংস্কাৰবোৰ আঙুলিয়াইছে দিয়ে, সেইবোৰ শুধৰোৱাৰ বা আঁতৰোৱাৰ কোনো উপায়ৰ নিৰ্দ্দেশ নিদিয়ে। তেওঁৰ আন এখন কৱিতাৰ পুথি 'দীপ্তি'। 'অসম সন্ধ্যা' (১৯৪৯) তেওঁৰ বুৰঞ্জীমূলক কাব্য। অমিত্ৰাক্ষৰ ছন্দত ৰচনা কৰা এই কাব্যত আহোম ৰাজত্বৰ শেষ কালছোৱাৰ অৰ্থাৎ

অসমৰ স্বাধীনতাৰ গৌৰৱ-ৰবি অস্তমিত হোৱা সময়ৰ বৰ্ণনা দাঙি ধৰা হৈছে। কাৱ্যখনত ঘটনাৰ সৈতে সামঞ্জস্য ৰাখি কৰা দৃশ্য-বৰ্ণনাত কৱি-প্ৰতিভাৰ পৰিচয় পোৱা যায়।

**যতীন্দ্ৰনাথ দুৱৰা (১৮৯২ ১৯৬৪)**

ৰোমাণ্টিক যুগৰ আটাইতকৈ জনপ্ৰিয় কবি যতীন্দ্ৰনাথ দুৱৰাৰ কৱিতাত গীতি-কৱিতাৰ সঙ্গীত-মধুৰতা পূৰ্ণভাৱে প্ৰকাশ পাইছে। দুৱৰা প্ৰেমৰ কবি। যৌৱনৰ সকলো আশা-আকাঙ্খাৰে প্ৰেয়সীৰ ওচৰ চাপি নিৰাশ হোৱা প্ৰেমিকজনাই দুখৰ হুমুনিয়াহ কাঢ়িছে : পৃথিৱীত প্ৰেম-প্ৰীতি বিচাৰি ব্যৰ্থ হোৱা কৱিয়ে অনন্ত প্ৰেমৰ উদ্দেশ্যে সোণোৱালী দেশৰ পিনে জীৱন-যাত্ৰা আৰম্ভ কৰিছে। দুৱৰাৰ কৱিতা নাৱৰীয়া আৰু ঘাটকৰাৰ প্ৰতীকৰ সহায়েৰে বৰ্ণনা কৰা এই যাত্ৰাৰ কাহিনী। পাৰ্থিৱ প্ৰেমৰ সাধনাত ব্যৰ্থ হৈ নিসংগ জীৱন-যাপন কৰা কৱিয়ে সংসাৰ-নদীৰ সোঁতত জীৱন-নাওখনি এৰি দিছে। অতীতৰ কথা মনলৈ অহাত কেতিয়াবা তেওঁ উভতি চাইছে। কেতিয়াবা আকৌ নদীৰ পাৰৰ সৌন্দৰ্য্য দেখি থমকি ৰৈছে। দুৱৰাৰ কৱিতাত ইংৰাজ কবি শেলী, পাৰস্যৰ কবি ওমৰখায়াম আৰু হাফিজ আদিৰ প্ৰভাৱ লক্ষ্য কৰা যায়। শেলীৰ দৰে ব্যক্তিগত হা-হুমুনিয়াহেৰে তেওঁৰ কৱিতা উপচি পৰিছে। শেলীয়ে অৱশ্যে সামাজিক জীৱনৰ আইটীয়া বনৰ মাজত পৰি আৰ্ত্তনাদ কৰিছিল। দুৱৰাৰ দুখ-বিষাদ কিন্তু সম্পূৰ্ণভাৱে ব্যক্তিগত। শেলীৰ দৰে দুখ-বিননিৰ মাজতো আশাবাদে তেওঁৰ কৱিতাৰ ঠায়ে ঠায়ে ভুমুকি মাৰিছে। ওমৰৰ জীৱন-দৰ্শনে দুৱৰাৰ মনত কিছু প্ৰভাৱ পেলাইছিল। ইয়াৰ নিদৰ্শন হ'ল, তেওঁৰ 'ওমৰ-তীৰ্থ'। 'ওমৰ-তীৰ্থ' ওমৰখায়ামৰ ৰুবায়তৰ হুবহু অনুবাদ নহয়। কৱিৰ নিজস্ব অনুভূতিৰ ছাপ ইয়াত আছে। ড' কাকতিয়ে ক'বৰ দৰে, 'দুৱৰাৰ ভাঙনি বুকুৰ তপত তেজেৰে উম দিয়া'। শব্দচয়ন আৰু ছন্দৰ সাৱলীল গতিলৈ চাই এই কৱিতাসমূহকো কৱিৰ নিজা সৃষ্টি বুলিয়েই ক'বৰ মন যায়। চুফিবাদৰ প্ৰধান কবি হাফিজৰ কাব্য-

ৰসো দুৰ্গাই পান কৰিছিল। হাফিজৰ অনন্ত তৃষ্ণা-প্ৰেমে দুৰ্গাৰ কবিতাৰ নৈৰাশ্য বহুপৰিমাণে আঁতৰাই ৰাখিছে। দুৰ্গাৰ কবিতাৰ পুথিসমূহ হ'ল 'প্ৰেমৰ-তীৰ্থ' (১৯১৫), 'আপোনাৰ' (১৯৩৮), 'বনফুল' (১৯৫২), আৰু 'মিলনৰ সুৰ' (১৯৬০)। ইয়াৰ উপৰিও ৰুচ-সাহিত্যিক টুৰ্গেনিভৰ কথা-কবিতাৰ আৰ্হিত দুৰ্গাই অসমীয়াত 'কথা কবিতা' ৰচনা কৰে। দুৰ্গাৰ ৰচনাত টুৰ্গেনিভৰ বাস্তৱ দৃষ্টিভঙ্গি পৰিলক্ষিত নহয় যদিও ভাষাৰ প্ৰাঞ্জলতা আৰু ব্যঞ্জনাময়তাৰ কাৰণে তেওঁৰ 'কথা-কবিতা' অসমীয়া পাঠকৰ আদৰৰ বস্তু হৈ থাকিব। কাব্যধৰ্মী পদ্যত ভাবৰ দৃশ্য-গন্ধী বৰ্ণনা থকা এই কথা-কবিতাসমূহকো প্ৰকৃততে কবিতাই বুলি ক'ব পাৰি।

সঙ্গীত-মধুৰতাই দুৰ্গাৰ কবিতাৰ জনপ্ৰিয়তাৰ মূল কাৰণ। সময়ৰ সোঁতত তেওঁৰ কবিতাৰ জনপ্ৰিয়তা ক্ৰমে হ্ৰাস পোৱা দেখা গৈছে। ইয়াৰ কাৰণ, দুৰ্গা হ'ল অতিশয় আত্মকেন্দ্ৰিক কবি। অভিজ্ঞতাৰ বৈচিত্ৰ্য তেওঁৰ কবিতাত পোৱা নাযায়। যুগ আৰু সমাজৰ প্ৰতি লক্ষ্য নকৰি কেইটামান গতানুগতিক প্ৰতীকৰ সহায়ত'ল ৰচনা কৰা তেওঁৰ কবিতাত বাস্তৱবোধৰ অভাৱ পৰিলক্ষিত হয়।

**ধৰ্মেশ্বৰী দেৱী বৰুৱানী (১৮৯২-১৯৬০)**

কোনো আলোচনীৰ সৈতে প্ৰথমে জড়িত নোহোৱাকৈ পুথি আকাৰে কবিতা প্ৰকাশ কৰা ধৰ্মেশ্বৰী দেৱী বৰুৱানীৰ কবিতাত আধ্যাত্মিক দৃষ্টিভঙ্গি পৰিলক্ষিত হয়। বিয়াৰ পাছতেই দুৰাৰোগ্য ৰোগত আক্ৰান্ত হৈ পঙ্গু হৈ পৰা বৰুৱানীয়ে প্ৰিয়জনৰ স্নেহ বুকুত সাবটি লৈ উচ্চ চিন্তাৰ মাজত নিজকে বুৰাই ৰাখে। প্ৰকৃতি-প্ৰেম আৰু ঈশ্বৰ-বিশ্বাস, এই দুটাই হ'ল তেওঁৰ কবিতাৰ উৎস। প্ৰকৃতিৰ সৌন্দৰ্য্য আৰু বিশ্বৰ সকলো বস্তুৰ মাজত কবিয়ে নেদেখাজনৰ মহিমা উপলব্ধি কৰিছে। সাগৰৰ প্ৰতি কবিৰ আকৰ্ষণে কেইবাটাও কবিতাৰ জন্ম দিছে আৰু বিশাল সাগৰকো তেওঁ ভগৱানৰ প্ৰশস্তি-গান ৰূপে কল্পনা কৰিছে। ব্যক্তিগত স্বাৰ্থ আৰু বৈষয়িক দৃষ্টিভঙ্গি প্ৰকৃত সুখৰ অন্তৰায় বুলি বিবেচনা

কৰা কৰিয়ে ভাৰতীয় আধ্যাত্মিক চিন্তাধাৰাৰ মাজত জীৱনৰ সুখ-শান্তি বিচাৰি পাইছে আৰু সেয়েই অতি সংযতভাৱে কবিতাত প্ৰকাশ পাইছে। তেওঁৰ কবিতাৰ পুথি — 'ফুলৰ শৰাই' (১৯১৯), 'প্ৰাণৰ পৰশ' (১৯৫২) আৰু 'অশ্ৰুধাৰ' (১৯৬৩)।

**শৈলধৰ ৰাজখোৱা (১৮৯২-১৯৬৮)**

'নিজৰা'-কবি শৈলধৰ ৰাজখোৱাৰ কবিতাৰ মূল সুৰ জাতীয়-চেতনা। অসমৰ হাবি-বন, পৰ্বত-পাহাৰ সকলোতে কবিয়ে জাতীয় ভাব প্ৰতিফলিত হোৱা দেখিবলৈ পাইছে। 'বৰপেটা', 'বিদায়দে আলো', 'পাষাণ-প্ৰতিমা' আদি কবিতা ইয়াৰ নিদৰ্শন। 'পাষাণ-প্ৰতিমা' কবিতাত কবিয়ে ফুলাৰ, আৰু চতনা শালৰ পাহাৰ যুটিক অসমৰ স্বাধীনতাৰ হকে প্ৰকৃত নম, যুগল ক্ষুদ্ৰ মুখী বীৰক স্বামী বৰণ কৰি শিললৈ পৰিণত হোৱা তপস্বিনী দেৱমূৰ্তিৰূপে কল্পনা কৰিছে। মৃত্যুৰ শয্যা তেওঁৰ কবিতাৰ বিশিষ্ট। শোক-কবিতা কইটাতো ৰাজখোৱাই তাৰ আৰু নতুন মৃত্যুৰ সমন্বয় ঘটাইছে। তেওঁৰ একমাত্ৰ কবিতাৰ পুথি 'নিজৰা' (১৯৩৭)।

**পদ্মধৰ চলিহা (১৮৯৫-১৯৬৯)**

নাটকাৰ আৰু গীতিকাৰ পদ্মধৰ চলিহাৰ গীত আৰু কবিতাৰ মূল ভাৱ স্বদেশপ্ৰেম। অসমীয়াৰ মনত জাতীয় ভাব সঞ্চাৰিত কৰাত আৰু অসমত সঙালী গীতৰ প্ৰচলন কৰোঁতাত এই গীতবোৰৰ ভূমিকা স্মৰণীয়। 'ফুলনি' (১৯১৫), 'স্বদেশ-সঙ্গীত' (১৯২১), 'গীতি-লহৰী' (১৯২৩), 'শৰাই' (১৯২৮), 'ৰংপুৰে কথা কয়' (১৯৬৫), 'পদুমণি' (১৯৬৫), এই কেইখন গীত আৰু কবিতাৰ পুথিয়ে চলিহাৰ স্বদেশ আৰু স্বজাতি-প্ৰীতিৰ পৰিচয় দাঙি ধৰিছে। 'স্বদেশ-সঙ্গীত'ৰ গীতবোৰে এসময়ত অসমৰ ইমূৰৰ পৰা সিমূৰলৈ অভাৱনীয় উদ্দীপনাৰ সৃষ্টি কৰিছিল। জাতীয় ভাবৰ বিকাশত এই গীতবোৰ সঞ্জীৱনী শক্তি স্বৰূপ হৈ পৰিছিল বুলি ক'ব পাৰি। 'ৰংপুৰে কথা কয়' নামৰ কবিতাৰ পুথিত অতীত অসমৰ ভাস্কৰ্য আৰু স্থাপত্য শিল্পৰ প্ৰতি কবিৰ আকৰ্ষণ আৰু এই দিশত ৰংপুৰে যোগোৱা বৰঙণিৰ কথা প্ৰকাশ পাইছে। খুহুতীয়া ৰচনাত চলিহাৰ বিশেষ কৃতিত্ব আছে।

উল্লিখিত পুথিকেইখনত সন্নিবিষ্ট তেওঁৰ এই বিধৰ গীত কেইটাই ইয়াৰ নিদর্শন।

**ৰঘুকান্ত বৰকাকতি (১৮৯৭-১৯৬৩)**

অসমীয়া ৰোমান্টিক নভোমণ্ডলত বৰকাকতি এটা উজ্জ্বল জ্যোতিষ্ক। ৰোমান্টিক যুগৰ গীতি-কবি হিচাপে ৰঘুকান্ত বৰকাকতিয়ে এখন স্থায়ী আসন অধিকাৰ কৰিছে। বৰকাকতিৰ কবিতাৰ মাই বিষয়বস্তু প্ৰেম। এই প্ৰেম অতীন্দ্ৰিয় প্ৰেম নহয়। যুবক-যুৱতীৰ মনক উতলা কৰা দৈহিক প্ৰেমেই তেওঁৰ কবিতাৰ প্ৰধান উপজীব্য। 'তাজমহল', 'বিশ্বহৰণ' আদি কবিতা ৰোমান্টিক প্ৰণয়-কবিতাৰ ব্যাকতভিলিকা সৃষ্টি। দার্শনিক ভাবাপন্ন কবিতা দুই-চাৰিটা আছে যদিও বৰকাকতিৰ কবিতাত দার্শনিক চিন্তাধাৰাই প্ৰাধান্য লভা নাই। কিন্তু স্বামী বিবেকানন্দৰ দ্বাৰা প্ৰভাৱান্বিত হৈ বেদান্ত আৰু উপনিষদৰ সোৱাদ পান কৰা বৰকাকতিয়ে বেদান্ত দর্শনৰ তথ্য কেইটিমান কবিতাত সন্নিবিষ্ট কৰিছে। 'ৰবীন্দ্ৰ বন্দনা' কবিতাটো ইয়াৰ এক উৎকৃষ্ট উদাহৰণ। সৌন্দৰ্য্য-উপাসনা তেওঁৰ কবিতাৰ আন এটি উৎস। প্ৰকৃতিৰ আহ্বানৰ প্ৰতি সঁহাৰি জনাই সৌন্দৰ্য্য বিষয়ক কেইটামান অপূৰ্ব কবিতা তেওঁ ৰচনা কৰিছে। ৰবীন্দ্ৰনাথৰ দৰে মানবীয় প্ৰেম আৰু প্ৰকৃতিৰ সৌন্দৰ্য্যৰ মাজতেই ৰবীন্দ্ৰভক্ত এই কবিজনাই 'অপ্ৰাপ্যৰ প্ৰাপ্তিৰ সন্ধান' কৰিছে। ধ্বনিপ্ৰধান শব্দপ্ৰয়োগ বৰকাকতিৰ কবিতাৰ স্বকীয় বৈশিষ্ট্য। এই ক্ষেত্ৰতো তেওঁ বিশ্বকবি ৰবীন্দ্ৰনাথৰ দ্বাৰা অনুপ্ৰাণিত। বৰকাকতিৰ কবিতাৰ পুথি তিনিখন- 'শেৱালি' (১৯৫৩); 'তৰ্পণ'(১৯৫৩) আৰু 'চন্দ্ৰহাৰ' (১৯৬৩)। প্ৰথম কবিতাৰ-পুথি, 'শেৱালি'তেই তেওঁৰ কবি-প্ৰতিভাৰ সকলো বৈশিষ্ট্য ফুটি উঠিছে।

**লক্ষ্মীনাথ ফুকন (১৮৯৭-৯৭৫)**

চুটিগল্পৰ লেখক হিচাপে প্ৰখ্যাত লক্ষ্মীনাথ ফুকনৰ ছেগাচোৰোকাকৈ আলোচনীৰ পাতত প্ৰকাশ পোৱা কবিতাৰ সংগ্ৰহ 'সোণালী সপোন' (১৯৬১)। ইয়াৰ সৰহভাগ কবিতাই প্ৰণয়াত্মক। সাধাৰণতে দেখিবলৈ পোৱা ৰোমান্টিক কবিৰ উচ্ছ্বাস আৰু উন্মাদনাৰ পৰা ফুকনৰ কবিতা

মুক্ত। কিন্তু গীতি-কবিতাত আশা কৰা ছন্দৰ শৃংখলীলতা তাত সম্পূর্ণভাবে আছে। মুঠতে, বাতুলতা-বর্জিত মিঠা প্রকাশভঙ্গিয়েই ফুকনৰ কবিতাৰ বিশেষত্ব। স্বদেশপ্রীতিমূলক দুই-এটা কবিতাতো ফুকনৰ প্রতিভাৰ পৰিচয় পোৱা গৈছে। 'ব্রহ্মপুত্রৰ প্রতি' নামৰ কবিতাটোলৈ আঙুলিয়াব পাৰি। ব্রহ্মপুত্রক সম্বোধন কৰি ৰচনা কৰা এই কবিতাটোত কবিৰ জাতীয় ভাবৰ উন্মেষ দেখা যায়।

**নলিনী বালা দেৱী (১৮৯৮-১৯৭৭)**

পদ্মশ্রী নলিনী বালা দেৱীৰ ৰৰঙণি অসমৰ কাব্য জগতত অবিস্মৰণীয় হৈ আছে। কোনো আলোচনীৰ সৈতে জড়িত নোহোৱাকৈ ১৯২৮ চনত 'সন্ধিয়াৰ সুৰ' নামৰ কবিতাৰ পুথি প্রকাশ কৰাৰ লগে লগে তেওঁৰ কবিতাৰ সুৰ পাঠকৰ কাণত বাজি উঠে। ভাৰতীয় চিন্তাধাৰাৰ উত্তৰাধিকাৰী কবিয়ে ভাৰতীয় দর্শনৰ কর্মফলবাদ, আত্মাৰ অবিনশ্বৰতা আদিকে কবিতাৰ মূল ভাব ৰূপে গ্রহণ কৰিছে। ভাৰতৰ বেদ, উপনিষদৰ সনাতন সুৰটি তেওঁৰ কবিতাত বিদ্যমান। পার্থিব জগতখনক অতিক্রম কৰি অপার্থিব জ্যোতিৰ সন্ধানত কবি ব্রতী হৈ পৰিছে। কবিৰ আত্মা চিৰসুন্দৰৰ সৈতে মিলিত হোৱাৰ আকাংক্ষাত উদ্বাউল। 'পৰম তৃষ্ণা', 'শেষ অর্ঘ্য'কে ধৰি সৰহভাগ কবিতা কবিৰ এনে ধৰণৰ আধ্যাত্মিক দৃষ্টিভঙ্গিৰ উজ্জ্বল চানেকি। প্রকৃতিৰ সৌন্দর্য্য, গছ-লতা, চৰাই-চিৰিকতি সকলোতে কবিয়ে অনন্ত সুন্দৰৰ সৌন্দর্য্য প্রতিফলিত হোৱা দেখিবলৈ পাইছে। ভগবানৰ হাতত নিজকে সঁপি দিয়া কবিয়ে সেই সৌন্দর্য্য সাধনাকে কৰিছে আৰু চিৰসুন্দৰৰ লগত বিলীন হৈ যোৱাৰ উদ্দেশ্যে অসীমলৈ যাত্রা কৰিছে। স্বদেশানুৰাগ নলিনী বালা দেৱীৰ কবিতাৰ আন এটি দিশ। পিতৃ নবীন চন্দ্র বৰদলৈৰ জাতীয়তাবাদী চিন্তাধাৰাই নলিনীবালাক প্রভাৱান্বিত কৰাটো স্বাভাৱিক। জনমভূমিৰ গৌৰৱ অথবা ৰূপ-বন্দনা তেওঁৰ দেশ-প্রেমমূলক কবিতাসমূহৰ প্রতিপাদ্য বিষয়। 'সন্ধিয়াৰ সুৰ'তেই কবি হিচাপে নলিনীবালা দেৱীৰ সকলো বৈশিষ্ট্য ফুটি উঠিছে। ইয়াৰ পাছত প্রকাশিত 'সপোনৰ সুৰ' (১৯৪৩), 'পৰশমণি'

(১৯৫৩) 'যুগদেৱতা' (১৯৫৮) আৰু 'অলকানন্দা' (১৯৬৭) ত সেই একে ভাব আৰু বৈশিষ্ট্যই ধৰা পৰিছে। আধ্যাত্মিক আৰু জাতীয়তাবাদী— এই দুই ধাৰাৰ কবিতা আৰু গীতেই এই পুথি সমূহতো ঠাই পাইছে। ভাবৰ ব্যঞ্জনা আৰু চিত্ৰধৰ্মী ৰচনা নলিনীবালাৰ কবিতাৰ আকৰ্ষণীয় গুণ।

**উমেশচন্দ্ৰ চৌধাৰী ১৮৯৮-১৯৫৩)**

ভাৰতৰ স্বাধীনতা আন্দোলনে অসমীয়া কবি আৰু গীতিকাৰ সকলক স্বদেশৰ কৰ্তব্যলৈ আহ্বান জনাইছিল। ১৯২১ চনত অসহযোগ আন্দোলন আৰম্ভ হোৱাৰ লগে লগে স্বাধীনতাৰ জয়গানে গোটেই দেশ মুখৰিত কৰি তুলিছিল। জাতীয় জাগৰণৰ আৱশ্যকতা অনুভৱ কৰি দেশবাসীক স্বদেশপ্ৰেমত উদ্বুদ্ধ কৰাৰ আশাৰে কবি আৰু গীতিকাৰ সকল ওলাই আহিছিল। উমেশচন্দ্ৰ চৌধাৰী সেই সকলৰে এজন। চৌধাৰীৰ জাতীয় ভাবাপন্ন গীত সেই সময়ছোৱাত অসমীয়াৰ আদৰৰ বস্তু আছিল। লোক-গীতৰ সুৰত ৰচনা কৰা তেওঁৰ গীতসমূহেও এসময়ত জনপ্ৰিয়তা অৰ্জন কৰিছিল। চৌধাৰীৰ 'প্ৰতিধ্বনি' (১৯৩৯), 'মন্দাকিনী' (১৯৪০) আৰু 'দেৱধ্বনি' (১৯৩৯) ত এই গীতবোৰ সন্নিবিষ্ট হৈ আছে। তদুপৰি, 'ত্ৰিবেণী' আৰু 'অমৃতমন্থন' নামৰ দুখন গীতি-কবিতাৰ পুথি ৰচনা কৰিও তেওঁ অসমীয়া গীতি-কবিতাৰ ভঁৰাললৈ অৰিহণা যোগাই গৈছে।

**ডিম্বেশ্বৰ নেওগ (১৯০০-১৯৬৬)**

কবি, সমালোচক আৰু গৱেষক ডিম্বেশ্বৰ নেওগে সাহিত্যৰ আটাইবোৰ দিশ আলোকিত কৰি থৈ গৈছে। ছাত্ৰাৱস্থাৰ পৰা কবিতা ৰচনা কৰিবলৈ লোৱা নেওগৰ সাহিত্যিক-জীৱনত দুটা স্তৰ লক্ষ্য কৰা যায়। জীৱনৰ প্ৰথম ছোৱাত তেওঁ যাইকৈ কবিৰূপে আৰু দ্বিতীয় ছোৱাত সমালোচক আৰু গৱেষকৰূপে দেখা দিছে। একেৰাহে কেইবাবছৰো ছাত্ৰসন্মিলনৰ মুখপত্ৰ 'মিলন'ৰ সম্পাদক হৈ থকাৰ উপৰিও সেই সময়ৰ প্ৰায় আটাইবোৰ আলোচনীৰ লগত নেওগ জড়িত আছিল আৰু প্ৰকৃততে 'চেতনা', 'মিলন' আৰু 'বাঁহী'তেই তেওঁৰ সাহিত্যিক প্ৰতিভাৰ বিকাশ ঘটিছিল। ১৯২১ চনত তেওঁৰ প্ৰথম কবিতাৰ পুথি 'মালিকা' প্ৰকাশ পায় আৰু তাৰ

পাছত এখন এখনকৈ বাৰখন কবিতাৰ পুথি ওলায় যদিও নেওগ সাধাৰণতে 'ইন্দ্ৰধনু'ৰ কবি বুলিহে সকলোৰে মাজত পৰিচিত। 'ইন্দ্ৰধনু'ত নেওগৰ কবিতাৰ দুটা ধাৰা জল্‌জলকৈ ওলাই পৰিছে। ইয়াৰে এটাত প্ৰকাশ পাইছে যৌৱনৰ উদ্‌ভ্ৰান্ত প্ৰেমৰ স্বপ্ন আৰু আনটোত প্ৰকাশ পাইছে স্বদেশপ্ৰীতি। আন বহুতো ৰোমাণ্টিক কবিৰ নিচিনাকৈ যৌৱনৰ দুৱাৰ-দলিত কবিয়ে প্ৰণয়ৰ গান গাইছে। কিন্তু আন কিছুমানৰ দৰে ব্যক্তি-প্ৰেমৰ উগ্ৰতাই তেওঁৰ কবিতা ভাৰাক্ৰান্ত কৰা নাই। যৌৱনৰ জাগৰণৰ প্ৰতি সঁহাৰি জনালেও প্ৰিয়াক পোৱাৰ আশাৰে সকলো বাধা নেওচি কবি আগবঢ়া নাই। তাৰ পৰিবৰ্ত্তে তেওঁ কল্পনা কৰিছে দাম্পত্য প্ৰণয়ৰ এখনি মধুৰ চিত্ৰ। মিষ্টিক সুৰো দুই-এটা কবিতাত নথকা নহয়। নিজৰ গাওঁখনিক 'ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ ভাৰ্চৰণ' ৰূপে বৰ্ণনা কৰা কবিৰ স্বদেশানুৰাগৰ পৰিচয় পোৱা যায় 'শাপমুক্তা', 'বুৰঞ্জীলেখক', 'শেষ গায়ক' 'অসম সন্ধিয়া' আদি বহুতো কবিতাত। এই কবিতাসমূহত অতীত অসমৰ শৌৰ্য্য-বীৰ্য্যৰ কথা আৰু পৰাধীন অসমৰ বিষাদৰ সুৰ শুনা গৈছে। 'শাপমুক্তা' নেওগৰ কাব্য-প্ৰতিভাৰ উজ্জ্বল কীৰ্ত্তি। ব্ৰহ্মপুত্ৰৰ বুকুত থকা উৰ্বশীক শাপমুক্তা কৰি ভীমৰ্ত্তে কবিৰ খোজাৰ ছলেৰে কবিয়ে অসমক দাসত্ব-পাশৰ পৰা উদ্ধাৰ কৰি শাপমুক্ত কৰিবলৈ এই কবিতাটোৰ ভবিষ্যতে দেশবাসীক জাগ্ৰত কৰিছে। 'বুৰঞ্জীলেখক' আৰু আন আন দেশপ্ৰেমমূলক কবিতাতো অসমবুৰঞ্জীৰ কথাবোৰ জীৱন্ত হৈ উঠিছে। নেওগৰ কবিতাৰ পুথিসমূহ হ'ল, 'মালিকা' (১৯১১), 'সঁফুৰা' (১৯২৩), 'ধুপিতৰা' (১৯২৫), 'মালতী' (১৯২৭), 'ইন্দ্ৰধনু' (১৯২৯), 'মুকুতা' (১৯৩১), 'মানুহ' (১৯১৪), 'মেঘদূত' (১৯৪০), 'অসমা' (১৯৪৭), 'বিচিত্ৰা' (১৯৪৮) 'থাপনা' (১৯৪৬), 'শ্বহিদান' (১৯৫১), আৰু 'গুঞ্জনী' (১৯৫২)। 'মুকুতা' চতুৰ্দ্দশপদী কবিতাৰ পুথি। ইয়াৰ উপৰিও বিভিন্ন কবিৰ কবিতাৰ সংগ্ৰহ 'কাব্য-প্ৰতিভা' আৰু 'আকুল পথিক', 'ফাগুনী', 'নামতী', 'ভোগজৰা', 'পুতলি', 'পাৰিজাত', 'বিজৰতী' আদি তালেমান লোক-কবিতাৰ সংগ্ৰহ নেওগৰ কাব্য-চৰ্চা আৰু জনসাহিত্য অধ্যয়নৰ নিদৰ্শন।

**প্ৰসন্নলাল চৌধুৰী (১৯০২-১৯৭০)**

বিদ্ৰোহী কবি প্ৰসন্নলাল চৌধুৰীৰ কবিতা জলন্ত অগ্নিশিখা-স্বৰূপ। স্বদেশ আৰু স্বজাতিৰ উন্নতিৰ হকে সকলো বাধা নিৰ্মূল কৰিবলৈ কঁকালত টঙালি বান্ধি থিয় হোৱা চৌধুৰীক অসমকেশৰী অম্বিকাগিৰী ৰায়চৌধুৰীৰ উত্তৰাধিকাৰী বুলি ক'ব পাৰি। দেশ আৰু সমাজৰ মুক্তিৰ বাবে বিপ্লৱী শক্তিৰ ওপৰত তেওঁ বিশ্বাসী। সাহসী জাতি গঠন কৰাৰ উদ্দেশ্যে পুৰণি আবৰ্জনা মোহাৰি-গচকি নাইকিয়া কৰি সমাজত নতুন প্ৰাণ প্ৰতিষ্ঠা কৰাৰ প্ৰয়াস তেওঁৰ কবিতাৰ মূল কথা। তাৰ বাবে প্ৰয়োজন হ'লে আত্মত্যাগ কৰিবলৈকো প্ৰেৰণা দিয়া চৌধুৰীৰ কবিতা সৰ্বহাৰাৰ অস্ত্ৰ-স্বৰূপ। বিদ্ৰোহী ভাব-প্ৰকাশক বলিষ্ঠ ভাষা তেওঁৰ কবিতাৰ লক্ষণীয় বিষয়। বিষয়বস্তুৰ লগত প্ৰকাশভঙ্গি এনে সুন্দৰভাবে ৰজিতা খাইছে যে এটাৰ পৰা আনটো অভিন্ন হৈ পৰিছে। জাতীয় ভাবধাৰাই প্ৰাধান্য পালেও 'দূৰৰ সুৰ'ৰ দৰে তেওঁৰ কিছুমান কবিতাত আন্তৰ্জাতিক সুৰো শুনা যায়। 'অগ্নি-মন্ত্ৰ' (১৯৫২)ত চৌধুৰীৰ বিদ্ৰোহী ভাবাপন্ন কবিতা-সমূহ সন্নিবিষ্ট কৰা হৈছে। 'অগ্নি-মন্ত্ৰ'ত ঠাই পোৱা দুই-চাৰিটা কবিতা আৰু আলোচনীৰ পাতৰ পৰা বুটলি অনা তেওঁৰ কিছুমান কবিতা একেলগে কৰি 'প্ৰসন্ন লাল চৌধুৰীৰ চানেকি কবিতা' (১৯৬৫) নাম দি অমলেন্দু গুহই আন এটি সংকলন যুগুতাই উলিয়াইছে।

**জ্যোতি প্ৰসাদ আগৰৱালা (১৯০৩-১৯৫১)**

অসমীয়া সংস্কৃতিৰ পূজাৰী জ্যোতিপ্ৰসাদে অসমৰ নাট্য-জগত, সঙ্গীত-জগত আৰু কাব্য-জগতত মচিব নোৱৰা সাঁচ বহুৱাই থৈ গৈছে। অসমীয়া গীতত থলুৱা সুৰ সংযোজিত কৰি জ্যোতিপ্ৰসাদে অসমীয়া সঙ্গীতৰ নতুন যুগৰ সূচনা কৰিছিল। অসমত হিন্দুস্থানী আৰু বঙালী সঙ্গীতৰ অবাধ ৰাজত্ব দেখি জ্যোতিপ্ৰসাদে তেওঁৰ 'শোণিত-কুঁৱৰী' নাটকৰ কাৰণে পোনতে অসমীয়া-সুৰীয়া গান ৰচনা কৰি থলুৱা সঙ্গীতক উপযুক্ত আসনত প্ৰতিষ্ঠা কৰাৰ চিন্তা কৰে আৰু তাৰ পাছৰ পৰাই প্ৰকৃততে অসমত অসমীয়া সুৰৰ প্ৰচলন আৰম্ভ হয়। অসমীয়া সংস্কৃতিৰ

সৰ্বাঙ্গীন উন্নতিৰ কাৰণে অহোপুৰুষাৰ্থ কৰা জ্যোতিপ্ৰসাদৰ গীত আৰু কবিতাৰ প্ৰধান সুৰটি হৈছে স্বদেশ-প্ৰেম। ভাৰতীয় সংস্কৃতিৰ গৌৰৱোজ্জ্বল ঐতিহ্যত এওঁ মুক্তিসংগ্ৰামৰ প্ৰেৰণা বিচাৰি পাইছিল। 'লুইতৰ পাৰৰে আমি ডেকা ল'ৰা' গীতত থকা দেশপ্ৰেমৰ উদ্দীপনা উপলব্ধি কৰা হয় 'কনকলতা', 'লাচিতৰ আহ্বান', 'অসমীয়া ডেকাৰ উক্তি,' 'অসমীয়া ছোৱালীৰ উক্তি', 'জ্যোতি-শঙ্খ' আদি অনেক কবিতাত। জাতীয় ভাবৰ সৈতে সুৰ মিলাই প্ৰতিবাদৰ ধ্বনি তোলাটোৱেই হ'ল এই কবিতাসমূহৰ আবেদনৰ অন্যতম প্ৰধান কাৰণ। ব্যক্তি-জীৱন আৰু সমাজ-জীৱনত সত্য-সুন্দৰৰ প্ৰকাশ বিচৰা কবিয়ে সমাজৰ পৰা সকলো কুসংস্কাৰ আঁতৰ কৰাৰ কাৰণে বিপ্লৱী শক্তিৰ ওপৰত বিশ্বাস কৰিছিল। তেওঁৰ আঠা-বন্নটা কবিতাৰ এটি সংগ্ৰহ 'লুইতৰ পাৰৰ অগ্নিসুৰ' (১৯৭১) নাম দি প্ৰকাশ কৰা হৈছে।

## পাৰ্বতি প্ৰসাদ বৰুৱা (১৯০৪-১৯৪৬)

প্ৰধানকৈ গীতিকাৰ হিচাপে জনাজাত পাৰ্বতি প্ৰসাদৰ গীত আৰু কবিতাৰ প্ৰধান উৎস প্ৰকৃতিৰ সৌন্দৰ্য্য। শৰতৰ শুকুলা ডাৱৰ আৰু লুইতৰ পাৰৰ কঁহুৱা ফুলে তেওঁৰ অন্তৰত তোলা আনন্দৰ শিহৰণ অনুভৱ কৰা যায় তেওঁৰ গীত আৰু কবিতাত। 'ডঙা টোকাৰীৰ সুৰ' (১৯৫১), 'গুণগুণনি' (১৯৫৮), 'লুইতী' (১৯৫৯), 'শুকুলা ডাৱৰ এ কঁহুৱা ফুল' (১৯৬৩) আদিত সন্নিবিষ্ট গীত আৰু কবিতাত বৰুৱাৰ প্ৰকৃতি-প্ৰীতি অকৃত্ৰিম ৰূপত ধৰা দিছে। পাৰ্বতি প্ৰসাদৰ প্ৰতিটো গীতে একোখনি মনোৰম প্ৰকৃতিৰ চিত্ৰ পাঠকৰ সমুখত দাঙি ধৰে। সকলোৰে পৰিচিত শব্দৰ প্ৰয়োগ আৰু আঁৰ নলগা সৰল প্ৰকাশ-ভঙ্গি তেওঁৰ গীতি-কবিতাৰ বৈশিষ্ট্য। সঙ্গীতৰ মূৰ্ছনা থকা প্ৰতীকধৰ্মী নাট 'সোণৰ সোলেঙ' তো বৰুৱাই প্ৰধানকৈ কবিৰূপেহে দেখা দিছে। নাটখন গীতিপ্ৰধান। ছন্দৰ সাৱলীল গতিয়ে গীতবোৰক অপূৰ্ব সৌন্দৰ্য্য দান কৰিছে। বৰুৱাৰ কবিতাত মিষ্টিক সুৰৰ ব্যঞ্জনাও নথকা নহয় আৰু তেওঁৰ শেহতীয়া ৰচনাসমূহত পূৰ্বৰ বিমল আনন্দৰ পৰিবৰ্তে শোকৰ ছাঁ এটিহে পৰিলক্ষিত

হয়। আত্মীয় স্বজনৰ মৃত্যুত পোৱা শোকেই ইয়াৰ কাৰণ বুলি ভাবিব পাৰি। তথাপি, সকলো আঘাত সহ্য কৰিব পৰা গুণে তেওঁৰ মনটোক নিৰাশাবাদী হ'বলৈ দিয়া নাই।

**কমলেশ্বৰ চলিহা (১৯০৪-১৯৮৫)**

গদ্য, পদ্য উভয়তে বৰঙণি যোগোৱা কমলেশ্বৰ চলিহাৰ চিন্তাশীল মনটোৰ পৰিচয় পোৱা যায় কবিতাত। ভাষাতকৈ ভাবৰ ওপৰত অধিক গুৰুত্ব দিয়া হেতুকে ঠায়ে ঠায়ে অস্পষ্টতাৰ কুঁৱলীয়ে এওঁৰ কবিতাক আবৰি ৰখা দেখা যায় যদিও ব্যঞ্জনাৰ প্ৰাধান্য থকা চলিহাৰ ভালেমান কবিতাই কবি-প্ৰতিভাৰ পৰিচয় বহন কৰিছে। ভাৰতীয় চিন্তাধাৰাত বিশ্বাসী কবিয়ে আধ্যাত্মিক জগতত বিচৰণ কৰি আনন্দৰ সন্ধান পাইছে আৰু তাতেই জীৱনৰ সবল আশাবাদ প্ৰতিষ্ঠা কৰিছে। প্ৰকৃতিকো কবিয়ে মিষ্টিক দৃষ্টিভঙ্গিৰে চাইছে। প্ৰকৃতিৰ সৌন্দৰ্য্য বিষয়ক 'সৰিয়হনি,' 'কবিৰ প্ৰতি ফুল' আদিত মিষ্টিক ভাবৰ ব্যঞ্জনা মন কৰিবলগীয়া। চলিহাৰ ছন্দ আৰু শব্দচয়নত বিশ্ব-কবি ৰবীন্দ্ৰনাথৰ প্ৰতিধ্বনি শুনা যায়। ঠায়ে ঠায়ে চিত্ৰকল্প আদিতো তেওঁ ৰবীন্দ্ৰ-প্ৰভাৱৰ হাত সাৰিব পৰা নাই বুলি ক'ব পাৰি। 'ৰাজমাও পৃথিৱী' কবিতাৰ ছত্ৰে ছত্ৰে বিশ্ব-কবিৰ সুৰ ধ্বনিত হৈছে। চলিহাৰ কবিতাৰ পুথিসমূহ হৈছে, 'গুণগুণ' (১৯৩০) 'ঋতা' (১৯৪১), 'ছন্দিতা' (১৯৪১) আৰু 'আহিনৰ হাঁহি' (১৯৬৩)।

**বিনন্দ বৰুৱা (১৯০৫)**

কবি হিচাপে স্বকীয় বৈশিষ্ট্য থকা বিনন্দ বৰুৱাই জাতীয় ভাবাপন্ন কবিতা ৰচনা কৰি অসমৰ অতীত-গৌৰৱক সজীৱ কৰি তুলিছে। অসমৰ ঐতিহ্য আৰু কীৰ্তি-কাহিনীৰ কথা সোঁৱৰাই জাতীয় ভাব সঞ্চাৰ কৰিবলৈ বিচৰা বৰুৱাৰ কবিতাসমূহে পাঠকৰ শিৰে শিৰে দেশপ্ৰেমৰ তেজ প্ৰবাহিত কৰি দিয়ে। 'গড়গাঁও' তেওঁৰ এটি আকৰ্ষণীয় কবিতা। আহোম ৰজাৰ ৰাজধানী গড়গাঁৱৰ গৌৰৱোজ্জ্বল বৰ্ণনাৰ মাজেদি সেই কালৰ স্বাধীন অসমৰ মহিমা আৰু শৌৰ্য্য-বীৰ্যৰ ছবি এখনি আমাৰ

সন্মুখত উজলি উঠিছে। কবিতাটোৰ চমৎকাৰ ধ্বনি আৰু তাৰ ফলত সৃষ্টি হোৱা ঐতিহাসিক বাতাৱৰণে পাঠকক অতীতলৈ ওভতাই নি অতীতৰ সৌন্দৰ্য্যৰস পান কৰায়। একে. গুণবিশিষ্ট তেওঁৰ আন এটি উল্লেখযোগ্য কবিতা 'ৰংপুৰ'। বৰুৱাৰ কবিতা ধ্বনিপ্ৰধান। ভাষাতকৈ ধ্বনিৰ প্ৰাধান্যহে তাত দেখা যায়। ছতুৰা ঠাঁচ আৰু খণ্ডবাক্যৰ প্ৰয়োগ বৰুৱাৰ কবিতাৰ আকৰ্ষণৰ আন এটা কাৰণ। তেওঁৰ কবিতাৰ পথি দুখন—'শঙ্খধ্বনি' (১৯২৫) আৰু 'প্ৰতিধ্বনি' (১৯৩৮)।

**অতুল চন্দ্ৰ হাজৰিকা (১৯০৩-১৯৮৬)**

নাটাকাৰ আৰু শিশু-সাহিত্যিক অতুল হাজৰিকাই 'বাঁহী'ৰ দিনৰে পৰা কবিতা ৰচনা কৰি কবিৰূপে স্বীকৃতি লাভ কৰিছে যদিও কবিতা-কুঁৱৰীৰ সকলো সৌন্দৰ্য্য তেওঁৰ হাতত ফুটি উঠা নাই। হাজৰিকাৰ বহুতো কবিতাই আবেগ-অনুভূতিৰ স্বতঃস্ফূৰ্ত্ত প্ৰকাশ বুলি পাঠকৰ অনুভৱ নহয়। তেওঁৰ কবিতাসমূহক প্ৰধানকৈ দুটা শ্ৰেণীত ভগাব পাৰি— প্ৰকৃতি বিষয়ক আৰু দেশপ্ৰেমমূলক। প্ৰকৃতি বিষয়ক কবিতাৰ ভিতৰত ফুল আৰু চৰাইক লৈ ৰচনা কৰা কবিতা কেইটাৰ কথা উল্লেখ কৰা যায়। কিন্তু তেওঁৰ পূৰ্বৰ কবি ৰঘুনাথ চৌধাৰীৰ সেই জাতীয় কবিতাৰ কাব্যিক সৌন্দৰ্য্যৰ আগত হাজৰিকাৰ কবিতা নিষ্প্ৰভ যেন লাগে। দেশপ্ৰেমমূলক কবিতাত হাজৰিকাই বিশেষ অনুৰাগ দেখুৱাইছে যদিও সৰহভাগ কবিতাতে ভাব আৰু ভাষাৰ উল্লেখনীয় কোনো বিশেষত্ব চকুত নপৰে। কিন্তু এইখিনি সীমাবদ্ধতাৰ মাজতো 'পাঞ্চজন্য'ত সন্নিবিষ্ট বিভিন্ন বিষয়ক কেইটামান কবিতাত প্ৰকাশ পোৱা হাজৰিকাৰ কাব্য-প্ৰতিভাৰ কথা স্বীকাৰ কৰিবই লাগিব। 'দেৱদাসী' এটি উল্লেখযোগ্য কবিতা। এই কবিতাটোত কবিৰ ভাব আৰু কল্পনাৰ সুন্দৰ সমন্বয় ঘটা বুলি ক'ব পাৰি। 'কৌমুদী' নামৰ কবিতাটোতো কাব্যিক সংবেদন যথেষ্ট পৰিমাণে আছে। কাব্যিক সৌন্দৰ্য্যৰে ভৰা তেওঁৰ আন এটি কবিতা, 'বালিচৰ'। হাজৰিকাৰ কবিতাৰ পুথিসমূহ হ'ল, 'মণিমালা' 'মুকুতামালা' (১৯৩০), 'পাঞ্চজন্য' (১৯৩১), 'দীপালী', 'তপোবন' (১৯৫৫), 'মলমাধুৰী'

(১৯৬১), 'ৰাংচালী', আৰু 'মণিকূট'। শিশুৰ উপযোগী তেওঁৰ আন দুখন কবিতাৰ পুথিও আছে। 'ঝঙ্কাৰ' তেওঁৰ গীতৰ পুথি।

**আনন্দ চন্দ্ৰ বৰুৱা (১৯০৮-১৯৮৩)**

গভীৰ ভাবাপন্ন নহ'লেও আনন্দ চন্দ্ৰ বৰুৱাৰ কবিতা ৰোমাণ্টিক কবিৰ আবেগ অনুভূতিৰ মধুৰ আৰু অন্তৰস্পৰ্শী প্ৰকাশ। মৌলিক কবিতাতকৈ অনূদিত কবিতাতহে বৰুৱাৰ কবি-প্ৰতিভা বিশেষভাবে ফুটি উঠিছে আৰু প্ৰকৃততে অনুবাদেই বৰুৱাক কাব্যজগতত প্ৰতিষ্ঠিত কৰে। ইংৰাজ কবি আৰু নাট্যকাৰ মাৰ্ল'ৰ বিখ্যাত কবিতা এটিৰ সাৰ্থক অসমীয়া অনুবাদে আৰু চুফীবাদৰ প্ৰখ্যাত কবি হাফিজৰ কবিতাৰ অসমীয়া ৰূপান্তৰে বৰুৱাৰ সেইসকল কবিৰ সৈতে থকা আত্মীয়তাৰ কথাকে সূচায়। অৱশ্যে, হাফিজৰ কবিতাৰ অনুবাদ 'হাফিজৰ সুৰ' (১৯৩১) ত বৰুৱাৰ স্বকীয় বৈশিষ্ট্যখিনি প্ৰকাশ নোপোৱাকৈ থকা নাই। তেওঁৰ মৌলিক কবিতাৰ পুথিসমূহ, 'পৰাগ' (১৯২৮) 'ৰঙনৰশ্মি' (১৯২৯) 'পাপৰিৰ পৰিমল' আৰু 'বকুলবনৰ কবিতা'। এইবোৰত সন্নিবিষ্ট কবিতা-সমূহ কবিৰ বুদ্ধিনিষ্ঠতাৰ পৰিচায়ক নহয়, কিন্তু কল্পনাপ্ৰৱণ মনটোৰ নিমজ আৰু স্বতঃস্ফূৰ্ত প্ৰকাশ।

**গণেশ চন্দ্ৰ গগৈ (১৯১০-১৯৩৮)**

গীতি-কবিতাৰ সঙ্গীত-মধুৰ আৰু কোমল প্ৰকাশভঙ্গিৰ উল্লেখযোগ্য নিদৰ্শন গণেশ গগৈৰ কবিতা। যতীন দুৱৰাৰ দৰে গগৈৰ কবিতা ব্যক্তিগত হা-হুমুনিয়াহেৰে উপচি পৰিছে। ভৰপূৰ যৌৱনৰ আশা-আকাঙ্ক্ষাৰে প্ৰেয়সীৰ ওচৰ চাপি নিৰাশ হোৱা কবি দুখত অভিভূত হৈ বিলাপ কৰা দেখা গৈছে। ব্যৰ্থ প্ৰেমৰ কথা ৰোমন্থন কৰি কৰি বেদনাত ভাগি পৰিছে, অতীতৰ সেই নিদাৰুণ আঘাতৰ দুখ মোচন কৰাৰ উপায় তেওঁ চিন্তা কৰা নাই। প্ৰেয়সীৰ নিষ্ঠুৰ প্ৰতিদানে কবিৰ যৌৱনৰ ৰোমাণ্টিক স্বপ্ন ভাঙি চুৰমাৰ কৰিলেও তাৰ বাবে কবিয়ে প্ৰেয়সীক দোষাৰোপ কৰা নাই, কৰিছে নিয়তিক। কবিৰ সৌন্দৰ্য্য-সন্ধানী মনে প্ৰেয়সীৰ প্ৰতিটো অঙ্গতে সৌন্দৰ্য্যৰ খনি বিচাৰি পাইছে। অথচ,

হতাশাত ডুব যোৱা কবি-মনে সৌন্দৰ্য্যৰ ক্ষণস্থায়িত্বৰ কথা ভাবি দুই-এঠাইত সাময়িকভাবেহে সান্ত্বনা লভাৰ চেষ্টা কৰিছে। সৰল আৰু সাৱলীল প্ৰকাশভঙ্গি গগৈৰ কবিতাৰ আকৰ্ষণীয় বৈশিষ্ট্য। কিন্তু একে অনুভূতিপূৰ্ণ একসুৰীয়া প্ৰকাশে পাঠকক আমুৱায়। প্ৰণয়ৰ কবিতাৰ উপৰিও গগৈৰ আৰু একশ্ৰেণীৰ কবিতা আছে য'ত তেওঁ দেশৰ অতীত-গৌৰৱৰ কথা ভাবি স্বদেশপ্ৰেমত উদ্বুদ্ধ হৈছে। মধুৰ শব্দচয়ন আৰু সঙ্গীতধৰ্মিতা তেওঁৰ দেশপ্ৰেমমূলক কবিতাৰো বৈশিষ্ট্য। গগৈৰ কবিতাৰ পুথিসমূহ হৈছে, 'পাপৰি' (১৯৩৫), 'স্বপ্নভঙ্গ' (১৯৩৪) আৰু 'ৰূপজ্যোতি' (১৯৪৫)।

**দেৱকান্ত বৰুৱা (১৯১৪)**

ৰোমাণ্টিক কবিতাৰ বিদায়ৰ আগমুহূৰ্তত অসমীয়া কবি দেৱকান্ত বৰুৱা ৰোমাণ্টিক কাব্য-আকাশত তোটা তৰা হৈ জিলিকি উঠে। ৰাজনীতিৰ নিচাত লাগি অলপ দিনৰ পাছতেই এওঁ কাব্যজগতৰ পিনে একেবাৰে পিঠি দিয়ে যদিও নিচেই কম সংখ্যক কবিতাৰে বৰুৱাই ইয়াত এখন স্থায়ী আসন অধিকাৰ কৰিবলৈ সক্ষম হৈছে। ভাব, ভাষা আৰু ৰচনা-শৈলীত তেওঁৰ পূৰ্বৰ কবিসকলৰ পৰা আঁতৰি আহি বৰুৱাই অসমীয়া ৰোমাণ্টিক কবিতাত একপ্ৰকাৰৰ অভিনৱত্ব আৰোপ কৰে। দেৱকান্ত মুখ্যতঃ প্ৰেমৰ কবি ; কিন্তু যতীন্দ্ৰ নাথ দুৱৰা আৰু গণেশ গগৈৰ দৰে প্ৰেয়সীৰ উদাসীনতাত কাতৰ হৈ পৰা আলফুলীয়া হৃদয়ৰ লোক তেওঁ নহয়। প্ৰিয়াৰ নিষ্ঠুৰ প্ৰতিদানে কবিক আঘাত দিলেও বিচলিত কৰিব পৰা নাই। ব্যথিত হৈ বিলাপ কৰাৰ পৰিবৰ্তে কবি-মনে বিদ্ৰোহ কৰি উঠিছে, সমাজৰ তথা-কথিত ৰীতি-নীতিৰ বিৰুদ্ধে সুৰ তুলিবলৈ সংকল্প কৰিছে। তাকে কৰিবলৈ যাওঁতে কবি নিয়তিৰ সৈতে সংগ্ৰামত লিপ্ত হৈছে। জয়ী হ'ব নোৱাৰিলেও হাত সাবটি বহি থকা তেওঁৰ ধৰ্ম নহয়। কাৰণ, কবিয়ে জানে, নিয়তিৰ হাতত যুগে যুগে মানুহৰ পৰাজয় হ'লেও সেই সংগ্ৰামে মানুহৰ শক্তি অথবা বীৰ্য্যৰ কথাকে ঘোষণা কৰে। টমাছ হাৰ্ডিৰ উপন্যাসত নিয়তিৰ সৈতে হোৱা সংগ্ৰামত মানুহৰ যি শোচনীয় পৰাজয় দেখুওৱা হৈছে, দেৱকান্ত বৰুৱাৰ কবিতাত

সেই পৰাজয়ে মানুহৰ বীৰ্য্যৰ কথাকে সোঁৱৰাই দিছে। দৈনন্দিন জীৱনৰ কথিত ভাষাৰ ওচৰা-উচৰি ৰূপ কবিতাত প্ৰয়োগ কৰি আৰু ভিক্টোৰিয়ান যুগৰ ইংৰাজ কবি ব্ৰাউনিঙৰ নাটকীয় স্বগতোক্তিৰ আহিত কবিতা ৰচনা কৰি বৰুৱাই অসমীয়া কবিতাত নতুন পথৰ সন্ধান দিছে। প্ৰকাশ-ভঙ্গিৰ স্বাভাবিকতা আৰু চিত্ৰকল্পৰ সুন্দৰ প্ৰয়োগ তেওঁৰ কবিতাৰ সৌন্দৰ্য্যৰ প্ৰধান কাৰণ। বৰুৱাৰ কবিতাত থকা বুদ্ধিনিষ্ঠতা চিন্তাশীল মনৰ খোৰাক। শেহতীয়া কবিতা কেইটা কবিৰ বুদ্ধিনিষ্ঠতাৰ উল্লেখযোগ্য নিদৰ্শন। কলঙৰ পাৰত বহি প্ৰেম আৰু সৌন্দৰ্য্যৰ কথা আৰু তেওঁ চিন্তা কৰা নাই, দেশৰ দুৰ্দশা দেখি্হে গৰজি উঠিছে আৰু প্ৰচলিত সামাজিক জীৱনধাৰাৰ প্ৰতি বিৰক্তি প্ৰকাশ কৰিছে। অৱশেষত, 'আমি দুৱাৰ মুকলি কৰোঁ'ত কবিয়ে পৃথিৱীৰ বন্ধ দুৱাৰ মুকলি কৰাৰ আহ্বান জনাই নতুন ৰচনা শৈলীৰে নতুন সম্ভাৱনাৰ ইঙ্গিত দিছে। কিন্তু ইয়াতেই তেওঁৰ কবি-জীৱনৰ সামৰণি পৰিল বুলিব লাগে। তেওঁৰ একমাত্ৰ কবিতাৰ পুথি 'সাগৰ দেখিছা' (১৯২৫)।

উল্লিখিত এই কবিসকলৰ উপৰিও অন্যান্য ভালেমান কবি আৰু গীতিকাৰে ৰোমান্টিক যুগৰ গীতি কবিতাৰ ভঁৰাল টনকিয়াল কৰাত সহায় কৰিছিল। সেই সকলৰ ভিতৰত 'শঁহা', 'সৰু ল'ৰাৰ গান' আদি গীতৰ পুথি আৰু 'অসমীয়া ভাই', 'সিপুৰীৰ বাতৰি', 'পুনৰুত্থান', 'দেহাৰ প্ৰলয়', 'জীৱন-সন্ধিয়া' আদি কবিতাৰ পুথি ৰচোঁতা বেণুধৰ ৰাজখোৱা (১৮৭২-১৯৫৫) আই অসমৰ সৌন্দৰ্য্য-গীত গাই মাতৃপূজাৰ বেদীত ফুল দিয়া নবীন চন্দ্ৰ বৰদলৈ (১৮৭৩-১৯৩৬) আৰু তৰুণ ৰাম ফুকন (১৮৭৭-১৯৩৯), 'চন্দ্ৰমল্লিকা' আৰু 'ৰণ-জেউতি'ৰ কবি ইন্দ্ৰেশ্বৰ বৰঠাকুৰ (১৮৮৭-১৯৬০), 'কমল-কলি'ৰ কবি সীতানাথ ব্ৰহ্ম-চৌধুৰী (১৯০৮-১৯৮৩), 'মণি-মালা'ৰ কবি সিংহদত্ত দেৱ অধিকাৰী (১৮৮৯-১৯২৫), 'অস্থিৰত্ন'ৰ কবি মহেন্দ্ৰ নাথ ডেকাফুকন (১৯০৩-১৯৭৪) ৰ বাহিৰেও ভৈৰৱ চন্দ্ৰ খাটনিয়াৰ (১৮৮৯-১৯৩১), যমুনেশ্বৰী খাটনিয়াৰ (১৮৯৯-১৯২৪), মিত্ৰদেৱ মহন্ত, থানেশ্বৰ হাজৰিকা (১৮৯৮-১৯৪৩,) ভৱনাথ হাজৰিকা,

জমিৰুদ্দিন আহমদ, ভৱপ্ৰসাদ ৰাজখোৱা, দুলাল বৰপূজাৰী আদিৰ নাম উল্লেখ কৰিব পৰা যায়। এইদৰে খ্যাত-অখ্যাত অনেক কবিৰ গীত আৰু কবিতাক লৈ ৰোমাণ্টিক কবিতা-কুঁৱৰীয়ে চতুৰ্থ দশকলৈ অৰ্থাৎ প্ৰায় ১৯৪০ চনলৈ ৰাজত্ব কৰিছিল। অৱশ্যে, শেষৰ কালে ৰোমাণ্টিক কবিতাৰ গাঁথনি অত্যন্ত দুৰ্বল হৈ পৰিছিল। সেইবাবে নতুন কবিতাক বাট এৰিদি ৰোমাণ্টিক কবিতা পথৰ পৰা আঁতৰি যাব লগা হ'ল।

## ॥ নাটক ॥

১৮৫৭ চনত গুণাভিৰাম বৰুৱা ৰচিত 'ৰামনৱমী'য়েই আধুনিক অসমীয়া নাটকৰ সূচনা কৰে। ইয়াৰ পাছতেই হেমচন্দ্ৰ বৰুৱাৰ 'কানীয়া-কীৰ্ত্তন' (১৮৬১) আৰু তাৰ কিছু বছৰ পাছত ৰুদ্ৰৰাম বৰদলৈৰ 'বঙাল-বঙালনী' (১৮৭১) নাটক প্ৰকাশ পায়। অসমীয়া নাটৰ বিষয়বস্তুৰ পৰা আঁতৰি আহি পাশ্চাত্য নাটকৰ আহিৰে নাটকত অঙ্ক আৰু দৃশ্য-বিভাগ আদি দেখুওৱাই নাটকীয় কলা-কৌশলৰ পৰিবৰ্তন সাধা হ'ল যদিও সমাজ-সংস্কাৰৰ উদ্দেশ্য বৰ প্ৰকট হোৱা হেতুকে এই নাট কেইখন কলাপুষ্ট ৰচনাৰ শাৰীলৈ উঠিব নোৱাৰিলে। 'নাট্যকাৰৰ উদ্দেশ্য যিয়েই নহওঁক, নাটক শিল্পগুণৰ অধিকাৰী হ'ব লাগিব। নাটকৰ কলাত্মক দিশটোলৈ লক্ষ্য ৰাখি নাটক-ৰচনা হ'বলৈ ধৰে 'জোনাকী'ৰ সময়ৰ পৰাহে। 'জোনাকী'ৰ পৃষ্ঠপোষক কলিকতা নিবাসী অসমীয়া ছাত্ৰসকলে ইংৰাজী নাটক পঢ়ি আৰু সেই নাটকৰ আহিত ৰচিত বঙালী নাটকৰ অভিনয় চাই অসমীয়াতো তেনে নাটক ৰচনা কৰাৰ চিন্তা কৰিছিল। ইয়াৰ ফলস্বৰূপেই ঊনবিংশ শতিকাৰ শেষ নাইবা স্থূলভাবে বিংশ শতিকাৰ আৰম্ভণিৰ পৰাহে আধুনিক অসমীয়া নাটকৰ বৌদ্ধিক ভিত্তি প্ৰতিষ্ঠিত হয়। প্ৰকৃততে, নাট্য-সাহিত্যই বিকাশ লাভ কৰে নৱম দশকত গুণ-বস্তু নিৰ্ভৰ কৰিহে। ঊনবিংশ শতিকাৰ শেষলৈকে অসমত এক আন্দোলন

আৰম্ভ হোৱা নাছিল। সেই শতিকাৰ একেবাৰে শেষ দশকতহে অসমৰ চহৰ বেইখনত ৰঙ্গমঞ্চ স্থাপন কৰাৰ প্ৰস্তুতি চলে আৰু বিংশ শতিকাৰ আগতে অসমৰ গাঁৱে-ভূঁয়ে ৰঙ্গমঞ্চ স্থাপিত হোৱাৰ নিদৰ্শন পোৱা নাযায়। গতিকে, আধুনিক অসমীয়া নাটকৰ বিকাশৰ পথ তেতিয়ালৈকে প্ৰায় ৰুদ্ধ হৈ থাকিল। তদুপৰি, 'ৰাম-নৱমী'ৰ যোগেদি পাশ্চাত্য নাটকৰ কৌশল পোন প্ৰথমে প্ৰৱেশ কৰিলেও গুণাভিৰাম বৰুৱাৰ নাটক সংস্কৃত নাটকৰ প্ৰভাৱৰ পৰা একেবাৰে মুক্ত নহয়। প্ৰাচীন নাটৰ কলা-কৌশলক একেবাৰে বিসৰ্জন দি সম্পূৰ্ণভাৱে পাশ্চাত্য নাটকৰ আদৰ্শ অনুসৰণ কৰা হয় 'জোনাকী'ৰ সময়ৰ পৰাহে। অৱশ্যে, গুণাভিৰাম বৰুৱাই আৰম্ভ কৰা গহীন সামাজিক নাটকৰ ধাৰাটোৱে পাছত আধুনিক অসমীয়া নাটকৰ বিকাশত মুঠেও প্ৰভাৱ পেলাব নোৱাৰিলে। দেখা যায়, ঊনবিংশ শতিকাৰ শেষৰ ফালে আৰু বিংশ শতিকাৰ আৰম্ভণিতে ৰচিত ধেমেলীয়া নাইবা প্ৰহসন জাতীয় নাটককেইখনৰ বাহিৰে স্বাধীনতাৰ আগলৈকে অসমীয়া নাটকৰ ধাৰাটো যাইকৈ পৌৰাণিক আৰু ঐতিহাসিক নাটকৰ ধাৰাহে। সামাজিক নাটকৰ সুঁতিটো আৰম্ভ হৈয়েই কিয় বন্ধ হ'ল আৰু পাছত তাৰ ঠাইত পৌৰাণিক আৰু ঐতিহাসিক নাটকৰ কিয় অভ্যুদয় হ'ল, তাৰ কাৰণ বিচাৰিলে বুজিব পাৰি যে গহীন সমস্যা-মূলক নাটক ৰচনাৰ বাবে উপযুক্ত পৰিবেশ তেতিয়াও সৃষ্টি হোৱা নাছিল। স্বাধীনতাৰ আগলৈকে জাতিৰ সমুখত আটাইতকৈ ডাঙৰ সংকট আছিল পৰাধীনতা। দেশৰ ঐতিহ্য আৰু গৌৰৱৰ কাহিনী সোঁৱৰাই দি জাতীয় চেতনা জাগ্ৰত কৰাটোৱেই হৈছিল মূল কথা। প্ৰধানকৈ এইটো কাৰণতে ঐতিহাসিক আৰু পৌৰাণিক নাটকে গা কৰি উঠিছিল। সামাজিক নাটকৰ কাৰণে পোনতে দৰকাৰ মানুহৰ সামাজিক চেতনা। সামাজিক চেতনা জাগ্ৰত নহ'লে নাইবা মানুহৰ মন সমাজমুখী নহ'লে সামাজিক নাটকে কেতিয়াও সমাদৰ লাভ কৰিব নোৱাৰে। ভাওনাৰ পৰম্পৰাৰ মাজেদি চলি অহা আমাৰ দৰ্শকে নাট-কৰ যোগেদি গহীন সমস্যা উপলব্ধি কৰিবলৈ তেতিয়াও সমৰ্থ হোৱা নাছিল।

নাটক বুলিলেই তেওঁলোকৰ ধাৰণা আছিল ৰজা-মহাৰজা বীৰ-অসুৰ আদি চৰিত্ৰই ভাগ লোৱা ক্ৰিয়া-প্ৰধান কাহিনী একোটি। পৌৰাণিক নাটক ক্ৰিয়া-প্ৰধান। কিন্তু সামাজিক নাটকে এই চাহিদা পূৰণ কৰিব নোৱাৰে বাবে এই শ্ৰেণী নাটকে মূৰ দাঙিব নোৱাৰিলে। তদুপৰি, আধুনিক সমাজৰ সমস্যাবোৰ উদ্ভৱ হৈছে যাইকৈ নগৰীয়া জীৱনত। কিন্তু নগৰ কেইখনমানৰ জন্ম হৈছিল যদিও স্বাধীনতাৰ আগলৈকে অসমত সুকীয়া নগৰীয়া সমাজ এখন গঢ়ি উঠাত গহীন সামাজিক নাটকৰ বিকাশ সম্ভৱ নহ'ল। আন এটা কাৰণ হ'ল, আমাৰ আধুনিক নাট্য-সাহিত্যৰ আৰম্ভণিতে নাট্যকাৰ সকলে অনুপ্ৰেৰণা লভিছিল প্ৰধানকৈ বঙালী নাটকৰ পৰা। বঙালী সাহিত্যৰ সেই কালছোৱাত আছিল ঐতিহাসিক আৰু পৌৰাণিক নাটকৰ অখণ্ড প্ৰতাপ। তাৰ লগে লগে সামাজিক নাটকেও ক্ৰমে বিকাশ লাভ কৰিছিল। বহুত বছৰ আগতে ইংৰাজসকলৰ সান্নিধ্যলৈ অহাত বঙালীসকলৰ মাজত সামাজিক চেতনা ইতিপূৰ্বেই জাগ্ৰত হৈছিল আৰু নাটকত উত্থাপিত সামাজিক সমস্যা উপলব্ধি কৰিবলৈ বঙালী দৰ্শক প্ৰস্তুত হৈছিল। বঙালী নাটকৰ আৰ্হিত ৰচিত সামাজিক নাটকে আমাৰ নাট্য-সাহিত্যতো ভুমুকি মাৰিলে যদিও ভাৰতৰ আন সকলো ৰাজ্য-তকৈ কিছু পলমকৈ ইংৰাজৰ সম্পৰ্কলৈ অহা অসমীয়াৰ মন তেতিয়াও সমাজমুখী হৈ উঠা নাছিল। অঙ্কীয়া নাটৰ পৰম্পৰাৰ মাজেদি চলি অহা আমাৰ দৰ্শকে আধ্যাত্মিক ভাব-চিন্তাকেই তেতিয়ালৈকে মনত পুহি ৰাখিছিল। অঙ্কীয়া নাটৰ যোগেদি হ'লেও পৌৰাণিক নাটৰ এটি ধাৰা সুদূৰ অতীতৰ পৰা চলি আহিছিল আৰু সেইবাবে সামাজিক নাটকৰ স্থান পৌৰাণিক নাটকে সহজে দখল কৰি ল'লে।

ঊনবিংশ শতিকাৰ মাজভাগতেই 'ৰাম-নৱমী' ৰচিত হ'ল যদিও আন কোনো উল্লেখযোগ্য গহীন সামাজিক নাটকৰ নিদৰ্শন সেই শতিকাটোত পোৱা নাযায়। অৱশ্যে সামাজিক দিশলৈ চকু ৰাখি ৰচনা কৰা ধেমেলীয়া বা প্ৰহসন-জাতীয় নাটক কেইখনমান ওলাইছিল। কিন্তু তাতো একোজন লেখকৰ এখন নাটকৰ পৰা আনখনলৈ সময়ৰ ব্যৱধান প্ৰায় আঠ-দহ বছৰৰ

কম নাছিল। বিংশ--শতিকাৰ আদিছোৱাত ধেমেলীয়া নাটকৰ সংখ্যা বৃদ্ধি পালে; কিন্তু স্বাধীনতাৰ আগলৈকে সমস্যামূলক সামাজিক নাটকৰ সংখ্যা দহখনতকৈ অধিক নহ'ল। জীৱনৰ কোনো গহীন সমস্যা ধেমেলীয়া নাটকত উত্থাপিত নহয় বাবে সেই শ্ৰেণীৰ নাটক সকলোৱে উপভোগ কৰিব পাৰে। সমাজ-সংস্কাৰৰ উদ্দেশ্য তাত থাকিলেও হাস্যৰসৰ প্ৰাধান্যই বহুপৰিমাণে তাক আচ্ছন্ন কৰি ৰাখে। কিন্তু সামাজিক নাটক হৈছে সমস্যাপ্ৰধান আৰু তাৰ বাবে দৰ্শকৰ এটি চিন্তাশীল মনৰ প্ৰয়োজন। সেইবাবে এই শ্ৰেণীৰ নাটকে গা কৰিব নোৱাৰিলে। পৌৰাণিক নাটকৰ ক্ষেত্ৰত হ'লে ইয়াৰ ব্যতিক্ৰম ঘটিল। উনবিংশ শতিকাৰ শেষৰ ফালে ৰমাকান্ত চৌধুৰীয়ে আধুনিক পৌৰাণিক নাটকৰ জন্ম দিলে। তেওঁৰ 'সীতাহৰণ' আৰু 'ৰাৱণ-বধ' নাটক ১৮৮০ চনৰ ভিতৰত ৰচিত বুলি অনুমান কৰা হৈছে। নাটক দুখন দুষ্প্ৰাপ্য হেতুকে কিমান চনত প্ৰকৃততে এই দুখন নাটক ৰচনা কৰা হৈছিল সঠিককৈ জনা নাযায়। কিন্তু হ'লেও আধুনিক পৌৰাণিক নাটকৰ লেখাৰি নিছিগা সোঁত বয় উনবিংশ শতিকাৰ একেবাৰে শেষ দশকৰ পৰাহে আৰু সেই সোঁত অব্যাহত থাকে প্ৰায় ১৯৪০ চন মানলৈকে। অৱশ্যে, উনবিংশ শতিকাৰ শেষতো পৌৰাণিক নাটকত অঙ্কীয়া নাটৰ প্ৰভাব বিদ্যমান আছিল। পৌৰাণিক ঘটনাক নাটকীয় ৰূপ দিয়াত আমাৰ নাট্যকাৰসকল কিমান সফল হৈছিল সেইটো সুকীয়া কথা। কিন্তু ইয়াৰ অবিচ্ছিন্ন ধাৰাটোলৈ চাই নাটকসমূহৰ জনপ্ৰিয়তাৰ কথা অস্বীকাৰ কৰিব নোৱাৰি। স্বাধীনতাৰ আগছোৱাত পৌৰাণিক নাটকতকৈয়ো ঐতিহাসিক নাটকৰ সংখ্যাহে সৰহ। ১৯০০ চনত গোহাঞিবৰুৱাই আৰম্ভ কৰা ঐতিহাসিক নাটকৰ সুঁতিটোত ধল বোৱালে বেজবৰুৱাকে ধৰি আন বহুতো নাট্যকাৰে। যুদ্ধ-বিগ্ৰহৰ ঘটনাৰে পৰিপুষ্ট ঐতিহাসিক নাটকে যে আমাৰ দৰ্শকৰ মনৰ খোৰাক যোগাব পাৰিছিল সেই বিষয়ে কোনো সন্দেহ নাই। কিন্তু সেইটোৱে ঐতিহাসিক নাটকৰ আৱিৰ্ভাৱৰ প্ৰধান কাৰণ নাছিল। ইয়াৰ প্ৰধান কাৰণ আছিল, শিক্ষা প্ৰসাৰৰ

লগে লগে পৰাধীন দেশবাসীৰ মনত জাতীয় চেতনাৰ উদ্ৰেক আৰু জাতীয় ভাবাপন্ন কাহিনীৰ প্ৰতি তেওঁলোকৰ আকৰ্ষণ। নাট্যকাৰ সকলেও অতীতৰ শৌৰ্য-বীৰ্য্যৰ কাহিনী সোঁৱৰাই দি দেশবাসীক স্বদেশ প্ৰেমত উদ্বুদ্ধ কৰিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল। দৰ্শক আৰু নাট্যকাৰৰ এনে ধৰণৰ সংযোগ সম্ভৱ হৈ উঠা বাবেই ঐতিহাসিক নাটকে মঞ্চত আধিপত্য লাভ কৰিবলৈ সুবিধা পালে।

## ॥ নাট্যকাৰসকল ॥

**পূৰ্ণকান্ত দেৱ শৰ্ম্মা**— উনবিংশ শতিকাৰ শেষ দশকত ৰচিত পূৰ্ণকান্ত দেৱ শৰ্মাৰ 'হৰধনু ভঙ্গ' (১৮৯৩) আৰু "হৰিচন্দ্ৰ" (১৮৯৩) নাটক আধুনিক পৌৰাণিক নাটকৰ পথত দুটা পদক্ষেপস্বৰূপ। ছয় অঙ্কীয়া এই নাটক দুখনৰ অঙ্ক-বিভাগ আৰু নৰহ ভাগ অঙ্কতে থকা দৃশ্য-বিভাগ (গৰ্ভাঙ্ক) আদিয়ে পাশ্চাত্য নাটকৰ প্ৰভাৱৰ স্পষ্ট ইঙ্গিত দিয়ে যদিও ভালেমান বিলাপ-গীতৰ সংযোগে শঙ্কৰোত্তৰ কালৰ অঙ্কীয়া নাটৰ প্ৰভাৱৰো কথা সূচায়। নাটক দুখনৰ সংলাপ সহজ-সৰল গদ্যত দিয়া হৈছে। ভাব, ভাষা আৰু নাটকীয় গুণত কোনো উল্লেখযোগ্য বৈশিষ্ট্য পৰিলক্ষিত নহ'লেও এই দুখন নাটকৰ ঐতিহাসিক মূল্য অস্বীকাৰ কৰিব নোৱাৰি। অসমৰ মঞ্চত অসমীয়া নাটকৰ অভাৱ অনুভৱ কৰিয়েই লেখকে এই নাটক ৰচনাৰ কাম হাতত লৈছিল বুলি 'হৰিচন্দ্ৰ' নাটকৰ পাতনিত উল্লেখ কৰিছে। পূৰ্ণকান্ত দেৱ শৰ্মাৰ সমসাময়িক হৰেশ্বৰ শৰ্মা বৰুৱাৰ 'শকুন্তলা' (১৮৯২) নাটকতো তেওঁ কিছুপৰিমাণে সহায় কৰিছিল বুলি 'হৰধনুভঙ্গ'ৰ পাতনিৰ পৰা জনা যায়।

**দেৱনাথ বৰদলৈ** (১৮৭৩-১৯১৬)ঃ—আধুনিক অসমীয়া নাটকৰ প্ৰথম স্তৰত অমিত্ৰাক্ষৰ ছন্দত ৰচিত নাটককেইখনৰ ভিতৰত এখন হৈছে দেৱনাথ বৰদলৈৰ 'বৈদেহী বিচ্ছেদ' (১৯০১)। ভঙা অমিত্ৰাক্ষৰ ছন্দত ৰচিত ছয় অঙ্কীয়া এই নাটকখনৰ বিষয়বস্তু ৰামায়ণৰ উত্তৰাকাণ্ডৰ অন্তৰ্গত। নাট্যকাৰে বোধকৰোঁ কৃত্তিবাসী ৰামায়ণৰ পৰা নাটকৰ বিষয়বস্তু গ্ৰহণ কৰিছে। বিষয়বস্তু উপস্থাপনত নাট্যকাৰৰ কোনো মৌলিকতা নাথাকিলেও লৱ-কুশৰ যুদ্ধ সন্নি-

বিষ্ট এইখনেই প্ৰথম অসমীয়া পৌৰাণিক নাটক। বিলাপগীতৰ প্ৰাচুৰ্য্যলৈ চাই নাটকখন অঙ্কীয়া নাটৰ প্ৰভাৱৰ পৰা মুক্ত বুলি ক'ব নোৱাৰি। 'বৈদেহী বিচ্ছেদ'ৰ বাহিৰেও বৰদলৈয়ে আন কেইবাখনো পৌৰাণিক নাটক আৰু মানৰ দিনৰ পটভূমি লৈ 'হেমপ্ৰভা' নামৰ আন এখন নাটকো ৰচনা কৰিছিল বুলি শুনা যায়। কিন্তু 'বৈদেহী-বিচ্ছেদ'ৰ বাহিৰে এই আটাইকেইখনেই এতিয়া দুষ্প্ৰাপ্য।

**লক্ষ্মীনাথ বেজবৰুৱা**— সাহিত্যৰ আন সকলো শাখাৰ দৰে আধুনিক নাট্য- সাহিত্যৰ বিকাশতো বেজবৰুৱাৰ অৱদান কম নহয়। ধেমে- লীয়া নাটকৰ যোগেদি বেজবৰুৱাই নাট্য-সাহিত্যত প্ৰৱেশ কৰে। 'জোনাকী'ৰ প্ৰথম সংখ্যাৰ পৰাই 'লিতিকাই' নামৰ তেওঁৰ প্ৰহসনখন প্ৰকাশ পাবলৈ ধৰে। ইয়াৰ কিছু বছৰ পাছত ১৯১৩ চনত তেওঁৰ আন তিনিখন প্ৰহসন- 'নোমল', 'পঁাচনি' আৰু 'চিকৰপতি-নিকৰপতি' প্ৰকাশ পায়। বেজবৰুৱাৰ এই আটাইকেইখন প্ৰহসনেই প্ৰচলিত সাধুকথাৰ ভিত্তিত ৰচিত আৰু সেইবাবে এইবোৰৰ কাহিনী আমাৰ বাস্তব জীৱনৰ পৰা বহু আঁতৰত। নাটক কেইখনত বেজবৰুৱাই চৰিত্ৰৰ বিসঙ্গতিমূলক কথা আৰু কাৰ্য্যৰ দ্বাৰা একোটা পৰিস্থিতিৰ উদ্ভৱ কৰি হাস্যৰস সৃষ্টি কৰিছে। তেওঁৰ প্ৰহসনসমূহৰ ভিতৰত 'লিতিকাই'কেই উৎকৃষ্ট বুলি ক'ব পাৰি। অৱশ্যে, 'লিতিকাই'তো শেষৰ ফালে চৰিত্ৰ- সমূহৰ প্ৰতিহিংসামূলক কাৰ্য্যকলাপে নাটকখনৰ প্ৰথম আৰু শেষহোৱাৰ মাজত অলপ খেলি-মেলি নলগোৱাকৈ থকা নাই। কিন্তু 'লিতিকাই'ত প্ৰহসন-ৰচক হিচাপে বেজবৰুৱাই যি সম্ভাৱনা দাঙি ধৰিছিল পাছৰ কেইখনত সি ৰক্ষা নপৰিল। 'লিতিকাই'ৰ তুলনাত পাছৰ কেইখনৰ ৰস বহুপৰিমাণে সেৰেকা। তথাপি, বিশুদ্ধ প্ৰহসনৰ ভালেমান লক্ষণ বেজবৰুৱাৰ এই নাটককেইখনত ফুটি উঠিছে। বিমল হাস্যৰসৰ যোগান ধৰাই নাটকসমূহৰ উদ্দেশ্য যেন লাগে। ঠায়ে ঠায়ে ব্যঙ্গৰ আঘাত থাকিলেও সেই আঘাত কতো তীব্ৰ হৈ মুঠাত হাস্যৰসত বাধা জন্মা নাই। গাঁৱলীয়াজীৱনৰ সহজ-সৰল কথিত ভাষাকেই বেজবৰুৱাই এই

নাটক কেইখনতপ্ৰয়োগ কৰিছে। অসম-বুৰঞ্জীৰ কাহিনী লৈ তিনিখন পূৰ্ণাঙ্গ ঐতিহাসিক নাটক ৰচনা কৰিয়ো বেজবৰুৱাই অসমীয়া নাটকৰ অৱয়ব পুষ্ট কৰিছিল। এই নাটককেইখন হ'ল, 'জয়মতী কুঁৱৰী', 'বেলিমাৰ' আৰু 'চক্ৰধ্বজসিংহ' (১৯১৫)। এই নাটককেইখনত দৃশ্য-সমাৱেশ, স্বগতোক্তিৰ ব্যৱহাৰ আৰু চৰিত্ৰ-সৃষ্টিত শেক্সপীয়েৰীয় নাটকৰ প্ৰভাৱ অতি স্পষ্ট। অৱশ্যে, দৃশ্য-বিভাজন আৰু স্বগতোক্তিৰ ব্যৱহাৰ সকলো ক্ষেত্ৰতে যুক্তিযুক্ত হৈছে বুলি ক'ব নোৱাৰি। নাটাইকেইখন নাটৰতে ইতিহাসৰ মূল বিষয়বস্তু আৰু চৰিত্ৰক প্ৰায়ে অবিকৃত ভাবে ৰাখি কাল্পনিক উপকাহিনী নাইবা উপবস্তুৰ যোগেদি নাট্যকাৰে মৌলিক প্ৰতিভাৰ পৰিচয় দিছে। 'বেলিমাৰ'ৰ কাহিনীত মানৰ তিনিওটা আক্ৰমণকেই সুমুৱাই লোৱা হৈছে। অসমৰ স্বাধীনতাৰ বেলি কিদৰে অস্তমিত হ'ল, তাকে নাট্যকাৰে ইয়াত দেখুৱাবলৈ প্ৰয়াস কৰিছে। নাটকখনত বহুতো বিষয়বস্তু সামৰি লোৱাত আৰু কেন্দ্ৰীয় সংঘাত এটি নথকাত ঘটনাৰ সংহতি বহুসময়ত ৰক্ষা পৰা নাই। 'বেলিমাৰ' নাটকত ভুমুক বৰুৱাৰ চৰিত্ৰটো শেক্সপীয়েৰৰ 'মূৰ্খ' চৰিত্ৰৰ আৰ্হিত অঙ্কন কৰা হৈছে। 'চক্ৰধ্বজ সিংহ' নাটকত মূল বিষয়বস্তুতকৈ উপ-বস্তুৰ আধিপত্যহে লক্ষ্য কৰা যায়। বিশেষকৈ নাটকত সংযোজিত গজপুৰীয়া-উপকাহিনীটোৰ প্ৰাধান্যই মূল ঘটনাৰ সৌন্দৰ্য্য বহুপৰিমাণে ম্লান কৰিছে। এই দৃশ্যসমূহত হাস্যৰসৰ প্ৰাবল্যই মূল বিষয় বস্তুত মন নিবদ্ধ কৰিবলৈ দৰ্শক বা পাঠকক সুবিধা নিদিয়ে। গজপুৰীয়া আৰু তেওঁৰ লগৰীয়াসকলৰ চৰিত্ৰ শেক্সপীয়েৰৰ ফলষ্টাফ আৰু তেওঁৰ লগৰীয়াসকলৰ আৰ্হিত গঢ় লৈ উঠিছে। নাটকখনৰ বহুতো কথা চিঠিৰ যোগেদি আগবঢ়াই নিয়াত নাটকীয় ৰস-সৃষ্টিত বাধাও জন্মিছে। ঐতিহাসিক নাটককেইখনৰ ভিতৰত বিষয় বস্তু উপস্থাপন আৰু চৰিত্ৰ সৃষ্টিৰ ফালৰ পৰা 'জয়মতী কুঁৱৰী' কেই শ্ৰেষ্ঠ বুলি ধৰিব পাৰি। বেজবৰুৱাৰ এটি উল্লেখযোগ্য সৃষ্টি হ'ল, জয়মতী কুঁৱৰীৰ ডালিমীৰ চৰিত্ৰটো। নাগিনী ছোৱালী ডালিমী প্ৰকৃতিৰ বুকুত ডাঙৰ হোৱা

প্ৰকৃতিৰ কন্যাস্বৰূপ। সৰস আৰু মুকলিমূৰীয়া পৰ্বতীয়া গাভৰুৰ তাই যেন প্ৰতিনিধি। এইবোৰৰ উপৰিও বেজবৰুৱাই 'গদাধৰ' নামৰ এখন চ'ৰাঘৰীয়া নাটক আৰু 'বৰবৰুৱাৰ বেতাল যষ্ঠ বিংশতি' নামৰ আন এখন ধেমেলীয়া নাটকো ৰচনা কৰিছিল।

**দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱা (১৮৭০-১৯২৮)।**

আধুনিক নাট্যসাহিত্যৰ আদিছোৱাত ধেমেলীয়া নাটকৰ ৰচক হিচাপে দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ নাম উল্লেখযোগ্য। বেজবৰুৱাৰ 'লিতিকাই'ৰ পাছত ওলোৱা ধেমেলীয়া নাটকসমূহৰ ভিতৰত মজিন্দাৰ বৰুৱাৰ 'মহৰী' (১৮৯৬) য়েই প্ৰথম। নাটকখনত বিশুদ্ধ হাস্যৰস সৃষ্টি কৰাই নাট্যকাৰৰ প্ৰধান উদ্দেশ্য যদিও নায়ক ভাবিৰামৰ যোগেদি উনবিংশ শতিকাৰ চাকৰিৰ কাৰণে পৰি মৰা অসমীয়া ডেকাই মহৰীৰ নিচিনা সাধাৰণ কাম একোটাত সোমাই কেনেদৰে নিৰ্য্যাতন ভুগি-বলগীয়া হৈছিল তাৰ আভাস দিবলৈ চেষ্টা নকৰা নহয়। কিন্তু ভাষা আৰু পৰিস্থিতিয়ে সঞ্চাৰ কৰা হাস্যৰসত এই চেষ্টাই বাধাত জন্মাব পৰা নাই। সমাজ-সংস্কাৰৰ মনোভাব লৈ তেওঁ 'নিগ্ৰো' নামৰ আন এখন নাটক ৰচনা কৰিছিল। সেই সময়ত বিলাতী ৰীতি-নীতি অনুকৰণ কৰা লোকক ব্যঙ্গ কৰাই এই নাটকখনৰ উদ্দেশ্য আছিল বুলি শুনা যায়। নাটকখন এতিয়া দুষ্প্ৰাপ্য। এইখনৰ উপৰি বেণুধৰ ৰাজখোৱাৰ 'কলিযুগ' (১৯০৪) তো তেওঁ সহযোগ কৰিছিল বুলি জনা গৈছে। মজিন্দাৰ বৰুৱাই 'বৃষকেতু' (১৮৯৯) আৰু গুৰু-দক্ষিণা' (১৯০১) নামৰ দুখন পৌৰাণিক নাটকো ৰচিছিল। নাটক দুখনত পৌৰাণিক বিষয়বস্তু যথাযথ ভাবে সহজ--সৰল গদ্যত উপস্থাপন কৰা হৈছে। নাট্যকাৰে ইয়াত কোনো মৌলিকতাৰ পৰিচয় দিব পৰা নাই।

**পদ্মনাথ গোহাঞি বৰুৱা**:— ধেমেলীয়া নাটকৰ ৰচক হিচাপে গোহাঞি বৰুৱাৰ কৃতিত্ব ফুটি উঠিছে 'গাওঁবুঢ়া' (১৮৯৭) নাটকত। উনবিংশ শতিকাৰ শেষছোৱাত ৰচিত লঘু সামাজিক নাটকৰূপে 'গাওঁবুঢ়া' উল্লেখ-যোগ্য। লঘু ভাষাই নাটকখনত হাস্যৰস সৃষ্টি কৰিছে। কিন্তু তাৰ

লগতে নায়ক ভোগমনৰ জীৱনৰ অন্তৰালত কাৰুণ্যৰ ক্ষীণ সুঁতি এটি প্ৰৱাহিত হৈ থকাত নাটকখন বেছি উপভোগ্য হৈ উঠিছে। বৃটিছ ৰাজত্বৰ আদিছোৱাত কিছুমান সুবিধাবাদী চৰকাৰী বিষয়াৰ স্বেচ্ছাচাৰিতাৰ কাৰণে গাওঁবুঢ়াৰ নিচিনা সাধাৰণ চৰকাৰী কৰ্মচাৰী একোজনৰ জীৱন কেনে দুৰ্বহ হৈ পৰিছিল তাৰ সুন্দৰ চিত্ৰ এটি ফুটি উঠিছে। মজিন্দাৰ বৰুৱাৰ 'মহৰী'ৰ প্ৰভাৱ 'গাওঁবুঢ়া'ত পৰা যেন লাগে। ভাব, ভাষা আদিৰ যোগেদি গাঁৱলীয়া জীৱনৰ নিখুঁত ৰূপ অঙ্কন কৰাত গোহাঞিঃ বৰুৱাই বেছ পাৰদৰ্শিতা দেখুৱাইছে। তেওঁৰ আন দুখন ধেমেলীয়া নাটক'টেটোন তামুলি' (১৯০৯) আৰু 'ভুত নে ভ্ৰম' (১৯২৪) প্ৰথম খনৰ তুলনাত তেনেই অনাকৰ্ষণীয়। 'ভুত নে ভ্ৰম' প্ৰকৃততে নাটকৰ শাৰীলৈ উঠা নাই বুলিয়েই ক'ব পাৰি। সমাজ-সংস্কাৰ কৰাৰ উদ্দেশ্য আগত ৰাখি সংগতিহীন কেইটামান দৃশ্য মাথোন ইয়াত একেলগ কৰা হৈছে। গোহাঞিঃ বৰুৱা আমাৰ প্ৰথম ঐতিহাসিক নাট্যকাৰ। প্ৰথম ঐতিহাসিক নাটক 'জয়মতী' (১৯০০) ত গোহাঞিঃ বৰুৱাৰ নাট্য-প্ৰতিভাৰ পৰিচয় নথকা নহয়। নাটকখনৰ আৰম্ভণিতে নাটকীয় উৎকণ্ঠা সৃষ্টি কৰাৰ প্ৰয়াস চকুত পৰে। অসমীয়া নাটকত পোন প্ৰথমবাৰৰ বাবে উলিওৱা নাগিনী ছোৱালী ডালিমৰ চৰিত্ৰটো নাটকখনৰ এটি আকৰ্ষণ। কিন্তু দীঘলীয়া স্বগতোক্তিৰ অসাৰ্থক প্ৰয়োগ, অলাগতিয়াল দৃশ্য-সংযোজন আদিয়ে কৰুণৰসসিক্ত নাটকখনৰ গাম্ভীৰ্য আৰু সৌন্দৰ্য হ্ৰাস নকৰাকৈ থকা নাই। তেওঁৰ আন কেইখন ঐতিহাসিক নাটক হ'ল, 'গদাধৰ' (১৯০৭) 'সাধনী' (১৯১০) আৰু 'লাচিত বৰফুকন' (১৯১৫)। 'লাচিত বৰফুকন'ৰ বাহিৰে বাকী কেইখন অমিত্ৰাক্ষৰ ছন্দত ৰচিত। গোহাঞিবৰুৱাৰ ঐতিহাসিক নাটক কেইখনৰ ভিতৰত 'জয়মতী' কেই শ্ৰেষ্ঠ বুলি ক'ব পাৰি। কিন্তু ইয়াতো ইতিহাসৰ বিষয়বস্তুত কোনো নতুন দৃষ্টিভঙ্গী আৰোপ কৰাৰ চেষ্টা চকুত নপৰে। 'সাধনী' নাটকত দীঘলীয়া স্বগতোক্তিবোৰৰ নাটকীয় আৱশ্যকতা বিচাৰি পোৱা নাযায়। গোহাঞিবৰুৱাই পৌৰাণিক নাটকতো হাত দিছিল। 'বাণৰজা' (১৯০৫) তেওঁৰ

একমাত্র পৌৰাণিক নাটক। পৌৰাণিক কাহিনীটো নাটকত উপস্থাপন কৰাত নাট্যকাৰে সংযম প্রদর্শন কৰিব পৰা নাই। নাটকখনৰ সংলাপো ঠায়ে ঠায়ে অনাটকীয় হৈ পৰিছে। তথাপি, অসমীয়া নাটকৰ অভাৱ পূৰণ কৰাত এইবোৰ নাটকৰ ভূমিকা উলাই কৰিব নোৱাৰি।

**বেণুধৰ ৰাজখোৱাঃ**— ধেমেলীয়া নাট্যকাৰ ৰূপে প্রতিষ্ঠা লাভ কৰা ৰাজখোৱাই গহীন নাটকৰ ৰচনাৰে নাট্য-সাহিত্যত প্রৱেশ কৰিছিল। 'ৰাম-নৱমী'ৰ পাছত আধুনিক নাটকৰ আদি স্তৰৰ গহীন সামাজিক নাটকৰ নিদর্শন হিচাপে ৰাজখোৱাৰ 'সেউতী-কিৰণ' (১৮৯৪)ৰ নাম উল্লেখযোগ্য। আদিৰে পৰা অন্তলৈকে করুণ সুৰ এটি বিৰাজ কৰা এই নাটকখনত এহাল যুৱক-যুৱতীৰ প্রণয়ৰ করুণ চিত্র অঙ্কন কৰা হৈছে। শেক্সপীয়েৰৰ 'ওথেলো' নাটকৰ প্রভাৱ ইয়াত লক্ষ্য কৰা যায়। অসমীয়া সমাজৰ পটভূমিত প্রণয়ৰ কাহিনীটো উপস্থাপন কৰাত নাট্যকাৰ বৰ সফল হৈছে বুলি ক'ব নোৱাৰি। 'দুর্যোধনৰ উৰুভঙ্গ' (১৯০১) আৰু 'দক্ষযজ্ঞ' (১৯০৮) নামৰ পৌৰাণিক নাটক দুখনতো পৌৰাণিক কাহিনী দুটাক নাটকীয় ৰূপ দিয়াৰ বাহিৰে নাট্যকাৰৰ কোনো স্বকীয়তা চকুত নপৰে। ৰাজখোৱাৰ নাট্য-প্রতিভাৰ পৰিচয় পোৱা যায় তেওঁৰ ধেমেলীয়া নাটক-কেইখনত। ইয়াৰ ভিতৰত 'কুৰি শতিকাৰ সভ্যতা' (১৯০৮) 'লখিমী তিৰোতা' (১৯০৯) 'অশিক্ষিতা ঘৈণী' (১৯১২) আৰু 'তিনি ঘৈণী' (১৯২৮)ত সমাজ-সংস্কাৰৰ উদ্দেশ্যে সমাজৰ সৰু-সুৰা দোষ-ত্রুটীক ব্যঙ্গ কৰি হাস্যোদ্দীপক পৰিস্থিতিৰ উদ্ভৱ কৰা হৈছে। নাটক কেইখনৰ হাস্যৰস পৰিস্থিতিগত। 'দৰবাৰ' (১৯০২) 'কলিযুগ' (১৯০৪), 'যমপুৰি' (১৯১২), 'চোৰৰ সৃষ্টি' (১৯৩১) আৰু 'টোপনিৰ পৰিণাম' (১৯৩২)ত সমাজ-সংস্কাৰৰ উদ্দেশ্য পৰিলক্ষিত নহয়। বিশুদ্ধ হাস্যৰসৰ যোগান ধৰাই ইয়াত নাট্যকাৰৰ একমাত্র উদ্দেশ্য যেন লাগে। সপ্তম এডৱাৰ্ডৰ ৰাজ-অভিষেক উৎসৱ উপলক্ষে ৰচিত 'দৰবাৰ' নাটকখন সাতটা দৃশ্যৰ সমষ্টি। অসমত বাস কৰা বিভিন্ন সম্প্রদায়ৰ দোৱান নাটখনৰ গীত আৰু সংলাপত ব্যৱহাৰ কৰা হৈছে। 'দৰবাৰ' নাট্যকাৰৰ ৰাজভক্তিৰ নিদর্শন।

ভাষাগত বৈশিষ্ট্য প্ৰদৰ্শন কৰি নাটকখনত হাস্যৰস সৃষ্টি কৰিবলৈ চেষ্টা কৰা হৈছে।

**চন্দ্ৰধৰ বৰুৱাঃ-** আধুনিক পৌৰাণিক নাটকৰ বিকাশত চন্দ্ৰধৰ বৰুৱাৰ নাম বিশেষভাৱে উল্লেখযোগ্য। তেওঁৰ পৌৰাণিক নাটক 'মেঘনাদবধ' (১৯১৪) আৰু 'তিলোত্তমা-সম্ভৱ' (১৯২৯) ৰ বিষয়বস্তু মাইকেল মধুসূদন দত্তৰ সেই নামৰ কাব্যৰ পৰা গ্ৰহণ কৰা হৈছে। নাটকৰ চৰিত্ৰ সমূহতো মাইকেলৰ কাব্যৰ প্ৰভাৱ অতি স্পষ্ট। অৱশ্যে, নাটকীয় প্ৰয়োজন অনুযায়ী কাব্যৰ কথা ঠায়ে ঠায়ে বাদ দিয়া হৈছে আৰু চৰিত্ৰ-সংখ্যাও কিছুপৰিমাণে হ্ৰাস কৰা হৈছে। গৈৰিশ ছন্দত ৰচিত এই নাটক দুখনৰ সাৱলীল সংলাপ আকৰ্ষণৰ অন্যতম কাৰণ। 'মেঘনাদ-বধ'ক নাট্যকাৰে অমিত্ৰাক্ষৰ ছন্দত ৰচিত প্ৰথম অসমীয়া নাটক বুলি কৈছে যদিও ইয়াৰ আগেয়ে অমিত্ৰাক্ষৰ ছন্দৰ অসমীয়া নাটৰ উদাহৰণ নথকা নহয়। নাটকীয় গুণৰ ফালৰ পৰা 'তিলোত্তমা-সম্ভৱ'তকৈ 'মেঘনাদ-বধ' উচ্চ পৰ্যায়ৰ নাটক। 'তিলোত্তমা সম্ভৱ'ক প্ৰকৃততে কাব্য বুলিয়েই ক'ব পাৰি। নাটকখনত গীতৰ প্ৰাধান্য মন কৰিবলগীয়া। বৰুৱাৰ আন এখন পৌৰাণিক নাটক 'ৰাজৰ্ষি' (১৯৩৭)। হৰিচন্দ্ৰ ৰজাৰ উপখ্যানটোক ইয়াত নাটকীয় ৰূপ দিয়া হৈছে। চৰিত্ৰাঙ্কন আৰু পৰিস্থিতি-সৃষ্টিত আগৰ নাটকদুখনৰ আকৰ্ষণ 'ৰাজৰ্ষি'ত নাই। আৰবীয় উপন্যাসৰ সাধু এটাৰ আলম লৈ বৰুৱাই 'ভাগ্য-পৰীক্ষা' (১৯১৫) নামৰ লঘু কমেদি এখনো ৰচনা কৰিছিল। নাটকখনত আমাৰ মানুহে সাধাৰণতে সকলো ক্ষেত্ৰতে বিশ্বাস কৰা ভাগ্য-বলক লৈ আমোদজনক পৰিস্থিতি এটা সৃষ্টি কৰিবলৈ বিচৰা হৈছে। কিন্তু অস্বাভাৱিক ঘটনা আৰু চৰিত্ৰৰ সমাবেশ নাটকখনৰ বাস্তৱতা বহু পৰিমাণে হ্ৰাস কৰিছে। 'বিয়া-বিলৈ,' 'মোগল বিজয়', 'আহোম সন্ধ্যা' আদিকে ধৰি আন কেইখনমান নাটকো তেওঁ ৰচনা কৰি থৈ গৈছে।

**নবীন চন্দ্ৰ বৰদলৈঃ-** ৰাজনৈতিক ক্ষেত্ৰতে আবদ্ধ নাথাকি কৰ্মবীৰ নবীন চন্দ্ৰ বৰদলৈয়ে সাহিত্যৰ বিভিন্ন দিশতো বৰঙণি দি গৈছে। তেওঁৰ 'গৃহলক্ষ্মী'

[১৯১১] পাৰিবাৰিক সমস্যাক লৈ ৰচনা কৰা প্ৰথম অসমীয়া নাটক। নাটকখনত আদৰ্শ গৃহিনীৰ চিত্ৰ এটি অঙ্কন কৰা হৈছে। স্বামীৰ সকলো অত্যাচাৰ নীৰৱে সহ্য কৰি ঘৰখন নিয়াৰিকৈ চলাই নিবলৈ চেষ্টা কৰা এগৰাকী সুলক্ষণা নাৰীৰ চৰিত্ৰ ইয়াত দাঙি ধৰা হৈছে। বৰদলৈৰ আন এখন নাটক 'কৃষ্ণ-লীলা' (১৯৩৩) পৌৰাণিক বিষয়বস্তুক লৈ ৰচিত।

**ৰাধাকান্ত সন্দিকৈ** (১৮৮০-১৯৫২): —ৰাধাকান্ত সন্দিকৈৰ একমাত্ৰ নাটক 'মূলা গাভৰু' (১৯২৪) পাঁচ অঙ্কীয়া ঐতিহাসিক নাটক। পাঠানৰ সৈতে হোৱা ৰণত আহোম সেনাপতি চাও ফ্ৰাচেংমুঙৰ মৃত্যু হোৱাত চাও ফ্ৰাচেংমুঙৰ পত্নী মূলগাভৰুৱে স্বামী হত্যাৰ প্ৰতিশোধ ল'বলৈ শত্ৰুৰ বিৰুদ্ধে অসীম বিক্ৰমেৰে ৰণ কৰি প্ৰাণত্যাগ কৰাৰ ঘটনা নাটকত দেখুওৱা হৈছে। ঐতিহাসিক ঘটনাৰ লগতে কনচেং,' জয়ন্তী, চুক্লেন আৰু ললিতাক লৈ এটি প্ৰণয়সংক্ৰান্ত উপকাহিনী সংযোগ কৰা হৈছে আৰু প্ৰকৃততে এই উপকাহিনীটোৱেই নাটকখনৰ আকৰ্ষণৰ থাই কাৰণ হৈ পৰিছে। উপকাহিনীৰ সৈতে জড়িত জয়ন্তীৰ চৰিত্ৰটো বেছ সজীৱ আৰু আকৰ্ষণীয়। ঐতিহাসিক নাটক হ'লেও নাটকখনৰ সংলাপ পদ্য আৰু গদ্য উভয়তে দিয়া হৈছে।

**দুৰ্গেশ্বৰ শৰ্ম্মাঃ**- বিংশ শতিকাৰ আৰম্ভণিতে পৌৰাণিক নাটক ৰচোঁতা হিচাপে দুৰ্গেশ্বৰ শৰ্ম্মাৰ নাম উল্লেখযোগ্য। শৰ্ম্মাৰ 'পাৰ্থ পৰাজয়' (১৯০৯) বহুদিনলৈকে অসমীয়া মঞ্চৰ আদৰৰ বস্তু আছিল। নাটকীয় কলা-কৌশলৰ ফালৰ পৰা 'পাৰ্থ পৰাজয়' তকৈ 'বালী বধ' অধিক সাৰ্থক সৃষ্টি বুলি ক'ব পাৰি। 'বালী-বধ'ৰ বিষয়বস্তু ৰামায়ণৰ কিষ্কিন্ধ্যা কাণ্ডৰ অন্তৰ্গত। কিন্তু নাটকীয় পৰিস্থিতিৰ অৰ্থে নাট্যকাৰে ৰামায়ণত নথকা দুই-এটা কথা সংযোজন কৰিছে। নাটকখনৰ আৰম্ভণিতে বালীয়ে তপস্যা কৰি বৰ লাভ কৰা দৃশ্যত নাটকীয় উৎকণ্ঠাৰে সৃষ্টি হৈছে। মূল চৰিত্ৰ-সমূহত ৰামায়ণৰ পৰা আঁতৰি অহাৰ নাইবা কোনো নতুনত্ব আৰোপ কৰাৰ চেষ্টা নাট্যকাৰে কৰা নাই। 'পাৰ্থপৰাজয়'ৰ বিষয়বস্তু মহাভাৰতৰ পৰা লোৱা হৈছে। কিন্তু চৰিত্ৰাঙ্কনত নাট্যকাৰৰ কল্পনা-শক্তিৰ পৰিচয় আছে।

**অম্বিকাগিৰী ৰায়চৌধুৰী** :— কবি আৰু বলিষ্ঠ গদ্য-লেখক হিচাপে প্ৰখ্যাত ৰায়চৌধুৰীয়ে নাটক-ৰচনাতো হাত দিছিল। ১৯০৮ চনত তেওঁ 'বন্দিনী ভাৰত' নামৰ নাটক এখন ৰচনা কৰে। বিদেশী শাসকৰ কৰাল গ্ৰাসৰ পৰা ভাৰতক উদ্ধাৰ কৰাৰ কাৰণে ভাৰতবাসীক জাগ্ৰত কৰাই ইয়াৰ উদ্দেশ্য আছিল। অভিনয় চলি থকা অৱস্থাতে নাটকখন পুলিচে বন্ধ কৰে। ইয়াৰ কেইবছৰমান পাছতেই অৰ্থাৎ ১৯১১ চনত মহাভাৰতৰ কাহিনী লৈ তেওঁ 'জয়দ্ৰথ বধ' (১৯৬১) নামৰ পাঁচ অঙ্কীয়া পৌৰাণিক গীতি-নাট্য এখন ৰচনা কৰে। 'চোকৰা'ৰ মুখত দিয়া গীত-সমূহলৈ চাই নাটকখন যাত্ৰা-নাট হিচাপে ৰচিত হৈছিল বুলি ধৰিব পাৰি। অসমৰ মঞ্চত বঙালী নাটকৰ পৰিবৰ্তে অসমীয়া নাটকৰ প্ৰচলন কৰাই এই নাটক ৰচনাৰ উদ্দেশ্য আছিল। পৌৰাণিক নাটক হ'লেও ৰায়-চৌধুৰীৰ বিপ্লৱী মনটোৱে ইয়াতো ভুমুকি নমৰাকৈ থকা নাই। 'ভক্ত গৌৰৱ' নামৰ আন এখন গীতি-নাট্য তেওঁ ৰচনা কৰিছিল। অসমৰ ইমূৰৰ পৰা সিমূৰলৈ এই দুয়োখন নাটকৰ অভিনয় হৈছিল। 'চেতনা'ত 'বিশ্বনাট্য' (১৯১৯) নামৰ ৰায়-চৌধুৰীৰ এখন একাঙ্কিকাও প্ৰকাশ পাইছিল। 'আৱাহন'ত প্ৰকাশ পাবলৈ লোৱা জাতীয় ভাবাপন্ন নাটক 'কল্যাণময়ী' [১৯১১, ১৯১৪] অসম্পূৰ্ণ অৱস্থাত থাকি গ'ল।

**ইন্দ্ৰেশ্বৰ বৰঠাকুৰ** :— অভিনেতা হিচাপে সুখ্যাতি অৰ্জন কৰা ইন্দ্ৰেশ্বৰ বৰঠাকুৰৰ 'শ্ৰীবৎস-চিন্তা' (১৯২৭) এখন সুদীৰ্ঘ পৌৰাণিক নাটক। কাহিনীৰ দৈৰ্ঘ্যৰ কাৰণে নাটকখন ৰঙ্গমঞ্চত অভিনয় কৰা টান হৈ পৰে। মূল ঘটনা কাশীদাসী মহাভাৰতৰ পৰা গ্ৰহণ কৰিলেও বিষয়বস্তু নিৰ্মাণত নাট্যকাৰে নিজস্ব প্ৰতিভাৰ পৰিচয় দিবলৈ সক্ষম হৈছে। সাৰ্থক অমিত্ৰাক্ষৰ ছন্দত ৰচনা কৰা 'শ্ৰীবৎস-চিন্তা'ৰ সাৱলীল সংলাপে নাটকখনক বিশেষ মৰ্য্যাদা দান কৰিছে। নাটকখনৰ চৰিত্ৰ-সৃষ্টিত সংস্কৃত নাটকৰ প্ৰভাৱ লক্ষ্য কৰা যায়।

**কীৰ্তিনাথ বৰদলৈ** (১৮৮৭-১৯৫২) :— পুতেক মুক্তিনাথ বৰদলৈৰ সৈতে

লগ লাগি ৰচনা কৰা কীৰ্ত্তিনাথ বৰদলৈৰ চাৰিখন ৰূপকধৰ্মী নাটকে অসমীয়াত এই শ্ৰেণী নাটকৰ অভাৱ পূৰণত যথেষ্ট সহায় কৰিছে। এই নাটককেইখন হ'ল, 'বাসন্তীৰ অভিষেক' (১৯২৯), 'লুইত কোঁৱৰ' (১৯৩০) 'সুৰ বিজয়' (৯১৩৪) আৰু 'মেঘাৱলী' (১৯৫২)। নাটককেইখনত অসমৰ প্ৰাকৃতিক সম্পদ আৰু সুৰ-তালত মানৱীয় গুণ আৰোপ কৰি সেইবোৰক জীৱন্ত চৰিত্ৰৰূপে অৱতীৰ্ণ কৰোঁৱা হৈছে। 'বাসন্তীৰ অভিষেক'ত ঋতুৰাণী বসন্তক আদৰি অনা হৈছে। 'লুইত কোঁৱৰ'ত ব্ৰহ্মপুত্ৰক কোঁৱৰ ৰূপে কল্পনা কৰি সুন্দৰ কাহিনী এটি সাজি উলিওৱা হৈছে। ৰাগ-ৰাগিণীক চৰিত্ৰৰূপে অঙ্কন কৰা 'সুৰ-বিজয়'ত প্ৰাচীন কামৰূপী সঙ্গীতৰ মাহাত্ম্য প্ৰকাশ পাইছে। সঙ্গীতৰ প্ৰাধান্যলৈ চাই এই আটাই কেইখনকে গীতিনাট আখ্যা দিব পাৰি। জয়ন্তীয়া ৰাজ্যক লৈ কাহিনী ৰচনা কৰা 'মেঘাৱলী'ত আগৰ কেইখনৰ তুলনাত গীতৰ সংখ্যা কমিছে। মুক্তিনাথ বৰদলৈয়ে স্বকীয়া ভাবে ৰচনা কৰা শিশু-পোষোগী নাটক চাৰিখনৰ নামো এই প্ৰসঙ্গতে ল'ব পাৰি। এই কেইখন হ'ল, 'অৱলম্বন' (১৯৩৮), 'ভক্ত প্ৰহ্লাদ' (১৯৪৯), 'ব'ৰাগী' (১৯৫৪) আৰু 'শিশুগান্ধী' (১৯৬৩),

**পদ্মধৰ চলিহা :**— ধেমেলীয়া নাট্যকাৰৰূপে পদ্মধৰ চলিহাৰ সুখ্যাতি আছে। তেওঁৰ প্ৰথমখন প্ৰহসন 'নিমন্ত্ৰণ' (১৯১৭)ত কেইজনমান তথাকথিত পণ্ডিতৰ জ্ঞান, বুদ্ধিক লৈ ৰগৰ কৰা হৈছে। ব্যঙ্গ থাকিলেও তাৰ আঘাত ক'তো তীব্ৰ নোহোৱাত হাস্যৰসত বাধা পৰা নাই। দ্বিতীয়খন প্ৰহসন 'কেনে মজা' (১৯২৩)ত এহাল স্বামী-স্ত্ৰীৰ ধন খটাৰ উপায়ে হাস্যৰসাত্মক পৰিস্থিতিৰ উদ্ভৱ কৰিছে। সঙ্গীত-বহুলতা তেওঁৰ নাটক দুখনৰ এটি উল্লেখযোগ্য বৈশিষ্ট্য। 'কেনে মজা'ক নাট্যকাৰে নিজেই গীত-নাট্য বুলি কৈ গৈছে।

**দণ্ডিনাথ কলিতা :**— ঔপন্যাসিক হিচাপে খ্যাত দণ্ডিনাথ কলিতাই সৰ বৰ কেইবাখনো নাটক ৰচনা কৰি নাট্যসাহিত্যৰ পৰিপুষ্টি সাধনতো সহায় কৰিছিল। তেওঁৰ 'সতীৰ তেজ' (১৯৩১) সৰ্বজনবিদিত জয়মতী

কাহিনীৰ নাট্যৰূপ। কিন্তু গোহাঞি বৰুৱা আৰু বেজবৰুৱাৰ একে বিষয়বস্তুক লৈ ৰচিত নাটকৰ দৰে জয়মতীৰ মৃত্যুতে কলিতাই নাটকৰ সামৰণি মৰা নাই। সেইবিনিত নাটকৰ কাহিনীক শীৰ্ষবিন্দুত উপনীত কৰাই গদাধৰৰ সিংহাসন লাভলৈকে কাহিনী আগবঢ়াই নিছে। গোহাঞি বৰুৱা আৰু বেজবৰুৱাৰ আৰ্হি লৈ কলিতায়ো এই নাটকত নগা চৰিত্ৰৰ সমাৱেশ কৰিছে। ল'ৰাৰজাৰ চৰিত্ৰটোত এটি নতুন দৃষ্টি আৰোপ কৰাৰ চেষ্টা পৰিলক্ষিত হয়। পৌৰাণিক নাটক 'অগ্নি পৰীক্ষা' (১৯৩৭)ত কলিতাই ৰামায়ণক হুবহুভাৱে অনুকৰণ নকৰি বিষয়বস্তু নিৰ্মাণ আৰু চৰিত্ৰ-সৃষ্টিত কল্পনাৰ বোল সানি নাটকখন ৰসাল কৰি তুলিবলৈ চেষ্টা কৰিছে। তেওঁৰ তিনিখন লঘু নাটক—'পোহনীয়া কুকুৰ' (১৯৪৬) 'নগৰৰ বিজুতলী' (১৯৪৬) আৰু 'কীচক বধ' (১৯৫০)ত সমসাময়িক সমাজৰ চিত্ৰ একোটি পোৱা যায়। কলিতাৰ আন এখন সামাজিক নাটক 'পৰাচিত' (১৯৪৯)।

**শৈলধৰ ৰাজখোৱা :—** ৰাজখোৱাৰ প্ৰথম নাটক 'শিপ্ৰাৱতী' (১৯১৮) কালিদাস সম্পৰ্কে প্ৰচলিত কিংবদন্তিক লৈ ৰচিত। নাটকখনে যথেষ্ট সাফল্য লাভ কৰিছে যদিও সেই সময়ৰ ভাৰতীয় পৰিবেশ এটি ফুটাই তোলাত নাট্যকাৰ কৃতকাৰ্য হৈছে বুলি ক'ব নোৱাৰি। ঐতিহাসিক নাটক 'স্বৰ্গদেও প্ৰতাপসিংহ' (১৯৫৩)ত নাট্যৰস সৃষ্টিৰ কাৰণে ৰাজখোৱাই ঠায়ে ঠায়ে ইতিহাসৰ পৰা আঁতৰি আহিছে। ইতিহাসত থকা চৰিত্ৰৰ বিষয়ে বিশেষ জনা নাযায়, সেইবোৰৰ ওপৰতহে নাট্যকাৰে গুৰুত্ব দিয়া দেখা গৈছে। নাম-ভূমিকাত থকা প্ৰতাপসিংহ উজ্জ্বল ভাৱে দেখা দিয়া নাই। বৰং চোৰাংচোৱাৰ কাৰ্যকলাপেহে নাটকত প্ৰাধান্য লাভ কৰিছে। পৰিবেশ গহীন হ'লেও নাটকখন কমেডি শ্ৰেণীতেই পেলাব পাৰি। ৰাজখোৱাৰ আন দুখন মৌলিক নাটক 'দেৱযানী' আৰু 'শকুন্তলা' অপ্ৰকাশিত হৈয়ে আছে।

**মিত্ৰদেৱ মহন্ত (১৮৯৪-১৯৮২) :—** প্ৰহসন-লেখক হিচাপে মিত্ৰদেৱ মহন্তৰ এখন সুকীয়া আসন আছে। 'কুকুৰীকণাৰ আঠমঙলা' (১৯১৮) আৰু

'বিয়া-বিপৰ্য্যয়' (১৯২৫) নামৰ খুহুতীয়া নাটক তুখনে মহন্তক নাট্যকাৰ ৰূপে প্ৰতিষ্ঠিত কৰে। প্ৰথমখন শঙ্কৰেকৰ ঘৰলৈ আঠমঙলা খাবলৈ যোৱা কুকুৰীকণা জোঁৱাইক লৈ প্ৰচলিত সাধুকথাৰ ভিত্তিত ৰচিত। 'বিয়া-বিপৰ্য্যয়ত'ত সত্তৰ বছৰীয়া বৃদ্ধ এজনে যুৱতী ছোৱালী এজনীক পত্নীৰূপে লোৱাৰ ফলত উদ্ভৱ হোৱা পৰিস্থিতি এটি দাঙি ধৰা হৈছে। নাটকখনৰ সামাজিক উদ্দেশ্য এটি নথকা নহয়। দুয়োখন নাটকৰে হাস্যৰস ঘাইকৈ পৰিস্থিতিগত। এই দুখনৰ বাহিৰেও মহন্তই 'এটা চুৰট' 'টিপচহী,' 'ভোটৰ ৰগৰ' 'মেলটাৰি', 'নিবোকা ৰজা' টেঙৰ ভেঙৰ' 'চেঁচা জ্বৰ' 'লেক-লোলানি', 'ব'ন ফটকাৰ', 'অচিন কাঠৰ ঠোৰা' আদি ভালেমান ক্ষুদ্ৰ ক্ষুদ্ৰ নাট ৰচনা কৰি দৰ্শক-পাঠকক হাঁহিৰ খোৰাক যোগাই আহিছে। মহন্তৰ গহীন নাটকৰ ভিতৰত পৰে, 'বৈদেহী-বিয়োগ' (১৯৫০), 'প্ৰচ্ছন্ন পাণ্ডৱ' (১৯৫৬) আৰু 'বলিছলন' (১৯৫৬)। তিনিওখনেই পৌৰাণিক। গহীন নাটকতো তেওঁ ধেমেলীয়া পৰিবেশ সৃষ্টি কৰিবলৈ চেষ্টা কৰা চকুত পৰে। ঠায়ে ঠায়ে লঘু দৃশ্যৰ মাত্ৰাধিকাই গহীন পৰিবেশ লাঘৱ নকৰা বুলিও ক'ব নোৱাৰি। 'বৈদেহীবিয়োগ' আৰু 'প্ৰচ্ছন্ন পাণ্ডৱ'ত অঙ্কীয়া নাটৰ প্ৰভাৱ লক্ষ্য কৰা যায়। নাটক দুখন ভাওনা আৰু থিয়েটাৰ উভয়ৰে উপযোগীকৈ ৰচনা কৰা হৈছে। 'চৰণধূলি' (১৯৫৫) তেওঁৰ আন এখন ভক্তিমূলক একাঙ্কিকা।

**পজিৰুদ্দিন আহমদঃ**-অভিনেতা পজিৰুদ্দিন আহমদৰ 'গুলেনাৰ' (১৯২৪) এখন মঞ্চ-সফল নাটক। মোগল-সম্ৰাট আকবৰৰ ৰাজত্বকালৰ এটি ঘটনাক লৈ নাটকখন ৰচনা কৰা হৈছে। আকবৰৰ পুত্ৰ চেলিম আৰু প্ৰধান সেনাপতি ৰামসিংহৰ পাৰস্পৰিক ঈৰ্ষাৰ ফলত চেলিমে মোগল ৰাজদৰবাৰত আশ্ৰয় দিয়া এগৰাকী ইৰাণী ৰূপহী গাভৰু কেনেদৰে ৰাজ-কোপত পৰি মৃত্যুদণ্ডৰে দণ্ডিত হ'ল তাকে নাটকখনত দেখুৱা হৈছে। বলিষ্ঠ সংলাপ নাটকখনৰ বৈশিষ্ট্য। ঠায়ে ঠায়ে আৰবী আৰু পাৰ্চী শব্দৰ প্ৰয়োগে উপযুক্ত পৰিবেশ সৃষ্টিত সহায় কৰিছে। চৰিত্ৰৰ বৈপৰীত্য নাটকখনৰ আকৰ্ষণৰ অন্যতম কাৰণ। 'গুলেনাৰ'ত দেখুওৱা সম্ভাৱনা

তেওঁৰ আন এখন নাটক 'সিন্ধুবিজয়'ত ৰক্ষা নপৰিল। চাঞ্চল্যকৰ ঘটনাৰ সমাবেশে ইয়াত কাহিনীৰ পৰিণতি অস্বাভাৱিক কৰি তুলিছে।

**কমলানন্দ ভট্টাচাৰ্য্য** (১৮৯৯-১৯৫১) ঃ— কমলানন্দৰ প্ৰকাশিত চাৰিখন নাটকৰ ভিতৰত 'নগাকোঁৱৰ' (১৯৩৬) এখন সুদীৰ্ঘ ঐতিহাসিক নাটক। চুপিমফাৰ নিৰ্বাসিত কুঁৱৰীৰ পুত্ৰ কনচেং বা নগাকোঁৱৰৰ সাহস, বীৰত্ব আৰু স্বদেশপ্ৰেম নাটকখনৰ প্ৰধান বিষয়বস্তু যদিও আন বহুতো প্ৰাসঙ্গিক ঘটনাৰ সমাবেশে নাটকৰ কাহিনী শিথিল আৰু জটিল কৰি তুলিছে। প্ৰতিশোধ ভাৱক লৈয়ে নাটকৰ কাহিনী আগবাঢ়িছে আৰু ইংৰাজী ৰিভেঞ্জ ট্ৰেজেডিৰ দৰে হত্যা, আত্মহত্যা, ছদ্মবেশ আদিকে ধৰি বহুতো চাঞ্চল্যকৰ আৰু আকস্মিক ঘটনা অন্তৰ্ভুক্ত হৈছে। আনকি, ৰজাৰ আগত নিজৰ জিভা নিজে কাটিদিয়াৰ নিচিনা লোমহৰ্ষক দৃশ্যও ইয়াত সংযোগ কৰা হৈছে। নাটকখনৰ সংলাপ গদ্যত দিয়া হৈছে যদিও সি প্ৰকৃততে কাব্যিক গদ্য আৰু এই কাব্যিক আবেদনেই নাটকখনৰ প্ৰধান আকৰ্ষণ। কমলানন্দৰ আন তিনিওখন নাটকেই পৌৰাণিক। বিষয়বস্তুৰ ফালৰ পৰা 'অৱসান' (১৯২৬) আৰু 'চিত্ৰাঙ্গদা (১৯৫৬)ত কোনো নতুনত্ব পৰিলক্ষিত নহ'লেও 'নগাকোঁৱৰ'ৰ নিচিনাকৈ এক কাব্যিক সংবেদন এই দুখন নাটকলৈ বিশেষত্ব। 'সাবিত্ৰী' (১৯৫৬) ছয়টা দৃশ্যত সম্পন্ন এখন একাঙ্কিকাসদৃশ।

**নকুল চন্দ্ৰ ভূঞা** (১৮৯২ ১৯৬২) :— ঐতিহাসিক নাট্যকাৰ ৰূপে নকুল চন্দ্ৰ ভূঞা সুপৰিচিত। তেওঁৰ 'বদন বৰফুকন' (১৯২৭) আৰু 'চন্দ্ৰকান্ত সিংহ' (১৯৩৮) আহোম ৰাজত্বৰ অতি দুৰ্যোগপূৰ্ণ অধ্যায়টোক লৈ ৰচিত। 'বদন বৰফুকন'ত বদন আৰু পূৰ্ণানন্দৰ অৰিয়া-অৰিৰ ফলত অসমলৈ মানৰ আগমন আৰু শেষত ৰজাঘৰীয়া চিপাহীৰ হাতত বদনৰ মৃত্যু দেখুৱা হৈছে। 'চন্দ্ৰকান্ত সিংহ'ৰ বিষয়বস্তু, অসমৰ শেষ স্বাধীন নৃপতি চন্দ্ৰকান্ত সিংহৰ ৰাজত্বকালত মানৰ আক্ৰমণ আৰু মানৰ হাতত চন্দ্ৰকান্তৰ পৰাজয়। ঐতিহাসিক বিষয়বস্তু আৰু মূল চৰিত্ৰসমূহৰ ক্ষেত্ৰত নাট্যকাৰে বুৰঞ্জীৰ পৰা অকণো আঁতৰি অহা নাই। দুয়োখন নাটকৰে

শেষত নাট্যকাৰৰ অন্তৰত থকা স্বদেশ প্ৰেমৰ ভাবটো স্পষ্টভাবে ওলাই পৰিছে। ভূঞাৰ আনদুখন ঐতিহাসিক নাটক 'বিদ্ৰোহী মৰাণ' (১৯৩৮) আৰু 'মুমলী কুঁৱৰী' (১৯৬১)। প্ৰথমখন মোয়ামৰীয়া বিদ্ৰোহৰ আধাৰত প্ৰতিষ্ঠিত আৰু দ্বিতীয়খন মণিপুৰৰ ৰজাই সহায় প্ৰাৰ্থনা কৰি আহোম ৰজালৈ আগবঢ়োৱা গাভৰু মুমলীক লৈ ৰচিত। এই কেইখনৰ বাহিৰেও তেওঁৰ দুই-এখন নাটকৰ টুকুৰা আলাচনীৰ পাতত সিঁচৰতি হৈ আছে বুলি শুনা যায়।

**দৈৱচন্দ্ৰ তালুকদাৰ** (১৯০০-১৯৬৭) : নাট্যকাৰ হিচাপে দৈৱচন্দ্ৰ তালুকদাৰৰ বিশিষ্টতা প্ৰকাশ নাপালেও চাৰিখন ঐতিহাসিক নাটক আৰু 'অসম-প্ৰতিভা' কে ধৰি কেইবাখনো সামাজিক নাটক ৰচনা কৰি তেওঁ নাট্য-সাহিত্যৰ অৱয়ব পুষ্ট কৰিছে। 'অসম-প্ৰতিভা' (১৯২৪) প্ৰকৃত অৰ্থত সামাজিক নাটকো নহয় আৰু ঐতিহাসিক নাটকো নহয়। নাটকখনত শঙ্কৰ-মাধৱকে ধৰি কিছুমান লোকৰ কাৰ্য্যকলাপৰ দৃশ্য সংযোগ কৰা হৈছে। নাটকীয় গুণ ইয়াত বৰ কম। চৰিত্ৰ-ৰূপায়ণ আৰু নাটকীয় পৰিস্থিতিৰ ফালে নাট্যকাৰে বৰকৈ চকু দিয়া নাই যেন লাগে। তালুক-দাৰৰ ঐতিহাসিক নাটক কেইখনৰ ভিতৰত 'বামুণীকোঁৱৰ' (১৯২৯) কে শ্ৰেষ্ঠ বুলি ক'ব পাৰি। আহোম আৰু কছাৰী ৰজাৰ সংঘৰ্ষক লৈ নাটক-খন ৰচনা কৰা হৈছে। প্ৰতিশোধ ভাবক লৈ নাটকৰ কাহিনী আগ-বাঢ়িছে আৰু সেইকালৰ পৰা ইংৰাজী বিভেঞ্জ ট্ৰেজেদিৰ লগত ইয়াৰ কিছু মিল আছে। কিন্তু স্থূল থকা স্বত্বেও প্ৰতিশোধকাৰী সকলৰ মানসিক সংঘাত ফুটাই তুলিব নোৱৰাত সেই শ্ৰেণী নাটকৰ বাবে আৱশ্যকীয় গুণৰ ইয়াত অভাৱ পৰিলক্ষিত হৈছে। বামুণী কোঁৱৰক নাটকৰ নাম-ভূমিকাত ৰখা হৈছে যদিও আচলতে নাটকখনত প্ৰাধান্য লাভ কৰিছে ভ্যাওখামৃথিছে। আন কেইখন ঐতিহাসিক নাটক 'হৰদত্ত' (১৯৩৫), 'ভাস্কৰবৰ্মা' (১৯৫১) আৰু 'ৰাধা-ৰুক্মিণী' (১৯৬৩) তো কাহিনী-ৰচনা আৰু চৰিত্ৰ-ৰূপায়ণত নাট্যকাৰৰ দুৰ্বলতা চকুত পৰে। ইতিহাসৰ ফালে বিশেষ মনোযোগ নিদিয়াত ঠায়ে ঠায়ে কাল-বিৰোধ দোষো ঘটিছে।

তালুকদাৰৰ সামাজিক নাটকৰ ভিতৰত 'বিপ্লব' (১৯৩৭), 'ৰেণু' (১৯৫০) আৰু 'লহঙা' (১৯৫৫) ৰ নাম উল্লেখ কৰিব পৰা যায়।

**প্ৰসন্ন লাল চৌধুৰী ঃ—** অগ্নি-কবি প্ৰসন্ন লাল চৌধুৰীৰ একমাত্ৰ ঐতিহাসিক নাটক 'নীলাম্বৰ' (১৯১৬)ৰ কাহিনী কমতাপুৰ ৰাজ্যৰ পতন। আদিৰে পৰা অন্তলৈকে সম্পূৰ্ণভাবে গহীন পৰিবেশ বিৰাজ কৰা করুণ ৰসাত্মক এই নাটকখনৰ কাহিনীৰ মূল উপজীব্য হৈছে প্ৰতিহিংসা পূৰণ। নাটকৰ আৰম্ভণিতে নন্দই ৰজা নীলাম্বৰ, মন্ত্ৰী শচীপাত্ৰ আৰু সমস্ত ব্ৰাহ্মণ জাতিৰ ওপৰত প্ৰতিশোধ লোৱাৰ যি সঙ্কল্প গ্ৰহণ কৰিছে তাকে লৈ কথাবস্তু আগবঢ়াই নিয়া হৈছে। নন্দ-প্ৰতিহিংসাৰ এক জ্বলন্ত অগ্নিকুণ্ড। নন্দৰ চৰিত্ৰটো শেক্সপীয়েৰৰ 'ওথেলো' নাটকৰ আয়াগো চৰিত্ৰৰ আৰ্হিত গঢ় দিয়া হৈছে। ঐতিহাসিক চৰিত্ৰৰ ভিতৰত শচীপাত্ৰৰ চৰিত্ৰটো আকৰ্ষণীয়। শচীপাত্ৰৰ মানসিক সংঘাত ফুটাই তোলাত নাট্যকাৰ বহু পৰিমাণে কৃতকাৰ্য হৈছে। চৌধুৰীৰ 'অপেশ্বৰী' (১৯৬৩) অলৌকিক বিষয়বস্তু সম্পন্ন এখন ৰূপক নাটক।

**জ্যোতি প্ৰসাদ আগৰৱালা ঃ—** অসমীয়া নাট্যসাহিত্যত জ্যোতি প্ৰসাদৰ এখন সুকীয়া আসন আছে। চৈধ্য বছৰ বয়সতে ৰচনা কৰা পোৰাণিক নাটক 'শোণিত-কুঁৱৰী' (১৯২৫)তেই জ্যোতিপ্ৰসাদৰ নাট্য-প্ৰতিভাৰ পৰিচয় পোৱা যায়। নাটকীয় কৌতূহল সম্পূৰ্ণৰূপে অক্ষুণ্ণ ৰাখি পোৰাণিক কাহিনীটো উপস্থাপন কৰাত নাট্যকাৰে বৰ দক্ষতা দেখুৱাব পৰা নাই যদিও 'শোণিত-কুঁৱৰী' কেইবাটাও কাৰণে অসমীয়া সাহিত্যৰ বুৰঞ্জীত এখন উল্লেখযোগ্য নাটক। নাট্যকাৰে নিজেই ইয়াক 'অসমীয়া সঙ্গীত বুৰঞ্জীৰ এটা আটাইতকৈ লাগতিয়াল পাত' বুলি কৈ গৈছে। অসমীয়া সংস্কৃতিৰ পূজাৰী জ্যোতিপ্ৰসাদে ৰঙ্গমঞ্চত অসমীয়া থলুৱা সঙ্গীত আৰু সুৰৰ প্ৰচলনৰ গুৰুত্ব অনুভৱ কৰি 'শোণিতকুঁৱৰী'ৰ যোগেদি পোনপ্ৰথমে তাক ৰঙ্গমঞ্চৰ ন্যায্য আসনত প্ৰতিষ্ঠিত কৰে। আবশ্যকীয় পৰিবেশ সৃষ্টি কৰাৰ কাৰণে নাটকত দীঘলীয়া মঞ্চ-নিৰ্দেশৰ ব্যৱস্থা অসমীয়া নাটকৰ ভিতৰত 'শোণিত-কুঁৱৰী'তেই প্ৰথমে দেখা যায়। কাব্যিক আবেদন যে

নাটকৰ আকৰ্ষণৰ অন্যতম প্ৰধান কাৰণ সেইটো 'শোণিত-কুঁৱৰী' তেই প্ৰথমে উপলব্ধি কৰা হয়। দ্বিতীয়খন নাটক 'কাৰেঙৰ লিগিৰী' (১৯৩৭) জ্যোতিপ্ৰসাদৰ নাট্য-প্ৰতিভাৰ শ্ৰেষ্ঠ নিদৰ্শন। 'শোণিত কুঁৱৰী'ত জাতীয় গীত-মাতক প্ৰতিষ্ঠিত কৰি জ্যোতি প্ৰসাদে সামাজিক সচেতনতাৰ যি পৰিচয় দিলে তাৰেই এক বহল আৰু স্পষ্ট ৰূপ পাওঁ 'কাৰেঙৰ লিগিৰী'ত। মধ্যযুগীয়া চাঞ্চল্যকৰ বিষয়বস্তুক লৈ নাটকখন ৰচিত হ'লেও জ্যোতি প্ৰসাদে সেই বিষয়বস্তুৰ মাজেদি আধুনিক সমাজত পুৰণি আৰু নতুনৰ মাজত উদ্ভৱ হোৱা সংঘাতৰ চিত্ৰ ইয়াত প্ৰতিফলিত কৰিছে। নাটকীয় কলাকৌশল আৰু চৰিত্ৰ-সৃষ্টিত নাট্যকাৰে অসামান্য প্ৰতিভাৰ পৰিচয় দিছে। বিভিন্ন চৰিত্ৰৰ বৈপৰীত্য প্ৰদৰ্শন কৰাত প্ৰতিটো চৰিত্ৰই স্বকীয় আৰু উজ্জ্বল ৰূপত প্ৰকাশ পাইছে। আদিৰে পৰা অন্তলৈকে প্ৰৱাহিত হৈ থকা কাবিক সুঁতিটোৱে নাটকখনক স্বকীয়া মৰ্যাদা দান কৰিছে। ১৯৩৬ চনত ৰচিত 'ৰূপালীম' (১৯৬০) ৰ কাহিনী সজাইছে উত্তৰ-পূৰ্ব প্ৰান্তত অৱস্থিত এটা জনজাতিৰ পটভূমিত। সন্দেহ নাই, নাটকখনৰ বিষয়বস্তুত ভালেমান চাঞ্চল্যকৰ ঘটনাৰ সমাৱেশ কৰা হৈছে; কিন্তু নাট্যকাৰে ইয়াত গুৰুত্ব দিছে সূক্ষ্ম চৰিত্ৰ-সৃষ্টিৰ ওপৰতহে আৰু সিয়েই নাটকখনৰ প্ৰধান আকৰ্ষণ। 'লভিতা' (১৯৪৮) ত অধিক বাস্তৱবাদী হোৱাৰ চেষ্টাৰে জ্যোতিপ্ৰসাদে দ্বিতীয় মহাযুদ্ধৰ সময়ৰ বাস্তৱ ঘটনা এটাক নাটকৰ কাহিনী হিচাপে লৈছে আৰু সংলাপো সম্পূৰ্ণভাবে গদ্যত দিছে। গতিকে, পূৰ্বৰ নাটক কেইখনৰ কাব্যিক সৌন্দৰ্য্য ইয়াত ৰক্ষা নপৰিল। নাটকখনত এজনী গাৱঁলীয়া ছোৱালীয়ে বিভিন্ন অৱস্থাত সন্মুখীন হোৱা কেইটামান ঘটনা সংযোগ কৰি নতুন নাট্য-ৰীতিৰ পৰীক্ষা চলোৱা হৈছে। জ্যোতিপ্ৰসাদৰ ৰচিত 'নিমাতী কইনা' (১৯৬৪) আৰু 'সোণ পখিলী' (১৯৬৪) দুখন ৰূপকধৰ্মী নাটক।

**পাৰ্বতি প্ৰসাদ বৰুৱাঃ**- গীতিকবি পাৰ্বতি প্ৰসাদৰ 'সোণৰ সোলেঙ' (১৯২৯) এখন প্ৰতীকধৰ্মী নাটক। সঙ্গীতৰ প্ৰাধান্যলৈ চাই নাটকখনক গীতি-নাট্য আখ্যা দিব পাৰি। সোণৰ সোলেঙক সুখ বা আনন্দৰ

প্ৰতীক হিচাপে লৈ চৰিত্ৰসমূহৰ যোগেদি দিয়া গীতৰ সহায়েৰে নাট্যকাৰে এটি ভাব প্ৰকাশ কৰিছে। সোণৰ সোলেঙক কোনেও বিচাৰি নাপালেও তাৰ সন্ধানত হাবাথুৰি খাইহে মানুহ আনন্দলাভ কৰিছে। নাটকখনত অঙ্ক আৰু দৃশ্য-বিভাগ নাই। সংলাপ কথা ক'বলৈ হ'লে, নাটকীয় গুণ ইয়াত বৰ কম। বৰুৱাৰ 'লখিমী' (১৯৩১) এখন ৰূপক নাটক। লখিমীৰূপী শৰতকুঁৱৰীৰ মনোমোহা ৰূপ নাটকখনত বৰ্ণনা কৰা হৈছে। এইখনকো গীতি-নাট্য বুলি ধৰিব পাৰি।

কমলেশ্বৰ চলিহাৰ 'ধূলি' (১৯৩০) এই সময়ছোৱাৰে আন এখন ৰূপক নাটক। ধূলি পদ-দলিত নাইবা লাঞ্ছিত মানৱৰ প্ৰতীক। নাটকখনত ভাবৰহে প্ৰাধান্য দেখা যায়, নাটকীয় গুণ বা সৌন্দৰ্য বিশেষ নাই।

লক্ষ্মীকান্ত দত্ত (১৯০৪-১৯৭২):-ৰজনীকান্ত বৰদলৈৰ 'মনোমতী' উপন্যাসৰ নাট্যৰূপ দিয়া লক্ষ্মীকান্ত দত্তৰ প্ৰকাশিত নাটক তিনিখন। ছাত্ৰাৱস্থাতে ৰচনা কৰা 'মনোমতী' (১৯৪১) তেওঁৰ নাটক-ৰচনাৰ প্ৰথম প্ৰয়াস। অসমীয়া নাটকৰ অভাৱ অনুভৱ কৰিয়েই তেওঁ এই কাম পোনতে হাতত লৈছিল। তেওঁৰ 'সংসাৰ চিত্ৰ' (১৯৩৬) এখন মঞ্চোপযোগী সামাজিক নাটক। নাটকখনত চৰিত্ৰ-চিত্ৰণৰ চেষ্টা পৰিলক্ষিত হয়। চৰিত্ৰসমূহৰ অৰ্থপূৰ্ণ নামবোৰেই ইঙ্গিত দিয়ে যে নাট্যকাৰে মন দিছে ঘাইকৈ চৰিত্ৰৰ ফালে। বিয়াল্লিচৰ গণ আন্দোলনৰ পটভূমিত লিখা 'মুক্তিৰ অভিযান' (১৯৫৩) অঙ্ক-বিভাগ বৰ্জিত বাৰটা দৃশ্যৰ সমষ্টি। নাট্যকলাৰ ফালৰ পৰা এইখনক বৰ সাৰ্থক ৰচনা বুলি ক'ব নোৱাৰি। এই তিনিখনৰ উপৰিও দত্তৰ আৰু কেইখনমান নাটক অপ্ৰকাশিত হৈ আছে।

বিনন্দ বৰুৱা:—ধ্বনি কবি বিনন্দ বৰুৱাৰ 'পাৰ্থ-সাৰথি' (১৯৩২) কুৰুক্ষেত্ৰ যুদ্ধৰ সমল লৈ ৰচনা কৰা এখন পাঁচ অঙ্কীয়া পৌৰাণিক নাটক। বুৰঞ্জী-প্ৰসিদ্ধ শৰাইঘাট যুদ্ধক লৈ ৰচনা কৰা তেওঁৰ দ্বিতীয়খন নাটক 'শৰাইঘাট' (১৯৩৭)। দুয়োখনতে নাট্যকাৰৰ কল্পনা-শক্তিৰ পৰিচয়

আছে। 'শৰাইঘাট'ত বুৰঞ্জীৰ ঘটনা আৰু চৰিত্ৰতকৈ কাল্পনিক ঘটনা আৰু চৰিত্ৰই প্ৰাধান্য লাভ কৰা দেখা গৈছে। ধেমেলীয়া নাট্যকাৰ ৰূপেও বৰুৱাই জনপ্ৰিয়তা অৰ্জন কৰিছে। 'বেঙেনা ৰহস্য' (১৯৩৪) আৰু 'টি-টি হেই' (১৯৩৮) নামৰ প্ৰহসন দুখনেও ধেমেলীয়া নাট্যকাৰ হিচাপে তেওঁক প্ৰতিষ্ঠিত কৰিছে।

**অতুল চন্দ্ৰ হাজৰিকাঃ—** অসমীয়া নাট্যসাহিত্যৰ কলেৱৰ বৃদ্ধি কৰাত অতুল চন্দ্ৰ হাজৰিকাৰ অৱদান আটাইতকৈ বেছি। পৌৰাণিক, ঐতিহাসিক আদি বিভিন্ন শ্ৰেণীৰ প্ৰায় দুকুৰিৰ ওচৰাওচৰি নাটক ৰচনা কৰি হাজৰিকাই অসমীয়া নাট্যসাহিত্যত এক বিশিষ্ট আসন অধিকাৰ কৰি আছে। অসমীয়া মঞ্চৰ পৰা বঙালী নাটকৰ প্ৰভাৱ দূৰ কৰাত এই নাটকসমূহে এক উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিছিল। হাজৰিকাৰ নাটক সমূহৰ ভিতৰত 'নৰকাসুৰ' (১৯৩০), 'কনৌজ-কুঁৱৰী' (১৯৩৩), 'বেউলা' (১৯৩৩), 'নন্দ-দুলাল', 'চম্পাৱতী' (১৯৩৫), 'কুৰুক্ষেত্ৰ' (১৯৩৬), 'শ্ৰীৰামচন্দ্ৰ' (১৯৩৭), 'কল্যাণী' (১৯৩৮), 'মৰ্জিয়ানা' (১৯৩৯), 'সাৱিত্ৰী' (১৯৩৯), 'মানসপ্ৰতিমা' (১৯৪৮), 'সীতা' (১৯৫২), 'দময়ন্তী' (১৯৫২), 'আহুতি' (১৯৫২), 'ছত্ৰপতি শিৱাজী' (১৯৪৭), 'ৰুক্মিণী হৰণ' (১৯৪৯), 'টিকেন্দ্ৰজিৎ' (১৯৫৯), 'সতী' (১৯৫৯) আদিয়েই প্ৰধান। ঐতিহাসিক নাটককেইখনত দ্বিজেন্দ্ৰলালৰ নাটকৰ প্ৰভাৱ লক্ষ্য কৰা যায়। পৌৰাণিক নাটককেইখনতে হাজৰিকাই অধিক সফলতা লাভ কৰা যেন লাগে। অৱশ্যে, সাহিত্যৰ দৃষ্টিকোণৰ পৰা বিচাৰ কৰিলে তেওঁৰ আটাইবোৰ নাটকতে ভালেমান খুঁত ধৰা পৰে। অনাৱশ্যক দৃশ্য আৰু চৰিত্ৰৰ সমাৱেশ আৰু ঠায়ে ঠায়ে মূল কাহিনীৰ সৈতে বিশেষ সম্পৰ্ক নথকা উপ-কাহিনীয়ে তেওঁৰ নাটক ভাৰাক্ৰান্ত কৰা দেখা যায়। কোনো কোনো নাটকত বিষয়বস্তুৰ পৰিসৰ বৰ বিস্তৃত হোৱা বাবে নাটকীয় ৰস সৃষ্টিত বাধা নজন্মাকৈও থকা নাই। চৰিত্ৰ-চিত্ৰণৰ দুৰ্বলতাও বহুতো নাটকতে পৰিলক্ষিত হয়। যি কি নহওক, হাজৰিকাৰ প্ৰায়বোৰ নাটকেই মঞ্চোপযোগী আৰু অসমীয়া মঞ্চৰ উদ্ধাৰ-কৰ্ত্তা হিচাপে এইবোৰৰ ঐতিহাসিক মূল্য

কোনেও অস্বীকাৰ কৰিব নোৱাৰে।

**আনন্দ চন্দ্ৰ বৰুৱাঃ**—আনন্দ চন্দ্ৰ বৰুৱাৰ প্ৰকাশিত নাটককেইখন হ'ল, 'বিজয়া' (১৯৩২), 'বিসৰ্জন' (১৯৩৩), 'নলদময়ন্তী' (১৯৩৪), 'কমতা-কুঁৱৰী' (১৯৪০) আৰু 'কপৌ কুঁৱৰী' (ৰচনা, ১৯৩২)। 'বিজয়া'ৰ মূল স্পেইন দেশীয় এটি উপাখ্যান। সেই উপাখ্যানটোৰ আধাৰত ৰচিত স্পেইনৰ এখন নাটকৰ কাহিনীক লৈ কৃষ্ণকান্ত সন্দিকৈয়ে এটি প্ৰবন্ধ ৰচিছিল আৰু সেই প্ৰবন্ধটোৰে আলম লৈ 'বিজয়া'ৰ কাহিনী নিৰ্মাণ কৰা হৈছে। প্ৰতিশোধ ভাবক লৈ প্ৰণয়-সংক্ৰান্ত এই কাহি-নীটো আগবাঢ়িছে আৰু কৰুণভাৱে কাহিনীৰ পৰিসমাপ্তি ঘটিছে। বিদেশী কাহিনী এটাক ভাৰতীয় পটভূমিত থিয় কৰোৱাত নাট্যকাৰ সফল হৈছে বুলি ক'ব লাগিব। প্ৰতিশ্ৰুতি ৰক্ষাৰ্থে ৰামচন্দ্ৰই লক্ষ্মণক বৰ্জন কৰা ৰামায়ণৰ ঘটনাক লৈ 'বিসৰ্জন' নাটক ৰচনা কৰা হৈছে। নাটকখনৰ বিষয়বস্তু উপস্থাপন আৰু চৰিত্ৰ-সৃষ্টিত নাট্যকাৰে সংযম প্ৰদৰ্শন কৰিব পৰা নাই। মূল চৰিত্ৰসমূহৰ সংলাপ ছন্দত দিয়া হৈছে যদিও দুই-এটা আৱেগপূৰ্ণ দৃশ্যত গদ্য-সংলাপ দিয়া হেতুকে চৰি-ত্ৰৰ আৱেগ-অনুভূতি ভালদৰে প্ৰকাশ নাপালে। 'নল-দময়ন্তী'ৰ বিষয়, কলিৰ কোপ-দৃষ্টিত পৰি ৰাজ্য, ধন হেৰুওৱা নল ৰজাৰ নিৰ্বা-সন, পত্নী দময়ন্তীৰ সৈতে বিচ্ছেদ আৰু শেষত স্বামী-স্ত্ৰীৰ পুনৰমিলন। নাট্যবিনোদৰ কাৰণে অৱতাৰণা কৰা কাল্পনিক চৰিত্ৰ কেইটা নাটক খনৰ প্ৰধান আকৰ্ষণ। কমতাপুৰ ৰাজ্যৰ পতনক লৈ বৰুৱাই ঐতি-হাসিক নাটক 'কমতা-কুঁৱৰী' ৰচনা কৰিছে। 'কপৌ কুঁৱৰী' তেওঁৰ শিশুপোযোগী ৰূপক নাটক। কপৌকে আদি কৰি সকলো চৰাই-চিৰি-কতিয়ে বসন্তক আদৰণি জনাবলৈ কৰা আয়োজন ইয়াৰ বিষয়বস্তু। 'শ্ৰীপঞ্চমী' বৰুৱাৰ আন এখন অপ্ৰকাশিত শিশুপোযোগী ৰূপকধৰ্মী নাটক।

**গণেশ চন্দ্ৰ গগৈ:** গীতি-কবি গণেশ গগৈৰ 'শকুনিৰ প্ৰতি-

শোধ' (১৯৩৯) আৰু 'কাশ্মীৰ-কুমাৰী' (১৯৩৯) দুখন মঞ্চসফল নাটক। প্ৰথমখনৰ বিষয়বস্তু পৌৰাণিক। দুৰ্য্যোধনৰ মোমায়েক শকুনিয়েই নাটকৰ মূল চৰিত্ৰ। নাটকীয় সংলাপ আৰু সূক্ষ্ম চৰিত্ৰ-সৃষ্টি নাটকখনৰ বৈশিষ্ট্য। নিচেই কম কথাৰ মাজেদি শকুনিৰ চৰিত্ৰটো ফুটাই তোলাত নাট্যকাৰৰ নিপুণতা প্ৰকাশ পাইছে। 'কাশ্মীৰ-কুমাৰী'ত কাশ্মীৰৰ কাল্পনিক কুঁৱৰী এজনীক লৈ প্ৰেমৰ ত্ৰিভুজ এটি অঙ্কন কৰা হৈছে। আগৰখনত দেখুওৱা নাট্য-প্ৰতিভাৰ পৰিচয় ইয়াত নাই যদিও বলিষ্ঠ সংলাপ এইখন নাটকৰো আকৰ্ষণ।

এইসকলৰ উপৰিও 'চন্দ্ৰহংস' (১৯০০)ৰ নাট্যকাৰ দুৰ্গানাথ চাংকাকতি, 'পৰীক্ষা' (১৯০৮)ৰ নাট্যকাৰ শৰচন্দ্ৰ গোস্বামী, 'সীতাহৰণ নাটক'ৰ (১৯১৩) সংগ্ৰাহক দুঃখনাথ খাউণ্ড, 'ভীমদৰ্প' আৰু 'শ্ৰীশঙ্কৰ'ৰ নাট্যকাৰ দেৱানন্দ ভৰালি, কাব্যিক নাট 'পুনৰ্জন্ম' (১৯২১)ৰ ৰচক দীন মেধি, 'নিৰ্মলা', 'প্ৰজাপতিৰ ভুল' (১৯৩৬) নাটকৰ উপৰিও কেইবাখনো একাঙ্কিকাৰ লেখক লক্ষ্মীধৰ শৰ্মা, 'অকাল বসন্ত', 'কামৰূপ', মদন-ভস্ম আদি কাব্যিক আৰু প্ৰতীক ধৰ্মী নাটকৰ ৰচক ডিম্বেশ্বৰ নেওগ, 'বিসৰ্জন'ৰ নাট্যকাৰ বৃন্দাবন গোস্বামী, 'বেউলা'ৰ নাট্যকাৰ কামাখ্যা ঠাকুৰ 'মেৱাৰ সন্ধ্যা'ৰ নাট্যকাৰ বিপিন চন্দ্ৰ শৰ্মা বৰুৱা, 'বুদ্ধদেৱ'ৰ নাট্যকাৰ বিপিন চন্দ্ৰ বৰুৱা, 'ৰমণী-শক্তি,' 'কুপাত্ৰ' আদি পূৰ্ণাঙ্গ নাটকৰ উপৰিও 'গৰু বিহু', 'জাগ্ৰত দেৱতা', 'গ্ৰন্থ-মেধ যজ্ঞ' কে ধৰি কেইবাখনো একাঙ্কিকাৰ লেখক হৰিচন্দ্ৰ ভট্টাচাৰ্য্যৰ নাম উল্লেখযোগ্য।

॥ অনূদিত বা ৰূপান্তৰিত নাটক ॥

আধুনিক নাট্যসাহিত্যৰ আদি ছোৱাত ঘাইকৈ শ্বেক্সপীয়েৰীয় ৰীতিয়ে যে আমাৰ নাট্যকাৰসকলক অনুপ্ৰাণিত আৰু প্ৰভাৱান্বিত কৰিছিল, সেই কথা কৈ অহা হৈছে। কলিকতানিবাসী অসমীয়া ছাত্ৰসকলে ইংৰাজী নাটক পঢ়ি আৰু ইংৰাজী নাটকৰ আৰ্হিত ৰচিত বঙালী নাটকৰ অভিনয় চাই অসমীয়াতো তেনে নাটক ৰচনা কৰিবলৈ সঙ্কল্প গ্ৰহণ কৰিছিল। ইয়াৰ ফলস্বৰূপে, শ্বেক্সপীয়েৰীয় কলা-কৌশলৰ আৰ্হিত অকল নাটক

ৰচনা কৰাই নহয়, শ্বেক্সপীয়েৰৰ এলানি নাটক অসমীয়ালৈ অনূদিত আৰু ৰূপান্তৰিত হ'ল। প্ৰকৃততে, পাশ্চাত্য নাইবা ইংৰাজী নাটকৰ প্ৰত্যক্ষ প্ৰভাৱৰ সূচনা হয় 'ভ্ৰমৰঙ্গ'ৰ ঠিক আগে আগে অৰ্থাৎ ১৮৮৮ চনত শ্বেক্সপীয়েৰৰ 'Comedy of Errors' নাটকখন 'ভ্ৰমৰঙ্গ' নাম দি অসমীয়ালৈ ৰূপান্তৰিত কৰাৰে পৰা। অসমীয়া ৰূপ দিছিল ৰত্নধৰ বৰুৱা, ৰমাকান্ত বৰকাকতি, গুণাভিৰাম বৰুৱা আৰু ঘনশ্যাম বৰুৱাই লগ লাগি। অসমীয়া নাটকখনত স্থানীয় পৰিৱেশ এনে সুন্দৰভাৱে ফুটাই তোলা হৈছে যে শ্বেক্সপীয়েৰীয় নাটকৰ সৈতে ভালা পৰিচয় নথকা দৰ্শকে ইয়াক মৌলিক নাটক বুলি ভাবিবলৈ বাধ্য হয়। মঞ্চতো ই এনেদৰে সফল হৈছিল যে কলিকতাতো হেনো ইয়াৰ অভিনয়ে হাজাৰ হাজাৰ দৰ্শকক আকৰ্ষণ কৰিব পাৰিছিল আৰু আৰম্ভণিৰ পৰা শেষলৈকে প্ৰেক্ষাগৃহত হাঁহিৰ ৰোল বাগৰি আছিল। ইয়াৰ পাছৰখন নাটক 'চন্দ্ৰাৱলী' (১৯১০) শ্বেক্সপীয়েৰৰ 'As you like it' ৰ দুৰ্গেশ্বৰ শৰ্মাই ভাঙি উলিওৱা অসমীয়া ৰূপ। নাটকখনত অসমীয়া পৰিৱেশৰ সৈতে খাপ খাই পৰা বহুখিনি কথা মাথোন ৰখা হৈছে আৰু উপকাহিনীকে ধৰি মূলৰ ভালেমান কথাই বাদ দিয়া হৈছে। দেৱানন্দ ভৰালিৰ 'ভীমদৰ্প' (১৯১৮) শ্বেক্সপীয়েৰৰ 'Macbeth ৰ ভাবানুবাদ। মূল নাটকৰ কেৱল ভাবটো লৈ ভৰালিয়ে এখন নিজস্ব নাট ৰচনা কৰাৰ প্ৰয়াস কৰিছে। কিন্তু কাহিনীৰ বিকাশ আৰু চৰিত্ৰাংকনত নাইবা নাটকীয় কলা-কৌশলত শ্বেক্সপীয়েৰৰ নিপুণতাৰ চিন ইয়াত নাই। শ্বেক্সপীয়েৰৰ 'Romeo and Juliet' আৰু 'Cymbeline' ৰ ক্ৰমে পদ্মধৰ চলিহা আৰু অম্বিকা প্ৰসাদ গোস্বামীয়ে কৰা অসমীয়া ৰূপান্তৰ হ'ল, 'অমৰ-লীলা' (১৯২০) আৰু 'তাৰা' (১৯০৫)। প্ৰথমখন অমিত্ৰাক্ষৰ ছন্দত আৰু দ্বিতীয়খন গদ্যত ৰচিত ভাৰতীয় পটভূমিলৈ লক্ষ্য ৰাখি অসমীয়া ৰূপ দিয়াত নাটকৰ দুজন বহু পৰিমাণে সফল হৈছে। কিন্তু শ্বেক্সপীয়েৰৰ নাটকৰ গীতি-ধৰ্মিতা অসমীয়া নাটকত নাই। অতুল চন্দ্ৰ হাজৰিকাৰ 'বঙ্কিম-বৌৰৰ' (১৯৪৬) আৰু 'অশ্ৰুতীৰ্থ' (১৯৫০)

শ্বেক্সপীয়েৰৰ যথাক্রমে 'Merchant of venice' আৰু 'King Lear'ৰ অসমীয়া ৰূপ। 'Merchant and venice'ত ইহুদী আৰু খৃষ্টিয়ানক লৈ যি কেন্দ্রীয় সংঘাতৰ সৃষ্টি কৰা হৈছে 'বণিজ-কোঁৱৰ'ত তাক অসমীয়া আৰু মাৰোৱাৰীৰ যোগেদি দেখুৱাবলৈ বিচৰা হৈছে। কিন্তু ইহুদী আৰু খৃষ্টিয়ানসকলৰ মাজত থকাৰ দৰে অসমীয়া আৰু মাৰোৱাৰীৰ মাজত তেনে কোনো বিৰোধ অথবা বিদ্বেষ নথকাত অসমীয়া নাটকখনৰ বিষয়বস্তু ইংৰাজী নাটকখনৰ দৰে বিশ্বাসযোগ্য হৈ উঠা নাই। 'King Lear' শ্বেক্সপীয়েৰৰ শ্রেষ্ঠ নাটক। এই নাটকখনৰ কাৰ্য্য ঘাইকৈ সংঘটিত হৈছে চৰিত্রৰ মনৰ ভিতৰতে আৰু সেইবাবে শ্বেক্সপীয়েৰৰ এই নাটকখনৰ ভাঙনি বা ৰূপান্তৰ সহজ নহয়। প্রাকৃতিক অৱস্থাৰ সৈতে মিল ৰাখি চৰিত্রৰ মনৰ অৱস্থা শ্বেক্সপীয়েৰে যি দৰে ফুটাই তুলিছে সেইটো কেৱল শ্বেক্সপীয়েৰৰ নিচিনা প্রতিভাশালী নাট্যকাৰৰ কাৰণেহে সম্ভৱ যেন লাগে। গতিকে, 'অশ্রুতীর্থ'ত মুল নাটকৰ গাম্ভীর্য্য আশা কৰিব নোৱাৰি। এইবোৰৰ উপৰিও শ্বেক্সপীয়েৰৰ 'Othello'ৰ শৈলধৰ ৰাজখোৱাই দিয়া অসমীয়া ৰূপ 'ৰঞ্জিতসিংহ', 'Taming of the Shrew' আৰু 'King Lear'ৰ নবীন চন্দ্র বৰদলৈয়ে কৰা অসমীয়া ৰূপান্তৰ, 'দন্দুৰী-দমন' আৰু 'বিষাদ-কাহিনী' আৰু 'Hamlet'ৰ বোধনাথ পটঙ্গীয়াই দিয়া অসমীয়া ৰূপ 'চন্দ্রবীৰ' এতিয়াও অপ্রকাশিত হৈয়ে আছে।

আধুনিক কালছোৱাত সংস্কৃত নাটকৰ প্রভাৱ অতি ক্ষীণ যদিও এই ছোৱা সময়ৰ ভিতৰতো কেইখনমান সংস্কৃত নাটক অসমীয়ালৈ অনূদিত হৈছে। ইয়াৰ ভিতৰত প্রভাত চন্দ্র শৰ্মাৰ 'ৰাজনটী' (১৯৩৯) আৰু অতুল চন্দ্র হাজৰিকাৰ 'শকুন্তলা' (১৯৪০) উল্লেখযোগ্য। 'ৰাজনটী' শূদ্রকৰ 'মৃচ্ছকটিকম্' নাটকৰ অসমীয়া ৰূপান্তৰ। 'শকুন্তলা' কালিদাসৰ 'অভিজ্ঞান-শকুন্তলা'ৰ প্রথম অনুবাদ-প্রচেষ্টা নহয়। ১৮৮৭ চনতেই লম্বোদৰ বৰাই এই নাটকখনৰ অসমীয়া ভাঙনি কৰিছিল। হাজৰিকাৰ নাটক কালিদাসৰ নাটকৰ হুবহু অসমীয়া ভাঙনি বুলি ক'ব নোৱাৰি।

অসমীয়া পৰিবেশলৈ দৃষ্টি ৰাখি ঠায়ে ঠায়ে সংযোজন-বিয়োজন কৰা হৈছে। মূল নাটকৰ ভাবো কোনো কোনো ঠাইত ৰক্ষা পৰা নাই। কালিদাসৰ নাটকত করুণ ৰস সৃষ্টিৰ প্ৰধান অৱলম্বন হৈছে কাব্যিক উপাদান। হাজৰিকাৰ নাটকত ইয়াৰ অভাৱ অনুভৱ কৰা যায়।

## ॥ উপন্যাস ॥

'অৰুনোদই'ৰ সময়চোৱাত প্ৰকাশিত 'জাত্ৰিকৰ জাত্ৰা', 'ফুলমনি আৰু করুণা', 'এলোকেশী বেশ্যাৰ বিষয়' আৰু 'কামিনীকান্ত' আদিত উপন্যাসৰ লক্ষণ দুই-এটা থাকিলেও উপন্যাসৰ আচল সোৱাদ সেই-বোৰে পাঠকক দিব পৰা নাছিল। উৎকট প্ৰচাৰধৰ্মী মনোভাবে সেইবোৰৰ বিষয়বস্তু অত্যন্ত দুৰ্বল কৰি পেলাইছিল আৰু উপন্যাসৰ কলাত্মক দিশটোক নিৰ্বাসন দিছিল। লেখকৰ উদ্দেশ্য যিয়েই নহওক, উপন্যাস হৈছে একপ্ৰকাৰ কলাত্মক সৃষ্টি আৰু কলাৰ সৌন্দৰ্য্য ফুটাই তুলিব পৰাটোৱেই ইয়াৰ প্ৰধান কথা। খৃষ্ট-ধৰ্ম প্ৰচাৰৰ অৰ্থে ৰচনা কৰা এই কাহিনীবোৰত এই দিশটোলৈ লক্ষ্য ৰখা হোৱা নাছিল। ইয়াৰ পাছত ৰচিত 'সুধৰ্মাৰ উপাখ্যান'ত প্ৰচাৰধৰ্মী উদ্দেশ্য নাই যদিও চৰিত্ৰ সৃষ্টিৰ প্ৰয়াস নথকা বাবে আৰু কাহিনী-বিন্যাস তেনেই শিথিল হৈ পৰা হেতুকে তাকো উপন্যাসৰ শাৰীলৈ উঠিছে বুলি কোৱা টান। হেমচন্দ্ৰ বৰুৱাৰ 'বাহিৰে ৰং চং ভিতৰে কোৱা ভাতুৰী'ত উপন্যাসৰ বাবে আৱশ্যকীয় বাস্তৱ দৃষ্টিভঙ্গি এটি পৰিলক্ষিত হয়; কিন্তু তীব্ৰ বিদ্ৰুপ আৰু সংস্কাৰধৰ্মী মনোভাবে কলাত্মক ফালটোৰ বেয়াকৈ অনিষ্ট সাধন কৰাত উপন্যাসৰ সুস্থ ৰূপ এটি ইয়াতো পৰিস্ফুট নহ'ল। গতিকে, পদ্মনাথ গোহাঞি বৰুৱাৰ 'ভানুমতী'ৰ আগতে প্ৰকৃত অৰ্থত উপন্যাস ৰচিত হৈছে বুলি ক'ব নোৱাৰি। কোনো এক শ্ৰেণীৰ সাহিত্যৰ বিকাশৰ বাবে সমাজত অনুকূল পৰিৱেশৰ প্ৰয়োজন। অসমীয়া উপন্যাস সাহিত্যৰ বিকাশৰ বাবে অনুকূল পৰিৱেশ তেতিয়াও অসমীয়া সমাজত সৃষ্টিহোৱা

নাছিল। ওঠৰ শতিকাৰ ইংলণ্ডত যেনেদৰে উদ্যোগ-প্ৰতিষ্ঠা, মধ্যবিত্ত শিক্ষিত শ্ৰেণীৰ উত্থান, ব্যক্তি-স্বাতন্ত্ৰ্যৰ প্ৰতিষ্ঠা, গদ্যৰ বিকাশ আদিয়ে উপন্যাসৰ বাট মুকলি কৰিলে, তেনেদৰে অসমতো উপন্যাস ৰচনাৰ বাবে অনুকূল পৰিবেশ সৃষ্টি হ'ল বিংশ শতিকাতহে। ঊনবিংশ শতিকাৰ শেষৰ কালে অসমীয়া উপন্যাসৰ জন্ম হ'ল যদিও শিক্ষাৰ বিস্তাৰ নঘটা হেতুকে আৰু গণতান্ত্ৰিক বাস্তৱমুখী মনোভাবৰ অভাৱৰ বাবে উপন্যাসৰ স্বাভাৱিক বিকাশ বাধা প্ৰাপ্ত হৈ থাকিল। ১৮৯০-৯১ চনত ওলোৱা গোহাঞি বৰুৱাৰ 'ভানুমতী'য়েই আধুনিক অৰ্থত প্ৰথম অসমীয়া উপন্যাস। পদ্মনাথ গোহাঞি বৰুৱাৰ হাতত পূৰ্ণাঙ্গ অসমীয়া উপন্যাসৰ জন্ম হ'লত আন দুজন লেখকে এইবিধ সাহিত্যত হাত দিয়ে। তেওঁলোক হ'ল, লক্ষ্মীনাথ বেজবৰুৱা আৰু ৰজনীকান্ত বৰদলৈ। এই আটাইকেইজনে উপন্যাস ৰচনা কৰিছিল ইতিহাসক আশ্ৰয় কৰি। অসমীয়া উপন্যাস সাহিত্যৰ প্ৰথম ছোৱা ঐতিহাসিক উপন্যাসৰ কাল বুলিব পাৰি। গোহাঞি বৰুৱা আৰু বেজবৰুৱাই মেলি দিয়া ঐতিহাসিক উপন্যাসৰ বাটটো চিকুন হৈ পৰিল বৰদলৈৰ হাতত। বৰদলৈৰ নখন উপন্যাসৰ সাতখনেই ঐতিহাসিক। এই সময়ছোৱাত ঔপন্যাসিকসকল ইতিহাসৰ ওচৰ চপাৰ নিশ্চয় কোনো কাৰণ আছিল। অলপ গমি চালেই বুজিব পাৰি যে সেই সময়ত উপন্যাস আৰু নাটক বুলিলেই পাঠকে ঘটনা-বহুল ক্ৰিয়া-প্ৰধান কাহিনী একোটিৰ কথা ভাবিছিল। সামাজিক উপন্যাসে এই চাহিদা পূৰণ কৰিব নোৱাৰে হেতুকে ঔপন্যাসিকসকলে পাঠকৰ মনোৰঞ্জনৰ কাৰণে অতীতলৈ উভতি চাই ইতিহাসৰ পৰা ঘটনা সংগ্ৰহ কৰিবলগীয়া হৈছিল। আমাৰ ৰক্ষণশীল সমাজক লৈ উপন্যাস ৰচনা কৰিবলৈ হ'লে পৰম্পৰাগতভাৱে চলি অহা বহুতো সামাজিক ৰীতি-নীতিৰ অধীন হ'ব-লগীয়া হয়। গতিকে, ঔপন্যাসিকৰ হাতত ৰোমান্সে গা কৰি উঠিব নোৱাৰে আৰু তাৰ বাবে উপন্যাসৰ কাহিনী বৈচিত্ৰ্যহীন আৰু অনা-কৰ্ষণীয় হৈ পৰাৰ সম্ভাৱনা থাকে। ঐতিহাসিক উপন্যাসত ৰোমান্স সৃষ্টিৰ প্ৰয়াস সেই যুগৰ এটা লক্ষণীয় বিষয়। এই উপন্যাসসমূহ ৰচিত হোৱা

সময়ছোৱা আহিল নৱজাগৰণৰ সময়। নৱজাগৰণ বা ৰেনেচাঁই আনি দিছিল জাতীয় চেতনা অতীতৰ প্ৰতি শ্ৰদ্ধা, বীৰত্ব, উত্তেজনাৰ প্ৰতি আকৰ্ষণ। এই কথা উপলব্ধি কৰিও বোধকৰোঁ তেওঁলোকে বুৰঞ্জীৰ বৈচিত্ৰ্যপূৰ্ণ ঘটনাৰ সহায় লৈছিল। অতীতৰ কাহিনীত তেওঁলোকৰ কল্পনাই স্বাধীনভাৱে বিচৰণ কৰিবলৈ সুযোগ পাইছিল। প্ৰাচীন কাহিনীৰ যোগেদি দেশ আৰু জাতিৰ প্ৰতি পাঠকক সচেতন কৰাৰ উদ্দেশ্যেৰেও তেওঁলোক ইতিহাসমুখী হৈছিল। 'জোনাকী'ৰ প্ৰায় লগে লগে অসমীয়া উপন্যাসৰ জন্ম হ'ল যদিও দ্বিতীয় মহাযুদ্ধৰ আগলৈকে অসমীয়া উপন্যাসৰ সুঁতিটো তেনেই ক্ষীণ হৈ থাকিল। একমাত্ৰ বৰদলৈ আছিল এই সময়ছোৱাৰ একনিষ্ঠ উপন্যাসলেখক। বৰদলৈৰ বাহিৰে বাকীকেইজনে এবাৰবাকৈহে উপন্যাসত হাত দিছিল।

**পদ্মনাথ গোহাঞি বৰুৱা** ঃ- অসমীয়া সাহিত্যৰ প্ৰথম ঔপন্যাসিক পদ্মনাথ গোহাঞি বৰুৱা। গোহাঞি বৰুৱাই দুখন উপন্যাস ৰচনা কৰিছিল আৰু দুয়োখনেই ইতিহাসৰ পটভূমিত ৰচনা কৰা। প্ৰণয়ৰ ঘটনাই দুয়োখন উপন্যাসতে মুখ্য স্থান অধিকাৰ কৰিছে। লেখকৰ উনৈশ বছৰ বয়সতে লিখা 'ভানুমতী' ( ১৮৯০-১৮৯১ ) উপন্যাসৰ কাহিনী উপস্থাপিত হৈছে মোৱা-মৰিয়া বিদ্ৰোহৰ পটভূমিত। অৱশ্যে, বুৰঞ্জীৰ সৈতে কাহিনীৰ সম্বন্ধ বৰ ক্ষীণ। ৰজা শিৱসিংহক প্ৰণয়ত লিপ্ত কৰিলেও তাৰ কোনো ঐতিহাসিক সত্যতা নাই। দ্বিতীয়খন উপন্যাস 'লাহৰী' (১৮৯২) ৰ পটভূমি মানৰ দিনৰ একেবাৰে শেষ কাল। 'ভানুমতী'ৰ দৰে ইয়াতো মূল কাহিনীৰ সৈতে বুৰঞ্জীৰ সম্পৰ্ক নিচেই ক্ষীণ গোহাঞি বৰুৱাৰ উপন্যাসৰ কাহিনীত কোনো মেৰপাক নাই। চৰিত্ৰসমূহো তেওঁ অতি সহজ-সৰলভাৱে অঙ্কন কৰিছে। অৱশ্যে, সেই সময়ত চৰিত্ৰৰ মানসিক বিশ্লেষণৰ ওপৰত গুৰুত্ব দিয়া হোৱা নাছিল। অসমীয়া উপন্যাসৰ বাটকটীয়া হিচাপে গোহাঞি বৰুৱাৰ চৰিত্ৰ-চিত্ৰণত তেনে বিশ্লেষণ আশা কৰিব নোৱাৰি। কিন্তু ঐতিহাসিক উপন্যাসৰ প্ৰকৃত কথা হ'ল, সামাজিক চিত্ৰৰ সহায়েৰে অতীতৰ পৰিবেশ সৃষ্টি কৰি সেই যুগ-

টোক প্ৰতিফলিত কৰা। এনে ধৰণৰ সমাজ-চিত্ৰ গোহাঞিবৰুৱাৰ উপন্যাসত খুব কমেই পোৱা যায়। সন্দেহ নাই, গাঁৱলীয়া দুই-এটা চিত্ৰ নিখুঁতভাৱে ফুটাই তোলাত গোহাঞি বৰুৱাই বেছ পাৰদৰ্শিতা দেখুৱাইছে। কিন্তু সমাজৰ বিভিন্ন স্তৰৰ নৰ-নাৰীৰ জীৱনধাৰা তেওঁৰ উপন্যাসত সজীৱ হৈ উঠা নাই। যিয়েই নহওক, স্কট আৰু বঙ্কিমচন্দ্ৰৰ আৰ্হিত ইতিহাসক পটভূমি স্বৰূপে লৈ ৰোমান্স-প্ৰধান উপন্যাস ৰচনা কৰাৰ পথ দেখুৱালে গোহাঞি বৰুৱাই।

**লক্ষ্মীনাথ বেজবৰুৱা**ঃ- 'পদুম কুঁৱৰী' (১৮৯১) বেজবৰুৱাৰ একমাত্ৰ উপন্যাস। অসম বুৰঞ্জীৰ প্ৰসিদ্ধ ঘটনা দন্দুৱা দ্ৰোহক লৈ উপন্যাসখন ৰচনা কৰা হৈছে। বুৰঞ্জীৰ ঘটনাৰ লগতে সূৰ্য্যকুমাৰ আৰু হৰদত্তৰ জীয়ৰী পদুমক লৈ এটি প্ৰণয়-কাহিনী সংযোগ কৰা হৈছে আৰু ইয়েই হৈছে উপন্যাসখনৰ উপজীব্য। করুণ ৰসসিক্ত এই কাহিনীয়ে উপন্যাস খনিত ৰোমাঞ্চৰ পৰিবেশ সৃষ্টি কৰিছে। শ্বেক্সপীয়েৰৰ 'ৰোমিও এণ্ড জুলিয়েট'ৰ প্ৰণয়- কাহিনীয়ে বোধকৰোঁ ডেকা লেখকক আকৃষ্ট কৰিছিল। উপন্যাসখনত ঐতিহাসিক ঘটনা আৰু প্ৰণয় কাহিনীৰ মিশ্ৰণ ঘনীভূত হৈ উঠিছে। কিন্তু উপন্যাসকলাৰ ফালৰ পৰা এইখন সাৰ্থক ৰচনা নহয়। চৰিত্ৰ-চিত্ৰণত ঔপন্যাসিকে নিপুণতা দেখুৱাব পৰা নাই। কাম-কাজৰ মাজেদি নিজকে প্ৰকাশ কৰাৰ কাৰণে চৰিত্ৰ সমূহক সুযোগ দিয়া নহ'ল ; ঔপন্যাসিকৰ বৰ্ণণাতেই সকলো শেষ হ'ল। অতীতৰ সমাজখনত আলোকপাত নকৰা বাবে প্ৰকৃত ঐতিহাসিক বাতাৱৰণো উপন্যাসখনত. ফুটি নুঠিল।

**ৰজনীকান্ত বৰদলৈ** (১৮৬৭-১৯৩৯) :—অসমীয়া ঐতিহাসিক উপন্যাসক এটা বিশিষ্ট গঢ় দিয়ে ৰজনীকান্ত বৰদলৈয়ে। তেওঁৰ নখন উপন্যাসৰ সাতখনেই ঐতিহাসিক। বাকী দুখন এখনৰ মিৰিসমাজৰ পটভূমিত আৰু আনখন মণিপুৰৰ পৌৰাণিক আখ্যান এটিৰ ভেটিত ৰচিত। বৰদলৈৰ প্ৰথম আৰু এক-মাত্ৰ সামাজিক উপন্যাস 'মিৰিজীয়ৰী'(১৮৯৫)ত মিছিং ডেকা-গাভৰু জংকি আৰু পানেইৰ গভীৰ প্ৰণয়ৰ করুণ চিত্ৰ এটি অঙ্কন কৰা হৈছে। জনজাতীয় মিছিং লোকসকলৰ মাজত বাস কৰোঁতে বৰদলৈয়ে তেওঁ

লোকৰ বিশ্বাস, আচাৰ-নীতি আদি ভালদৰে অধ্যয়ন কৰিবলৈ সুযোগ পাইছিল। প্ৰণয়-কাহিনীৰ লগতে এই সকলোবোৰৰ সুন্দৰ প্ৰতিচ্ছবি এটি ফুটি উঠাত উপন্যাসখন মিছিংসকলৰ জাতীয় ইতিহাসত পৰিণত হৈছে। মিছিং জীৱনৰ সৈতে ওতঃপ্ৰোতভাবে জড়িত সোৱণশিৰি নৈখনো ইয়াত এটি জীৱন্ত চৰিত্ৰত পৰিণত হৈছে। অসমৰ ভিন্ ভিন্ ঠাইত ঘূৰি ফুৰি সমাজ-ব্যৱস্থাৰ সৈতে ঘনিষ্ঠভাবে পৰিচিত হ'বলৈ সুযোগ পাইছিল যদিও 'মিৰি-জীয়ৰী'ৰ পাছত বৰদলৈয়ে সামাজিক উপন্যাসৰ ফালে একেবাৰে পিঠি দি ঐতিহাসিক উপন্যাস ৰচনাতহে আত্মনিয়োগ কৰে। স্কট আৰু বঙ্কিমচন্দ্ৰৰ উপন্যাসে তেওঁক বিশেষভাবে প্ৰভাৱান্বিত কৰিছিল আৰু সেইসকল লেখকৰ অনুপ্ৰেৰণাতেই অসমীয়া উপন্যাস ৰচনা কৰিবলৈ তেওঁ পূৰ্বেই সঙ্কল্প কৰিছিল। ভৈয়ামৰ বৈচিত্ৰ্যহীন সমাজত সোমোৱাৰলগে লগে বোধকৰোঁ সেই কথা তেওঁৰ মনলৈ আহিল আৰু অসম-বুৰঞ্জীৰ দুৰ্যোগপূৰ্ণ সময় এছোৱাৰ পটভূমিত এখানি ঐতিহাসিক উপন্যাস ৰচনা কৰিলে। 'মনোমতী' (১৯০০) বৰদলৈৰ প্ৰথম ঐতিহাসিক উপন্যাস। মানৰ তৃতীয় আক্ৰমণৰ পটভূমিত উপন্যাসখন ৰচনা কৰা হৈছে। উপন্যাসখনৰ প্ৰধান বিষয়বস্তু লক্ষ্মীকান্ত আৰু মনোমতীৰ প্ৰণয় আৰু ৰাজনৈতিক ধুমুহাই তেওঁলোকৰ প্ৰণয়ত কৰা খেলিমেলি। 'মনোমতী'ত ইতিহাসৰ প্ৰভাৱ বৰ স্পষ্ট নহয়। ঐতিহাসিক ঘটনাতকৈ পুৰণি অসমৰ সমাজ-ব্যৱস্থা, নীতি-নিয়ম, উৎসৱ অনুষ্ঠান আদিৰ বৰ্ণনা অধিক নিষ্ঠাৰে ইয়াত দাঙি ধৰা হৈছে। 'মনোমতী'ৰ পাছত বৰদলৈয়ে ক্ৰমে 'দন্দুৱা দ্ৰোহ' (১৯০৯), 'ৰঙ্গিলী' (১৯২৫), 'ৰাধা ৰুক্মিণীৰ ৰণ' (১৯২৫), 'নিৰ্মল ভকত' (১৯২৬) আৰু 'ৰহদৈ লিগিৰী' (১৯৩০) ৰচনা কৰে। ইয়াৰ ভিতৰত 'দন্দুৱা দ্ৰোহ' আৰু 'ৰাধা-ৰুক্মিণীৰ ৰণ' ইতিহাস-প্ৰধান। কাল্পনিক কাহিনী সংযোগ কৰা হৈছে যদিও ঔপন্যাসিকে এই দুখনত অধিক গুৰুত্ব দিছে ঐতিহাসিক ঘটনাৰ ওপৰত। প্ৰথমখন হৰদত্ত আৰু বীৰদত্তৰ নেতৃত্বত কামৰূপত সংঘটিত হোৱা

দন্দুৱা দ্ৰোহক লৈ আৰু দ্বিতীয়খন মোৱামৰীয়া বিদ্ৰোহক লৈ ৰচিত। আন কেইখনত বুৰঞ্জীৰ ঘটনাক কেৱল পটভূমি স্বৰূপে ৰাখি কাল্পনিক কাহিনীক প্ৰাধান্য দিয়া হৈছে। 'ৰঙ্গিলী' মানৰ প্ৰথম আক্ৰমণৰ পটভূমিত, 'নিৰ্মল ভকত' মানৰ দ্বিতীয় আৰু তৃতীয় আক্ৰমণৰ পটভূমিত, 'তাম্ৰেশ্বৰীৰ মন্দিৰ' মানৰ তৃতীয় আক্ৰমণৰ পটভূমিত আৰু 'ৰহদৈ লিগিৰী' মানৰ প্ৰথম আক্ৰমণৰ পটভূমিত ৰচিত। বৰদলৈৰ শেষতীয়া উপন্যাস 'খগা-থুইনাৰ সাধু' 'আৱাহন'ত প্ৰকাশিত হৈছিল। মণিপুৰৰ আখ্যান এটিৰ ভেটিত ৰচিত এই উপন্যাসখন সম্পূৰ্ণ নহয় যেন লাগে।

আংগিক আৰু বিষয়বস্তুৰ ক্ষেত্ৰত বৰদলৈৰ উপন্যাস স্কট আৰু বংকিমচন্দ্ৰৰ উপন্যাসৰ সৈতে মিলে। তিনিজনৰবাবেই কেন্দ্ৰীয় চৰিত্ৰসমূহ অনৈতিহাসিক কাল্পনিক চৰিত্ৰ। তিনিওজনেই কবিতা আৰু নাটক আদিৰ সৰু সৰু উক্তিৰে একোটা অধ্যায়ৰ মূলভাবৰ আভাস দিছে।

স্কট আৰু বংকিমচন্দ্ৰৰ দৰে বৰদলৈৰ উপন্যাসো ৰোমান্স-প্ৰধান আৰু এই ৰোমান্স-ৰস পৰিবেশন কৰা হৈছে ঘাইকৈ প্ৰণয়-কাহিনীৰ যোগেদি। আগতেই কোৱা হৈছে যে দুখনৰ বাহিৰে আটাইবোৰ উপন্যাসতে প্ৰণয়াত্মক কাহিনীয়ে প্ৰাধান্য লভিছে। বৰদলৈৰ উপন্যাসত প্ৰেম কিন্তু নিৰাশাবাদত শেষ নহয়। দৈহিক মিলন সম্ভৱ নহ'লে নায়ক-নায়িকাই ভগৱৎ প্ৰেমত আশ্ৰয় লৈ শান্তি লভে। বৰদলৈৰ উপন্যাস-ৰচনাৰ এটি প্ৰধান উদ্দেশ্য আছিল মানুহৰ মন আধ্যাত্মিকতাৰ ফালে গঢ় খুউৱা। বৈষ্ণৱ ধৰ্মৰ ওপৰত বৰদলৈৰ গভীৰ আস্থা আছিল সেইবাবেই, শান্তিৰ পথ হিচাপে নায়ক-নায়িকাক তেওঁ বৈষ্ণৱ ধৰ্মত শৰণ লোৱাইছে আৰু সুবিধা পালেই কাহিনীৰ মাজত বৈষ্ণৱ ধৰ্মৰ তত্ত্ব ব্যাখ্যা কৰিছে। 'নিৰ্মল-ভকত', 'ৰহদৈ লিগিৰী' আদি উপন্যাসত এনেধৰণৰ বৰ্ণনাই মাত্ৰা চেৰাই যোৱা বুলিয়েও ক'ব পাৰি। ঐতিহাসিক উপন্যাস ইতিহাসৰ পুনৰাবৃত্তি নহয়, ইতিহাসৰ পৰিপূৰকহে। কোনো এটা বিশেষ যুগৰ নৰ-নাৰীৰ জীৱনধাৰাক জীৱন্ত কৰি তুলিব পৰাটোৱেই ইয়াৰ মূল

কথা। স্কট আৰু বংকিম চন্দ্ৰৰ দৰে বৰদলৈয়ে নিজৰ দেশৰ অতীতক জীৱন্ত কৰি তুলিছে। বৰদলৈৰ উপন্যাসত পুৰণি অসমীয়া সমাজৰ এখন জ্বলন্ত ছবি প্ৰতিফলিত হোৱা দেখা যায়। সেইখন সমাজৰ ৰীতি-নীতি আচাৰ-ব্যৱহাৰ, উৎসৱ-অনুষ্ঠান আদিয়ে তেওঁৰ আটাইকেইখন উপন্যাসৰ কাহিনীত ঠাই পাইছে। আনকি, দুই-এঠাইত এনেধৰণৰ দীঘলীয়া বৰ্ণনাই উপন্যাসৰ কাহিনী ভাৰাক্ৰান্ত কৰাও দেখা গৈছে। মুঠতে, সহজ-সৰল চৰিত্ৰ আৰু অজটিল কাহিনীৰ মাজেদি আহোম ৰাজত্বৰ শেষ কালছোৱাৰ সামাজিক চিত্ৰ এটি পাঠকৰ আগত দাঙি ধৰি মুমূৰ্ষ অসমীয়া সমাজক সঞ্জীৱিত কৰাই বৰদলৈৰ প্ৰধান লক্ষ্য আছিল।

**দণ্ডিনাথ কলিতা** — ঐতিহাসিক আৰু সামাজিক-দুয়োশ্ৰেণী উপন্যাসতে দণ্ডিনাথ কলিতাই হাত দিছিল। ছাত্ৰাৱস্থাতে ৰচনা কৰা 'ফুল' (১৯০৮) মানৰ তৃতীয় আক্ৰমণৰ পটভূমিত ৰচিত যদিও ঐতিহাসিক ঘটনাৰ লগত মূল কাহিনীৰ সম্পৰ্ক অৰ ক্ষীণ। উপন্যাস-কলাৰ ফালৰ পৰা বিচাৰ কৰিলে ইয়াক সৈতে ৰচনা বুলি ক'ব নোৱাৰি। বহুতো আকস্মিক আৰু চাঞ্চল্যকৰ ঘটনা সংযোজন কৰাত কাহিনীয়ে স্বাভাৱিক গতিত পৰিণতিৰ ফালে আগবাঢ়িব পৰা নাই। ঔপন্যাসিক হিচাপে কলিতাক প্ৰতিষ্ঠিত কৰে 'সাধনা' (১৯২৮) নামৰ সামাজিক উপন্যাসে। তেতিয়ালৈকে আমাৰ সাহিত্যত প্ৰকাশিত সামাজিক উপন্যাসকেইখনৰ ভিতৰত এইখন নিসন্দেহে শ্ৰেষ্ঠ। সমাজ-সমালোচনাৰ মনোভাব লৈ কলিতাই ইয়াত সমাজৰ ভুল, ভণ্ডামি আদিক ব্যঙ্গ কৰি গান্ধীবাদী আদৰ্শৰে সমাজ-সংগঠনৰ বাবে আগ্ৰহ প্ৰকাশ কৰিছে। চৰিত্ৰ-সৃষ্টিত লেখকে কিছু সফলতা লভিছে যদিও এইখনতো চাঞ্চল্যকৰ ঘটনাৰ সমাবেশে কলাৰ সৌন্দৰ্য হ্ৰাস নকৰাকৈ থকা নাই। 'সাধনা'ৰ পাছত ৰচিত তেওঁৰ আন কেইখন উপন্যাস সাৰ্থক ৰচনা নহয়। মোৱামৰীয়া বিদ্ৰোহক লৈ ৰচনা কৰা 'গণবিপ্লৱ' (১৯৪৮)ত উপন্যাসৰ ৰসাস্বাদন কৰা নাযায়। ইয়াত বুৰঞ্জীৰ ঘটনা প্ৰৱাহৰ পুনৰাবৃত্তি ঘটা বুলিহে ক'ব পাৰি। সেইদিকে, উপন্যাসৰ বাবে প্ৰয়োজনীয় সুখপাঠ্যতা নাই।

সামাজিক উপন্যাসক কলিতাই সমাজ-সমালোচনাৰ মাধ্যম স্বৰূপে প্ৰয়োগ কৰিছে। 'আবিষ্কাৰ' (১৯৫০)ত এনেধৰণৰ সমালোচনাৰ সুৰ অতি স্পষ্ট। অস্বাভাৱিক ঘটনাই উপন্যাসখনত কাহিনীৰ গাঁথনি দুৰ্বল কৰিছে। চৰিত্ৰ-সৃষ্টিৰ প্ৰয়াসো চকুত নপৰে। আন এখন উপন্যাস 'পৰিচয়' (১৯৫০)ৰ ক্ষেত্ৰতো একেখিনি কথাই প্ৰযোজ্য।

**দৈৱচন্দ্ৰ তালুকদাৰ**:- মহাত্মা গান্ধীৰ স্বদেশী আন্দোলনে প্ৰভাৱান্বিত কৰা তালুকদাৰৰ উপন্যাসত প্ৰচাৰ-ধৰ্মিতাই উপন্যাসৰ কলাত্মক ফালটোক গা কৰিবলৈ সুবিধা নিদিলে। জাতীয় আন্দোলনত উদ্বুদ্ধ হৈ সামাজিক উন্নতিৰ অন্তৰায়ৰূপে থিয় দিয়া দুৰ্বলতাবোৰ আঁতৰ কৰি এখন সুস্থ সমাজ গঠন কৰাৰ অভিপ্ৰায়েৰে তেওঁ উপন্যাস ৰচনাত প্ৰবৃত্ত হৈছিল। সেই সময়ছোৱাৰ বিভিন্ন সমস্যাই ঠাই পোৱা এই উপন্যাসসমূহত লেখকৰ সংস্কাৰকামী মনটো উৎকট ৰূপত দেখা দিছে। ইয়াৰ ফলত কাহিনীয়ে স্বাভাৱিক আৰু সংহত ৰূপ একোটি ল'ব পৰা নাই। লেখকৰ আদৰ্শ প্ৰচাৰৰ বাহন হৈ পৰা চৰিত্ৰসমূহেও মুকলিমূৰীয়াভাৱে পাঠকৰ সন্মুখত দেখা দিয়া নাই। ঔপন্যাসিকৰ উদ্দেশ্যসাধনৰ বাবে অপ্ৰয়োজনীয় কথাক কাহিনীৰ মাজলৈ টানি অনা হৈছে আৰু চৰিত্ৰসমূহক সেই অনুসৰি নিয়ন্ত্ৰণ কৰা হৈছে। কোমল বয়সতে ৰচনা কৰা 'ধুৰলী-কুঁৱলী' (১৯২১)ত আদৰ্শবাদ প্ৰচাৰৰ চেষ্টা নাই যদিও কাহিনী আৰু চৰিত্ৰ-সৃষ্টি কোনোটোতে লেখকৰ নিপুণতাৰ পৰিচয় পোৱা নাযায়। ইয়াৰ পাছত ওলোৱা তেওঁৰ 'আগ্নেয়গিৰি' (১৯২৪), 'অপূৰ্ণ' (১৯৩১-৩২), 'বিদ্ৰোহী' (১৯৪৮), 'আদৰ্শ-পীঠ' আৰু 'দুনীয়া'ত আদৰ্শবাদ আৰু সংস্কাৰ প্ৰৱণতাই প্ৰাধান্য লভা হেতুকে কলাত্মক সৌন্দৰ্য্যৰ বিকাশ নঘটিল। 'অপূৰ্ণ'ত জাতীয়তাবাদী চিন্তাৰ প্ৰভাৱ অতি স্পষ্ট। যিয়েই নহওক, সমস্যামূলক উপন্যাসৰ গুৰি ধৰোঁতা হিচাপে তালুকদাৰৰ অৱদানৰ কথা সদায়ে সুঁৱৰিব লাগিব।

ওপৰত উল্লেখ কৰা উপন্যাসসমূহৰ বাহিৰেও এই সময়ছোৱাত আৰু কেইখনমান উপন্যাস প্ৰকাশ হৈছিল। ঐতিহাসিক উপন্যাসৰ ভিতৰত

**হিতেশ্বৰ বৰবৰুৱাৰ** 'মালিতা' (১৯১৪,) **হৰিনাৰায়ণ দত্তবৰুৱাৰ** 'চিত্ৰদৰ্শন' (১৯৩১), **শৰৎ চন্দ্ৰ গোস্বামীৰ** 'পাণিপথ' (১৯৩০) আৰু সামাজিক উপন্যাসৰ ভিতৰত **নবীন চন্দ্ৰ ভট্টাচাৰ্য্যৰ** 'চন্দ্ৰপ্ৰভা' (১৯০৮), **শান্তিৰাম দাসৰ** 'বৈৰাগী' (১৯২১), **চিন্তাহৰণ পাটগিৰিৰ** 'সংসাৰ-চিত্ৰ' (১৯২১) আৰু **স্নেহলতা ভট্টাচাৰ্য্যৰ** 'বীণা' (১৯২৬) ৰ নাম ল'ব পাৰি। এইখিনি প্ৰায়েই বৈশিষ্ট্যবিহীন। দুই-একোখন উপন্যাসৰ শাৰীলৈ উঠিছে বুলি কোৱাই টান। চতুৰ্থ দশকৰ একেবাৰে শেষৰ ফালে 'আৱাহন'ত প্ৰকাশ পোৱা **দীননাথ শৰ্মাৰ** 'উৰা' (১৯৩৮) ই নতুন সম্ভাৱনাৰ ইঙ্গিত দিছিল। প্ৰণয়ৰ ত্ৰিভুজক লৈ ৰচিত এইখন উপন্যাসত লেখকে পূৰ্বসূৰীসকলৰ সংস্কাৰধৰ্মী মনোভাৱ নলৈ চৰিত্ৰৰ বিশ্লেষণৰ ওপৰত গুৰুত্ব দিয়া দেখা গৈছে। কেইখনমান অনূদিত উপন্যাসেও এই সময়ছোৱাৰ উপন্যাসৰ ক্ষুদ্ৰ ভঁৰালটোলৈ অলপ অচৰপ বৰঙণি যোগাই গৈছে। তাৰ ভিতৰত 'বাঁহী'ত ওলোৱা থানেশ্বৰ হাজৰিকাৰ 'দীন-দুখী' লক্ষেশ্বৰ শৰ্মাৰ 'মাতৃ' আৰু 'পম্পিয়াইৰ প্ৰলয় কাহিনী' আৰু শান্তিৰাম দাসৰ 'ছদ্মবেশী' আৰু 'মিলন-মন্দিৰ' উল্লেখযোগ্য। ডিকেন্সৰ 'টেল অব্ টু চিটিজ' (নগৰ দুখনৰ কথা) আৰু মেক্সিম গৰ্কীৰ 'মাদাৰ'ৰ নিচিনা প্ৰখ্যাত উপন্যাসৰ অনুবাদো 'আৱাহন' আলোচনীৰ পাতত প্ৰকাশ হৈছিল।

# চুটি গল্প

আধুনিক সাহিত্যৰ এটি জনপ্ৰিয় বিভাগ, চুটি গল্পই অসমীয়া সাহিত্যত প্ৰৱেশ কৰে 'জোনাকী'ৰ জৰিয়তে। 'জোনাকী'ৰ অন্যতম লেখক বেজবৰুৱাই চুটি গল্পক অসমীয়া সাহিত্যলৈ আদৰি আনে। প্ৰাকঐতিহাসিক কালৰে পৰা চলি অহা সাধুকথাসমূহত চুটি গল্পৰ আভাস থকা বুলি কোৱা হয় যদিও আধুনিক চুটি-গল্পই পোনে পোনে প্ৰৱেশ কৰে পশ্চিমৰ দুৱাৰেদি। আধুনিক চুটি গল্পৰ প্ৰধান উদ্দেশ্য জীৱনৰ বিশেষ মুহূৰ্ত একোটিক উজ্জ্বলাই তোলা। চুটি গল্পৰ এই আদৰ্শ প্ৰাচীন গল্পসমূহত দেখা নাযায়। 'জোনাকী'য়ে খুলি দিয়া পশ্চিমৰ দুৱাৰেদি আধুনিক সাহিত্যৰ বিভিন্ন শাখা-প্ৰশাখা সোমাই আহে আৰু সেইবোৰে অসমীয়া সাহিত্যত নিজস্ব স্থান অধিকাৰ কৰি লয়। গতিকে অসমীয়া চুটি গল্প বুলিলে আমি পাশ্চাত্যৰ আহিত জন্ম লাভ কৰা চুটি গল্পকেই বুজোঁ। চুটি গল্প ঊনবিংশ শতিকাৰ সৃষ্টি। ইয়াৰ জন্ম হয় আমেৰিকাত—আৰভিং, হথৰ্ণ আৰু পোৰ হাতত। ফৰাচী লেখক মোপাচাঁ আৰু ৰুছ লেখক চেখভৰ হাতত ই এটি বিশিষ্ট কলাৰ মাধ্যমত পৰিণত হয়। সেই শতিকাৰ শেষ দশকত বেজবৰুৱাৰ হাতত অসমীয়া চুটি গল্পৰ জন্ম হয়। 'জোনাকী'ৰ পাততেই চুটি গল্পৰ জন্ম হ'লেও আঙ্গিক আৰু বিষয়বস্তুৰ ফালৰ পৰা আমাৰ চুটি গল্পৰ পৰিসৰ বৃদ্ধি পায় 'আৱাহন'ৰ কালছোৱাতহে। তাৰ আগলৈকে কলা-কৌশলৰ বিচিত্ৰতা অসমীয়া চুটি গল্পত পৰিলক্ষিত হোৱা নাছিল। 'জোনাকী'ৰ পৰা 'আৱাহন'ৰ আগলৈকে এই সময় ছোৱাত অসমীয়া চুটি গল্পৰ পৰীক্ষা চলে আৰু 'আৱাহন'ৰ এচাম লেখকৰ হাতত ই সকলো ফালৰ পৰা প্ৰসাৰতা লাভ কৰি কলা-কৌশলৰ পৈণত আৰু জনপ্ৰিয় ৰচনাত পৰিণত হয়। মোপাচাঁ, চেকভ, আদি বিশ্ব-বিশ্ৰুত লেখক সকলৰ ৰচনাই আমাৰ

গল্পকাৰ সকলক অনুপ্ৰাণিত কৰিলে। ফ্ৰয়েদৰ প্ৰভাৱত যৌন-জীৱনৰ বাধাহীন বিশ্লেষণৰ পথো কিছু পৰিমাণে মুকলি হ'ল এই সময়তেই। নতুন দৃষ্টিভঙ্গী আৰু প্ৰকাশ-ভঙ্গীৰ বৈচিত্ৰ্যৰে গল্প-সাহিত্য সমৃদ্ধ হৈ উঠিল। উপন্যাসৰ কাৰণে বহল অভিজ্ঞতা আৰু বৈচিত্ৰ্যপূৰ্ণ ঘটনাৰ প্ৰয়োজন। চুটি গল্পত জীৱনৰ বিশেষ একোটা মুহূৰ্ত বা অৱস্থাৰ চিত্ৰহে প্ৰতিফলিত হয় বাবে ইয়াৰ কাৰণে বিষয়বস্তু সংগ্ৰহ কৰা বৰ টান নহয়। উপন্যাসৰ লগত চুটি গল্পৰ ৰূপগত আৰু ভাবগত পাৰ্থক্য আছে। উপন্যাসৰ সামগ্ৰিকতা আৰু বিশালতা চুটি গল্পত নাই। উপন্যাসত থাকে ব্যক্তিৰ সৈতে সমাজৰ সম্পৰ্কৰ কথা। চুটি গল্পত এজন ব্যক্তিৰ জীৱনৰ এটি বিশেষ মুহূৰ্ত আলোকিত হয়। ইয়াত থাকে মাথোন এটি কেন্দ্ৰীভূত ভাব। একমুখী লক্ষ্য আৰু ফলশ্ৰুতিয়েই চুটি গল্পৰ ঘাই বিশেষত্ব। বিক্ষিপ্ত ভাবধাৰাৰ সমাবেশ কৰিলে গল্পৰ সৌন্দৰ্য্য নষ্ট হয়। অৱশ্যে, চুটি গল্পত যে জীৱনৰ বিচিত্ৰ আৰু বহল অভিজ্ঞতাৰ পৰিচয় নাথাকে সেইটো নহয়। কিন্তু একেজন মানুহক বিভিন্ন দৃষ্টিকোণৰ পৰা চোৱাৰ অথবা একেটা চৰিত্ৰৰ বিচিত্ৰ অভিজ্ঞতা ৰূপায়ণৰ দায়িত্ব চুটি গল্প-লেখকৰ নাই। সেইবাবেই বোধকৰোঁ আমাৰ সাহিত্যত উপন্যাসতকৈ চুটি গল্পই সহজে ঠাই দখল কৰি লয় আৰু ১৯৪০ চনৰ আগতে অসমীয়া চুটি গল্প উচ্চমান-বিশিষ্ট কলা-মাধ্যমত পৰিণত হয়।

**লক্ষ্মীনাথ বেজবৰুৱা**— চুটি গল্পত হাত দিয়াৰ আগতে বেজবৰুৱা অসমীয়া লোক-কথা উদ্ধাৰত ব্ৰতী হৈ আছিল। অসমীয়া সমাজত প্ৰচলিত ভালেমান পুৰণি সাধুকথা তেওঁ সজাই-পৰাই উলিয়ায় আৰু তাৰেই সংগ্ৰহ 'বুঢ়ী আইৰ সাধু' আৰু 'ককাদেউতা আৰু নাতি-ল'ৰা' (১৯১২)। সাধুকথাক 'জাতিৰ হাড়-মগজু' বুলি জ্ঞান কৰা বেজবৰুৱাৰ এই পুথি দুখন সদায়ে অসমীয়া সাহিত্যৰ অমূল্য সম্পদ হৈ থাকিব। নিভাঁজ অসমীয়া ঘৰুৱা শব্দৰ ব্যৱহাৰে এইবোৰক সৰু-বৰ সকলোৰে মনোগ্ৰাহী কৰি তুলিছে। বেজবৰুৱা অসমীয়া আধুনিক চুটি গল্পৰো পথ প্ৰদৰ্শক। 'জোনাকী'ত আৰম্ভ কৰি 'বাঁহী'ত

বেজবৰুৱাই অসমীয়া চুটি গল্প সৰ্বৰহী কৰি তোলে। 'সুৰভি' (১৯০৯), 'সাধু কথাৰ কুকি' (১৯১০) আৰু 'জোনবিৰি' (১৯১৩) ত সন্নিবিষ্ট গল্প-সমূহৰ বাহিৰেও বেজবৰুৱাৰ আৰু কেইটামান গল্প অ'ত ত'ত সোমাই আছে। অসমীয়া সমাজখনক ভালদৰে ফঁহিয়াই দেখুৱাই তাৰ মলি আঁতৰ কৰাই বেজবৰুৱাৰ প্ৰধান লক্ষ্য আছিল। উনবিংশ শতিকাত ইংৰাজ ৰাজত্বৰ লগে লগে পুৰণি অসমীয়া সমাজৰ ওপৰত নতুন এখন সমাজৰ সৃষ্টি হৈছিল। পশ্চিমীয়া শিক্ষা-দীক্ষা লৈ বিদেশী শাসকৰ মোহত পৰি সেইসকলক অন্ধভাবে অনুকৰণ কৰা এক শ্ৰেণী লোক ওলাইছিল। আনহাতে, নতুন সমাজৰ লগত নিজকে খাপ খুৱাব নোৱাৰি শুচি-বায়ুগ্ৰস্ত এচাম লোকে সকলোতে দূষিত বায়ুৰ গোন্ধ পাইছিল। বেজবৰুৱাই এই উভয় শ্ৰেণীৰ লোকক ব্যঙ্গ বাণেৰে জানিছে। অৱশ্যে, বেছিভাগ গল্পতেই সংস্কাৰকামী মনটো প্ৰকট হৈ পৰা বাবে আৰু বিদ্ৰূপাত্মক দৃষ্টিভঙ্গী লোৱা হেতুকে শিল্পসুলভ সৌন্দৰ্যত ব্যাঘাত জন্মিছে। স্বাভাৱিকতা আৰু সাৱলীলতাই এইবোৰত পাঠকৰ প্ৰধান আকৰ্ষণ। অনুভূতিৰ গভীৰতা অথবা চৰিত্ৰৰ সূক্ষ্মতা ফুটাই তোলাৰ চেষ্টা তাত পৰিলক্ষিত নহয়। অসমীয়া গাঁৱলীয়া জীৱনৰ সৈতে বেজবৰুৱাৰ পৰিচয় আছিল অতি নিবিড়। বেজবৰুৱাৰ সৰল আৰু স্বাভাৱিক প্ৰকাশভঙ্গিয়ে গাঁৱলীয়া চৰিত্ৰ আৰু সমাজৰ ৰূপ নিখুঁত কৰি তুলিছিল। 'ভদৰী' কে ধৰি ভালেমান গল্প ইয়াৰ উৎকৃষ্ট উদাহৰণ।

**শৰৎ চন্দ্ৰ গোস্বামী** (১৮৮৭—১৯৪৪).—বেজবৰুৱাৰ পাছতেই অসমীয়া চুটি গল্পক ভালেখিনি আগুৱাই নিয়ে শৰৎ চন্দ্ৰ গোস্বামীয়ে। চুটি গল্পক কলাৰূপে গণ্য কৰি তাত একনিষ্ঠভাৱে লাগি থকাসকলৰ ভিতৰত গোস্বামী অন্যতম। মানুহৰ প্ৰতি সহানুভূতিয়েই গোস্বামীৰ গল্পৰ মূল কথা। সামাজিক দুই-এটা সমস্যালৈ গোস্বামীয়ে দৃষ্টি নিক্ষেপ কৰিছে যদিও বেজবৰুৱাৰ দৰে ব্যঙ্গাত্মক দৃষ্টিভঙ্গী তেওঁ লোৱা নাই। উদাহৰণ স্বৰূপে, আমাৰ সমাজত বিধৱাসকলে সন্মুখীন হোৱা সমস্যাটোৰ ফালে তেওঁ পাঠকৰ দৃষ্টি আকৰ্ষণ কৰিছে; কিন্তু তাৰ বাবে কাকো ব্যঙ্গ বা বিদ্ৰূপ নকৰি অৱহেলিত সকলৰ প্ৰতি পাঠকৰ অন্তৰত সহানুভূতি জন্মাবৰহে চেষ্টা কৰিছে। আনকি, সমস্যা সমাধান

কৰাৰ বাবে কোনো উপায়ৰ ইঙ্গিতো তেওঁৰ গল্পত নাই। মুঠতে, পীড়িত আৰু অৱহেলিতৰ প্ৰতি সহানুভূতিশীল দৃষ্টিভঙ্গী গোস্বামীৰ সৰহভাগ গল্পৰে প্ৰতিপাদ্য বিষয়। বেজবৰুৱাৰ হাস্যৰসৰ পৰিবৰ্তে কৰুণতাৰ পাতল কুঁৱলী তেওঁৰ গল্পত দেখা যায়। অৱশ্যে, মানুহৰ করুণ ঘটনা ব্যক্তিৰ কাৰণে মানুহ নাইবা সমাজক দায়ী কৰাতকৈ অদৃষ্টৰ ওপৰতে তেওঁ বহুপৰিমাণে নিৰ্ভৰ কৰিছে। অদৃষ্টবাদৰ পৰশ তেওঁৰ বহুতো গল্পতে পৰিলক্ষিত হয়। যৌন-সম্বন্ধীয় বিষয়বস্তুয়েও দুই-চাৰিটা গল্পত ঠাই পাইছে। ‘সন্যাসিনী’ ‘ব্ৰহ্মপুত্ৰৰ বুকুত’ আদি গল্প অসামাজিক প্ৰণয়ক লৈ ৰচিত। সামাজিক দিশতকৈ ব্যক্তিৰ শোক-দুখৰ ছবিহে গোস্বামীয়ে ঘাইকৈ অঙ্কন কৰিছে আৰু মানুহৰ প্ৰতি লেখকৰ এটি উদাৰ মনোভাব গল্পসমূহত ফুটি উঠিছে। আঙ্গিকৰ ফালৰ পৰা বিচাৰ কৰি চালে বেজবৰুৱাৰ দৰে তেওঁৰ গল্পতো ভালেমান খুঁত ওলাব। অস্বাভাৱিক আৰু অভাবনীয় পৰিস্থিতি তেওঁৰ গল্পতো আছে। তথাপি, একাণপতীয়াকৈ লাগি থাকি চুটি গল্পক এটা বিশিষ্ট ৰূপ দিয়াবাবে গোস্বামীৰ বৰঙণি স্মৰণীয় হৈ ৰ’ব। সহজ, সৰল প্ৰকাশভঙ্গি তেওঁৰ গল্পৰ বৈশিষ্ট্য। গোস্বামীৰ প্ৰথম গল্পসংগ্ৰহ ‘গল্পাঞ্জলী’ (১৯১৪)। ইয়াৰ পাছত ক্ৰমে ‘ময়না’ (১৯২০), ‘ৰাজকাৰ’ (১৯৩০) আৰু ‘পৰিদৰ্শন’ (১৯৫৬) ওলায়। ‘পৰিদৰ্শন’ৰ অন্তৰ্গত গল্পকেইটাত আগৰ গল্পসমূহৰ সৌন্দৰ্য্য ফুটি উঠা নাই।

**নকুল চন্দ্ৰ ভূঞাঃ**—‘আৱাহন’ৰ আগৰ গল্প লেখকসকলৰ ভিতৰত নকুল চন্দ্ৰ ভূঞাও এজন। ভূঞাৰ বেছিভাগ গল্পই গাঁৱলীয়া সমাজৰ পটভূমিত ৰচিত। সামাজিক নাইবা আনধৰণৰ গধুৰ সমস্যাৰ অৱতাৰণা তেওঁৰ গল্পত কৰা হোৱা নাই। দুই-চাৰিটা গল্পত উপহাসমূলক চিত্ৰ থাকিলেও সেইবোৰত ঘাইকৈ চৰিত্ৰৰ কথা আৰু কাৰ্য্যৰ মাজত বিসঙ্গতি দেখুৱাবলৈহে বিচৰা হৈছে। গাঁৱলীয়া জীৱনৰ বছা বছা কিছুমান চিত্ৰ ফুটাই তোলাই তেওঁৰ গল্পৰ উদ্দেশ্য। চুটি গল্পৰ কলা-কৌশললৈ লক্ষ্য ৰাখি তেওঁ সেই চিত্ৰ আঁকিছিল বুলি মনে নধৰে।

চুটি গল্পৰ কাৰণে আৱশ্যকীয় সংহত ঘটনা-বিন্যাস আৰু সৰস বৰ্ণনা ভূঞাৰ গল্পত নাই। তথাপি, উপযুক্ত গাঁৱলীয়া পৰিবেশ সৃষ্টিৰ ফালৰ পৰা চাই গল্পবোৰৰ মূল্য অস্বীকাৰ কৰিব নোৱাৰি। তেওঁৰ গল্পৰ পুথি সমূহ হৈছে,—'চোৰাংচোৱাৰ চ'ৰা' (১৯১৮), 'জোনোৱালি' (১৯৩৩) আৰু 'গল্পৰ শৰাই' (১৯৬২)।

**লক্ষ্মীনাথ ফুকনঃ**—'আৱাহন'ৰ আগৰে পৰা দীৰ্ঘকাল ধৰি গল্প-ৰচনাত লাগি থকা দেখা যায় একমাত্ৰ লক্ষ্মীনাথ ফুকনক। ফুকনৰ গল্পত এহাতে আৰ্থিক অনাটনত জুৰুলা নিম্ন-মধ্যবিত্ত শ্ৰেণীৰ আৰু আনহাতে মানৱীয় আবেগ অনুভূতিক বিসৰ্জন দিয়া অভিজাত সম্প্ৰদায়ৰ চৰিত্ৰই ঠাই পাইছে। ভালেমান গল্পত ধনী আৰু মধ্যবিত্ত শ্ৰেণীৰ অন্তঃসাৰ শূন্যতা ব্যঙ্গ ৰূপত প্ৰকাশ কৰিছে। এইসকললোকৰ বাহ্যিকতাৰ আঁৰকাপোৰখন লেখকে দাঙি ধৰিছে। অনাড়ম্বৰ প্ৰকাশভঙ্গিৰ মাজেদি ফুকনৰ চৰিত্ৰবোৰ সজীৱ আৰু স্পষ্ট হৈ উঠিছে। সংযত আৰু সাৱলীল প্ৰকাশভঙ্গিৰ উপৰিও একপ্ৰকাৰ করুণ হাস্যৰসৰ কাৰণে ফুকনৰ গল্প-সমূহ সকলোৰে আকৰ্ষণীয়। ফুকনৰ এতিয়ালৈকে পাঁচটা গল্প-সংকলন প্ৰকাশ পাইছে-'মালা' (১৯১৮), 'ওফাইদাং' (১৯৫২), 'মৰমৰ মাধুৰি' (১৯৬১), 'আশাত উৎফুল্ল মন' (১৯৬৫) আৰু 'আনন্দে নধৰে হিয়া' (১৯৬৭)। তেওঁৰ নিজস্ব বৈশিষ্ট্যসমূহ পাচৰ চাৰিখনত সন্নিবিষ্ট গল্প-সমূহত ভালদৰেফুটি উঠিছে।

সেইসময়ৰ আন দুজন গল্প-লেখক হ'ল **দণ্ডিনাথ কলিতা** আৰু **সূৰ্য্যকুমাৰ ভূঞা** (১৮৯৪-১৯৬৪)। কলিতাৰ গল্পৰ কাহিনী আৰু কথন-ভঙ্গিত জটিলতা নাই। সামাজিক আচাৰ-অনুষ্ঠানৰ প্ৰতি তেওঁ সম্পূৰ্ণ সচেতন। এই সচেতনতাৰ বাবে তেওঁ শিল্প-সৌন্দৰ্যৰ প্ৰতি বৰকৈ মনোযোগ নিদি সমাজ-সংস্কাৰকৰ ভূমিকা লোৱা দেখা গৈছে। 'সাতসৰী' (১৯২৫) ৰ অন্তৰ্ভুক্ত সাতোটি গল্পতেই কলিতাৰ সংস্কাৰধৰ্মী মনোভাব প্ৰকট হৈ উঠিছে। আনহাতে ভূঞাৰ গল্পত সামাজিক দিশতকৈ ব্যক্তি-জীৱনৰ দুখ যাতনাৰ চিত্ৰহে পৰিস্ফুট হৈছে। তেওঁৰ 'পঞ্চমী' (১৯২৭) ৰ অন্তৰ্ভুক্ত গল্প পাঁচোটাৰ ঘটনা-বিন্যাসত বিশেষ

বৈচিত্ৰ্য নাথাকিলেও কথনভঙ্গিয়ে পাঠকক আকৰ্ষণ কৰে।

**নগেন্দ্ৰ নাৰায়ণ চৌধুৰী** (১৮৮১-১৯৪৭):-'আৱাহন'ৰ যোগেদি গল্প-সাহিত্য জনপ্ৰিয় কৰি তোলাসকলৰ ভিতৰত 'আৱাহন'ৰ প্ৰতিষ্ঠাতা নগেন্দ্ৰ নাৰায়ণ চৌধুৰী অন্যতম। চৌধুৰীৰ সৰহভাগ গল্পই আদি ৰসাত্মক। গাঁৱলীয়া জীৱনৰ পটভূমিত প্ৰণয় সংক্ৰান্ত কাহিনীক লৈ গল্পবোৰ ৰচিত হৈছে। অৱশ্যে, প্ৰণয়ৰ ক্ষেত্ৰত তেওঁৰ গল্পৰ নায়ক-নায়িকাই বিদ্ৰোহাত্মক মনোভাব পোষণ কৰি সামাজিক প্ৰথাক উলঙ্ঘা কৰা দেখা নাযায়। সমাজৰ বাধা-নিষেধৰ মাজত থাকিয়েই তেওঁ-লোক যৌন-জীৱনৰ পথত আগবাঢ়িছে। অসহায়া নাৰী আৰু নিপে-ষিতসকলৰ প্ৰতি লেখকৰ সহানুভূতি গল্পসমূহত প্ৰকাশ পাইছে। 'উৎৰ্গা', 'পাহাৰী', 'তামৰ তাবিজ', 'পুনৰ্জন্মৰ দক্ষিণা' আদি বহুতো গল্প ইয়াৰ নিদৰ্শন। চৌধুৰীৰ প্ৰায় আটাইবোৰ গল্পই কাহিনী বা ঘটনা-প্ৰধান। চৰিত্ৰৰ মনোবিশ্লেষণৰ ওপৰত চৌধুৰীয়ে গুৰুত্ব দিয়া নাই। আঙ্গিকৰ ফালৰ পৰাও গল্পবোৰ দোষমুক্ত বুলি ক'ব নোৱাৰি। বেছিভাগ গল্পৰে গাঁথনি সুদৃঢ় নহয়। একেটা গল্পতে ভাঙেমান ঘট-নাৰ সমাবেশ হোৱা আৰু তাৰে কিছুমানত কেন্দ্ৰীয় ভাব এটিৰ অভাৱো লক্ষ্য কৰা যায়। অপ্ৰয়োজনীয় বৰ্ণনাও ঠায়ে ঠায়ে নথকা নহয়। সেয়ে হ'লেও, আচাৰ-নীতি, লোকবিশ্বাস আদিৰ যোগেদি অসমীয়া সামাজিক চিত্ৰ অঙ্কন কৰাত লেখকৰ কৃতিত্ব গল্পসমূহত ফুটি উঠিছে। তেওঁৰ এটি গল্প-সংগ্ৰহ 'নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ গল্প' (১৯৬০) নাম দি অসম সাহিত্য সভাই প্ৰকাশ কৰিছে। 'বীণাৰ ঝঙ্কাৰ' (১৯৬৪) তেওঁৰ পোন্ধৰটা গল্পৰ আন এটি সংকলন।

**মহীচন্দ্ৰ বৰা** (১৮৯৫—১৯৬৫):— নিপীড়িত আৰু অৱহেলিত সকলৰ প্ৰতি থকা সহানুভূতিশীল মনোভাব মহীচন্দ্ৰ বৰাৰ গল্পৰ মাজেদি প্ৰকাশ পাইছে। এই মনোভাবেই তেওঁক সমাজ-ব্যৱস্থাৰ প্ৰতি অধিক সচেতন হ'বলৈ বাধ্য কৰিছে। সমাজৰ অনাচাৰ, অত্যাচাৰৰ ফালে বৰাই তীব্ৰ দৃষ্টি নিক্ষেপ কৰিছে আৰু তাৰ বাবে তেওঁ চোকা ব্যঙ্গ-

অস্ত্ৰৰ সহায় লৈছে। কিন্তু হাস্যৰসৰ মাদকতাৰ কাৰণে ব্যঙ্গ ক'তো আক্ৰোশমূলক আৰু বেদনাদায়ক হৈ পৰা নাই। অৱশ্যে, ভাবপ্ৰৱণতাই ঠায়ে ঠায়ে বৰ্ণনা অস্বাভাৱিক কৰি তুলিছে। মহী বৰাৰ গল্পৰ বিষয়-বস্তুতকৈ ভাষাৰ প্ৰাঞ্জলতাই পাঠকক বেছি আকৰ্ষণ কৰে। 'উকীলৰ জন্ম ৰহস্য' (১৯৭০) নামৰ তেওঁৰ এটি গল্প-সংগ্ৰহ প্ৰকাশ পাইছে।

**লক্ষ্মীধৰ শৰ্মা** ( ১৮৯৮—১৯৩৪ ):—'আৱাহন'ৰ প্ৰখ্যাত গল্প-লেখক লক্ষ্মীধৰ শৰ্মাৰ কেইটামান গল্প 'ব্যৰ্থতাৰ দান' (১৯৩৮) নামৰ পুথিত সন্নিবিষ্ট কৰা হৈছে। শৰ্মাৰ গল্পত মানুহৰ যৌন-কামনাৰ ৰূপ ফুটাই তুলিবলৈ বিচৰা হৈছে আৰু কোনো কোনো গল্পত কামনাৰ তাড়না একেবাৰে লুক-ঢাক্ নকৰাকৈ প্ৰকাশ কৰা হৈছে। কিন্তু তাকে কৰোঁতে তেওঁ চৰিত্ৰৰ ভিতৰলৈ প্ৰৱেশ কৰিছে আৰু সেইবাবে চৰিত্ৰৰ মনস্তাত্ত্বিক সংঘাত লক্ষ্মীধৰৰ গল্পৰ অন্যতম বৈশিষ্ট্য হৈ পৰিছে। যৌনক্ষুধা নিবৃত্তিৰ পথত সামাজিক বন্ধনৰ সন্মুখীন হোৱা ভালেমান চৰিত্ৰৰ অন্তৰ্দ্বন্দ্ব আকৰ্ষণীয় ভাবে ফুটি উঠিছে। দুই-চাৰিটা চৰিত্ৰই মানুহৰ স্বাভাৱিক প্ৰবৃত্তিক দমাই ৰাখিব খোজা পুৰণিকলীয়া সামাজিক শাসনৰ বাঘজৰী দলিয়াই পেলোৱাৰ চেষ্টা কৰাও দেখা গৈছে। পৰম্পৰাগত-ভাবে চলি অহা কিছুমান সামাজিক ৰীতি-নীতিৰ অৰ্থহীনতা শৰ্মাৰ গল্পত প্ৰকাশ পাইছে। সামাজিক প্ৰথাৰ ভণ্ডামিৰ বিৰুদ্ধে লেখকৰ বিদ্ৰোহীমন ইয়াত স্পষ্ট ৰূপত প্ৰতিফলিত হৈছে। প্ৰচাৰধৰ্মী মনোভাবো দুই-চাৰিটা গল্পত ভালদৰে ধৰা পৰিছে।

**হলীৰাম ডেকা** (১৯০১—১৯৬৩):—'আৱাহন'ৰ পাতত সিঁচৰতি হৈ থকা হলিৰাম ডেকাৰ গল্প সমূহে লেখকৰ শিল্পীমনৰ পৰিচয় বহন কৰিছে। বিষয়বস্তুতকৈও ৰচনা-শৈলীহে হলীৰাম ডেকাৰ গল্পৰ লক্ষণীয় বিষয়। বিখ্যাত ফৰাচী গল্প লেখক মোপাচাঁ আৰু কচ গল্পকাৰ চেখভৰ আঙ্গিক তেওঁৰ কোনো কোনো গল্পত লক্ষ্য কৰা যায়। জৈৱিক বাসনা তেওঁৰ গল্পৰ বিষয়বস্তু যদিও লক্ষ্মীধৰ শৰ্মাৰ নিচিনাকৈ বাসনাৰ ভিতৰলৈ তেওঁ প্ৰৱেশ কৰা নাই

আৰু সেইকাৰণে বিভিন্ন ঘাত-প্ৰতিঘাতৰ মাজত চৰিত্ৰৰ মানসিক সংঘাতো তেওঁৰ সৰহভাগ গল্পতেই পৰিস্ফুট হোৱা নাই। অৱশ্যে, দুই-চাৰিটা গল্পত ইয়াৰ ব্যতিক্ৰম নঘটা নহয় 'বহুল সনা', 'ভ্ৰষ্টলিপি' আদি গল্পত চৰিত্ৰৰ মানসিক সংঘাত ভালদৰেই পৰিস্ফুট হৈছে। ভাষাৰ মাধুৰ্য্য আৰু বুদ্ধিদীপ্ত হাস্যৰস তেওঁৰ গল্পৰ প্ৰধান আকৰ্ষণ। কেইটামান গল্পত প্ৰকাশভঙ্গিৰ সংযমতা মন কৰিবলগীয়া। মৃদু ব্যঙ্গৰ প্ৰয়োগে কথন-ভঙ্গি অধিক ৰসাল কৰি তুলিছে। 'মৰা ঘোঁৰা', 'পৰ্বতৰ টিঙৰ বঙলা ঘৰ', 'দ্বিতীয় পক্ষ' আদি গল্পত ইন্দ্ৰিয়াসক্তিৰ ৰূপ মধুৰ ভাষাৰে প্ৰকাশ কৰা হৈছে।

**ত্ৰৈলোক্য নাথ গোস্বামী** ( ১৯০৬–১৯৮৮ ) :— 'আৱাহন'ৰ সমাজ-সচেতন গল্পলেখক সকলৰ ভিতৰত ত্ৰৈলোক্য নাথ গোস্বামী অন্যতম। গোস্বামীৰ গল্পত সমাজৰ অন্যায়-অবিচাৰৰ দ্বাৰা পীড়িত চৰিত্ৰৰ প্ৰতি সহানুভূতি প্ৰকাশ পাইছে। সামাজিক প্ৰথাৰ গোঁড়ামিৰ ফলত ব্যক্তি-জীৱনলৈ নামি অহা করুণ পৰিস্থিতি তেওঁৰ গল্পত চিত্ৰিত হৈছে। 'পতিত আৰু পতিতা', 'জাৰজ', 'দৰিদ্ৰৰ বিনন্দি' আদি বহুতো গল্প ইয়াৰ উল্লেখযোগ্য নিদৰ্শন। সমাজৰ অন্ধ সংস্কাৰৰ প্ৰতি লেখকৰ বিদ্বেষ গল্পসমূহত ফুটি উঠিছে। অৱশ্যে, তাক উপেক্ষা কৰিব পৰা বিদ্ৰোহী বা বলিষ্ঠ মনৰ পৰিচয় তেওঁৰ গল্পত নাই। সামাজিক বাধা-বিধিনিৰ সমুখত তেওঁৰ চৰিত্ৰসমূহ ভাগি পৰা দেখা যায়। মহাযুদ্ধৰ সময়ত সামাজিক জীৱনত উদ্ভৱ হোৱা সৰু-বৰ সমস্যাৰ বাস্তৱ ৰূপায়ণৰ চেষ্টা তেওঁৰ বহুতো গল্পত দেখা যায়। সৰল আৰু সংযত বৰ্ণনা গোস্বামীৰ গল্পৰ বৈশিষ্ট্য। তেওঁৰ প্ৰকাশিত গল্প সংগ্ৰহ সমূহ হৈছে, 'অকণ' (১৯৪৮), 'মৰীচিকা' (১৯৪৮) 'শিল্পীৰ জন্ম' (১৯৫৭), 'জীৱনৰ ভীয়া জুই' (১৯৭০) আৰু 'গল্প সংগ্ৰহ' (১৯৮৮)।

**ৰাধিকা মোহন গোস্বামী** (১৯০৬-১৯৯১) :— সমাজব্যৱস্থাৰ অসমতাৰ ফলত উদ্ভৱ হোৱা অৰ্থনৈতিক সমস্যাৰ ৰূপ প্ৰতিফলিত হৈছে ৰাধিকা মোহন গোস্বামীৰ গল্পত। গোস্বামীৰ গল্প আৰ্থিক অনাটনত জুৰুলা

বিশেষকৈ নিম্ন মধ্যবিত্ত শ্ৰেণীৰ জীৱনৰ বাস্তৱ ৰূপায়ণ। 'নিয়তি', 'ষ্টেট ট্ৰেন্সপোৰ্ট' আদি গল্পত অভাৱগ্ৰস্ত লোক একোজনৰ করুণ সুৰ ধ্বনিত হৈ উঠিছে। গল্প কেইটাত চৰিত্ৰ-সৃষ্টিৰ প্ৰতি লেখকে বিশেষ মনোযোগ দিয়া দেখা গৈছে। আৰ্থিক অনাটনৰ মাজত ঘাত-প্ৰতিঘাতৰ দ্বাৰা পীড়িত হোৱা চৰিত্ৰৰ মানসিক সংঘাত ভালদৰে পৰিস্ফুট হৈছে। পৰিবেশ সৃষ্টিতো লেখকৰ নিপুণতাৰ পৰিচয় আছে। কিন্তু এনেধৰণৰ উন্নত কৌশলৰ পৰিচয় তেওঁ সকলো গল্পতে দিব পৰা নাই। 'দেৱতাৰ সমাধি' (১৯৮৮) তেওঁৰ গল্প-সংগ্ৰহ।

**বীণা বৰুৱা (বিৰিঞ্চি কুমাৰ বৰুৱা)** (১৯০৮–১৯৬৪) :– বীণা বৰুৱাৰ প্ৰকাশিত দুটি গল্প-সংকলন—'পট-পৰিবৰ্তন' (১৯৪৮) আৰু 'আঘোনী বাই' (১৯৫০) ত দুটা সুকীয়া চিত্ৰ পোৱা যায়। কলেজীয়া ডেকা-গাভৰুৰ প্ৰণয়-সংক্ৰান্ত কাহিনীক লৈ এই গল্পবোৰ ৰচনা কৰা হৈছে। কিন্তু অনুভূতিৰ গভীৰতা ফুটাই তোলাৰ চেষ্টা গল্পসমূহত পৰিলক্ষিত নহয়। তদুপৰি, বাহ্যিক আচৰণৰ ওপৰত গুৰুত্ব দিয়া হেতুকে চৰিত্ৰৰ মানসিক সংঘাত সেইবোৰত পৰিস্ফুট নহ'ল। গাঁৱলীয়া সমাজৰ ৰূপ দিয়াতহে লেখক সিদ্ধহস্ত। 'আঘোনী বাই'ত গ্ৰাম্য জীৱনৰ ছবি পৰিস্কাৰ ভাবে অঙ্কন কৰা হৈছে। এই গল্পসমূহে লেখকৰ সূক্ষ্ম পৰ্যবেক্ষণ ক্ষমতাৰ স্বাক্ষৰ বহন কৰিছে। সৰল আৰু অনাড়ম্বৰ প্ৰকাশভঙ্গিৰে গাঁৱলীয়া বাস্তৱ চৰিত্ৰ অঙ্কন কৰাত আৰু উপযুক্ত গাঁৱলীয়া পৰিবেশ সৃষ্টি কৰাত লেখকৰ কৃতিত্ব ফুটি উঠিছে।

**ৰমা দাশ** (১৯০৯) :— মানুহৰ যৌন কামনা-বাসনাৰ মত্ততা প্ৰকাশ পাইছে ৰমা দাশৰ গল্পত। কল্পনাৰ প্ৰলেপ সানি আকৰ্ষণীয় ভাবে কাহিনী উপস্থাপন কৰাৰ কৌশল দাশে জানে। সাৱলীল প্ৰকাশ ভঙ্গিৰে পাঠকক ভালদৰে মুহিব পৰা ক্ষমতাও তেওঁৰ আছে। কিন্তু বৈচিত্ৰ্যৰ অভাৱে ৰমা দাশৰ গল্পৰ সৌন্দৰ্য হানি কৰিছে। প্ৰায় একেধৰণৰ বিষয়বস্তুৱেই ঠাই পোৱা হেতুকে কলা-সৌন্দৰ্যৰ প্ৰতি সচেতন পাঠকক তেওঁৰ গল্পই আমুৱায়। ত্ৰৈলোক্য নাথ গোস্বামীয়ে ক'বৰ দৰে, ভাল

টেক্‌নিক্ হোৱা সত্ত্বেও আৰু ভাবৰ সংলগ্নতাৰ মাজতো ৰমা দাশৰ তিনিটা বা চাৰিটা গল্প একেলগে পঢ়িলে মনৰ ওপৰত অবৰ্ণনীয় অৱসাদৰ ছাঁ পৰি যায়। চৰিত্ৰক সজাই-পৰাই তোলাৰ দক্ষতা তেওঁৰ আছে; কিন্তু ভাব-বিলাসত উটি গৈ বাস্তৱ পৰিবেশৰ পৰা বহুপৰিমাণে আঁতৰি অহা চৰিত্ৰৰ সমাবেশ তেওঁৰ গল্পত প্ৰায়ে দেখা যায়। দাশৰ তিনিটা গল্পসংগ্ৰহ ওলাইছে — 'ৰমা দাশৰ শ্ৰেষ্ঠ গল্প', 'বৰ্ষা যেতিয়া নামে' (১৯৬৩) আৰু 'জাহ্নৱী' (১৯৬৪)।

**দীননাথ শৰ্মা (১৯১৪-১৯৮৮)**:– 'আৱাহন'ৰ সময়-ছোৱাত প্ৰতিষ্ঠিত হোৱা দীন শৰ্মাই জীৱনৰ দুই-চাৰিটা ঘটনা যথাৰ্থভাবে ৰূপ দিছে তেওঁৰ গল্পত। শৰ্মাৰ গল্পৰ ৰচনা-ৰীতি পোনপটীয়া। অনাড়ম্বৰ ভাবে ঘটনা একোটিক আগুৱাই নিয়াৰ ওপৰতেই তেওঁ বিশেষকৈ চকু ৰখা দেখা যায়। প্ৰাঞ্জল ভাষাৰ যোগেদি পাঠকক আকৰ্ষণ কৰাৰ আগ্ৰহ তেওঁৰ নাই। শৰ্মাৰ ভালেমান গল্প ৰোমাণ্টিক যদিও কিছু সংখ্যক গল্পত তেওঁৰ প্ৰধান লক্ষ্য বাস্তৱধৰ্মী ঘটনা উপস্থাপন কৰা। ঘটনাৰ ওপৰত সৰ্বাধিক গুৰুত্ব দিয়া হেতুকে চৰিত্ৰসমূহৰ মানসিক সংঘাত লেখকে ভালদৰে পৰিস্ফুট কৰিব পৰা নাই। 'দুলাল' (১৯১৫), 'অকলশৰীয়া', 'কোৱা-ভাতুৰীয়া ওখৰ তলত' (১৯৫৫), 'কল্পনা আৰু বাস্তৱ' (১৯৫৫), 'পোহৰ' (১৯৫৯), 'প্ৰেয়সী' (১৯৬৫) আদি কেইবাখনো তেওঁৰ গল্প-পুথি প্ৰকাশিত হৈছে।

এইসকলৰ উপৰিও ডাঃ হেম বৰুৱা, উমা শৰ্মা, কৃষ্ণ ভুঞা, মুনীন বৰকটকী, জমিৰউদ্দিন আহমদ, সুপ্ৰভা গোস্বামী, প্ৰেমনাৰায়ণ দত্ত, ইন্দিৰা গগৈ, হৰিপ্ৰসাদ গোৰ্খাৰায়, গোবিন্দ শৈকীয়া, মোহনলাল চৌধুৰী, হৰেন্দ্ৰ নাথ কলিতা আদি লেখকে এই সময়ছোৱাত গল্পৰ যোগান ধৰিছিল। কিন্তু অনুশীলনৰ অভাৱত তেওঁলোকৰ বহুতৰে প্ৰতিভা সম্পূৰ্ণভাৱে বিকশিত হ'ব নোৱাৰিলে। ডাঃ হেম বৰুৱা, জমিৰউদ্দিন আহমদ, আৰু প্ৰেম নাৰায়ণ দত্তৰ একাধিক গল্প-পুথি প্ৰকাশিত হৈছে। উমা শৰ্মা আৰু সুপ্ৰভা গোস্বামীৰো একোটিকৈ গল্প-সংগ্ৰহ আছে।

## প্ৰবন্ধ আৰু সমালোচনা

আধুনিক অসমীয়া গদ্য ৰীতিৰ বিকাশত প্ৰবন্ধ-সাহিত্যৰ বৰঙণি বিশেষভাবে উল্লেখযোগ্য। চিন্তামূলক আলোচনা আৰু মনোধৰ্মী, ব্যক্তিনিষ্ঠ ৰচনা দুয়োশ্ৰেণীকে প্ৰবন্ধ-সাহিত্যৰ অন্তৰ্ভুক্ত কৰিব পাৰি। 'অৰুনোদই'ৰ পাততে প্ৰবন্ধৰ জন্ম হৈছিল যদিও ভাষা আৰু বিষয়বস্তুৰ ফালৰ পৰা ই পৰিপক্কতা লাভ কৰে 'জোনাকী'ৰ সময়ৰ পৰাহে। 'অৰুনোদই'ৰ প্ৰধান লেখক খৃষ্টিয়ান মিছনেৰীসকলে অসমীয়া ভাষাৰ বাক্যবিন্যাস প্ৰণালী ভালদৰে আয়ত্ত কৰিব নোৱৰা হেতুকে তেওঁলোকৰ ৰচনাত অসমীয়া গদ্য-শৈলীয়ে স্বাভাবিক আৰু বলিষ্ঠ ৰূপ ল'ব পৰা নাছিল। অসমীয়া গদ্যৰ ওজস্বিতা আৰু স্বাভাবিকতা প্ৰকাশ পায় হেমচন্দ্ৰ বৰুৱা আৰু গুণাভিৰাম বৰুৱাৰ হাতত। এই দুজন বাকী আদৰ্শ পুৰুষৰ পাছতেই এই ক্ষেত্ৰত অৰিহণা যোগোৱা কেইজনমান প্ৰবন্ধকাৰৰ নাম ধাউকতে লৈ থ'ব পাৰি। তেওঁলোক হৈছে **ৰত্নেশ্বৰ মহন্ত, কমলাকান্ত ভট্টাচাৰ্য্য** আৰু **লম্বোদৰ বৰা**। 'জোনাকী'ৰ আবিৰ্ভাৱৰ লগে লগে সাহিত্যৰ আন আন শাখাৰ দৰে প্ৰবন্ধ ৰচনাৰো নতুন যুগ আৰম্ভ হ'ল। অসমীয়া ভাষাৰ নিজস্ব বৈশিষ্ট্যৰ প্ৰতি সচেতন হৈ প্ৰবন্ধ ৰচনা কৰিবলৈ এদল লোক ওলাই আহিল। বিষয়বস্তুৰ বিভিন্নতাই আৰু প্ৰকাশভঙ্গিৰ সৌন্দৰ্য্যই প্ৰবন্ধ-সাহিত্যক সমৃদ্ধ কৰি তুলিলে। 'অৰুনোদই'য়ে জন্ম দিছিল কেৱল বস্তুনিষ্ঠ ৰসহীন প্ৰবন্ধৰ, 'জোনাকী'য়ে তাৰ লগতে আদৰি আনিলে ব্যক্তিনিষ্ঠ ৰসাল প্ৰবন্ধক। আধুনিক অসমীয়া কথাশৈলীৰ বিকাশত এই শ্ৰেণী ৰচনাৰ ভূমিকাও কম নহয়। সাহিত্য সমালোচনাৰো দুৱাৰ মুকলি হ'ল 'জোনকী'ৰ সময়ৰ পৰাই। সমালোচনা প্ৰকৃততে ৰোমাণ্টিক সাহিত্যৰে অৱদান। গ্ৰীক দাৰ্শনিক এৰিষ্টটলে বহু পূৰ্বেই সাহিত্য-বিচাৰৰ মানদণ্ড নিৰূপণ কৰিছিল। ইউৰোপীয় সাহিত্যত এৰিষ্টটলৰ প্ৰভাৱ অস্বীকাৰ কৰিব নোৱাৰি। তথাপি তাতো ৰোমাণ্টিক সাহিত্যৰ কালছোৱাতহে সমালোচনাৰ ধাৰা প্ৰৱৰ্ত্তিত হোৱা দেখা যায়। অসমীয়া সাহিত্যতো ইয়াৰ ব্যতিক্ৰম হোৱা নাই।

ইয়াৰ আগতে আমাৰ লেখকসকলে যত্ন আছিল সৃষ্টিধৰ্মী সাহিত্য ৰচনা কৰি অসমীয়া ভাষাৰ আত্মপ্ৰতিষ্ঠাত সহায় কৰাত। সেইটো উদ্দেশ্য আগত ৰাখিয়েই ঠায়ে-ঠায়ে ভাষা-বিষয়ক আলোচনাৰ অৱতাৰণা কৰা হৈছিল। কিন্তু বৈজ্ঞানিক পদ্ধতিৰে সাহিত্য-বিচাৰৰ চেষ্টা চলিল 'জোনাকী'ৰ সময়ৰ পৰাহে। আধুনিক অসমীয়া সাহিত্যৰ আন আন দিশৰ দৰে সমালোচনা-সাহিত্যও গঢ় লৈ উঠে পাশ্চাত্য সাহিত্যৰ প্ৰভাৱত। এই ক্ষেত্ৰত আমাৰ সমালোচকসকল অনুপ্ৰাণিত হৈছিল প্ৰধানকৈ ইংৰাজী সমালোচনা-সাহিত্যৰ আদৰ্শৰে। গতিকে, আমাৰ সমালোচনা-পদ্ধতিত ইংৰাজী সমালোচনা-ৰীতিৰ প্ৰভাৱ স্পষ্ট।

**লক্ষ্মীনাথ বেজবৰুৱাঃ**—অসমীয়া সাহিত্যৰ প্ৰতিটো অঙ্গকেই বেজবৰুৱাই স্পৰ্শ কৰিছিল। থোৰতে ক'বলৈ হ'লে, ভাৰতীয় সাহিত্য সংস্কৃতিত যি নৱজাগৰণে দেখা দিছিল তাৰ ঢৌ অসমত পৰিছিল বেজবৰুৱাৰ জৰিয়তে। কবি আৰু গল্পকাৰ হিচাপেই নহয়, প্ৰবন্ধকাৰ হিচাপেও বেজবৰুৱাৰ নাম সোণোৱালী আখৰেৰে লিখিব লাগিব। বেজবৰুৱা-প্ৰতিভাৰ দুটা দিশ তেওঁৰ প্ৰবন্ধসমূহৰ মাজেদি প্ৰতিফলিত হোৱা দেখা গৈছে—ইয়াৰে কিছুমানত পোৱা যায় ধুহুটীয়া, হাস্যৰসিক বেজবৰুৱাক আৰু আনবোৰত পোৱা যায় চিন্তাশীল, দাৰ্শনিক বেজবৰুৱাক। কৃপাবৰ বৰুৱাক (বৰুৱা পাছত বৰবৰুৱা হয়গৈ) লৈ বেজবৰুৱাই যি হাস্যৰস আৰু ব্যঙ্গৰ সৃষ্টি কৰিলে তাৰ তুলনা বেজবৰুৱাৰ আগে পাছে ক'তো পাবলৈ নাই। ডিকেন্সৰ 'pickwick'ৰ আৰ্হিত গঢ় দিয়া 'কৃপাবৰ' বেজবৰুৱাৰ এক অপূৰ্ব সৃষ্টি। কৃপাবৰক কেন্দ্ৰ কৰি ৰচনা কৰা প্ৰবন্ধবোৰৰ সংগ্ৰহ 'কৃপাবৰ বৰুৱাৰ কাকতৰ টোপোলা' (১৯০৪), 'কৃপাবৰ বৰুৱাৰ ওভতনি' (১৯০৯) আৰু 'বৰবৰুৱাৰ ভাবৰ বুৰবুৰণি' (১৯৫১)। 'বৰবৰুৱাৰ বুলনি' (১৯৬৪) শীৰ্ষক আন এটা সংগ্ৰহো অতুল হাজৰিকাই সম্পাদনা কৰি উলিয়াইছে। এই ৰচনাসমূহৰ বিষয় বস্তু হাড়ে হিমজুৱে অসমীয়া। হাঁহিৰ ছলেৰে বেজবৰুৱাই ইয়াত অসমীয়া জাতীয়চৰিত্ৰৰ আলোচনা কৰিছে, ধেমালিৰ মাজতে বাক্য-বাণ নিক্ষেপ কৰিছে। 'ওভতনি'ত এই

আলোচনা কিছু তীব্ৰ। বেজবৰুৱাৰ জাতীয়তাবাদী মনটো ইয়াত স্পষ্ট-ভাবে ধৰা পৰিছে। 'বুৰবুৰণি'ত সাময়িক বিষয় দুই-এটাক লৈ হাস্যৰসৰ অৱতাৰণা কৰা হৈছে। বেজবৰুৱাৰ নিভাঁজ অসমীয়া কথা-শৈলীয়ে এই আটাইবোৰ ৰচনাকে উপাদেয় কৰি তুলিছে। বাণী-কাকতিৰ কথাৰেই ক'ব পাৰি যে বেজবৰুৱাৰ ৰচনাৰীতি বাজে প্ৰকৃত সাহিত্যিক ৰচনা-ৰীতি স্থান নাইতে অতি বিৰল। গদ্যপ্ৰবন্ধবোৰত বেজবৰুৱাই বৈষ্ণৱ ধৰ্মৰ মাহাত্ম্য প্ৰকাশ কৰিছে। মহাপুৰুষীয় ধৰ্মৰ প্ৰতি থকা বেজবৰুৱাৰ প্ৰবল অনুৰাগ এইবোৰত গভীৰ ৰূপত প্ৰতি-ফলিত হৈছে। 'ভাগৱত কথা' (১৯১৫), 'তত্ত্বকথা' (১৯৩৩), 'The Religion of love and devotion' (১৯৬৮) আৰু 'বাঁহী'ত প্ৰকাশিত 'কৃষ্ণকথা' আদিয়েতেওঁৰ গভীৰ আধ্যাত্মিক চিন্তাৰ পৰিচয় দিয়ে। 'কামত কৃতিত্ব লভিবৰ সঙ্কেত' (১৯০৩) বেজবৰুৱাৰ আন এখনি সক চিন্তামূলক গ্ৰন্থ। প্ৰাঞ্জল প্ৰকাশভঙ্গি বেজবৰুৱাৰ গদ্যৰ ৰচনাসমূহৰো অন্যতম বৈশিষ্ট্য।

বেজবৰুৱা অসমীয়া সমালোচনা-সাহিত্যৰো পথ-প্ৰদৰ্শক। তেওঁৰ 'শঙ্কৰদেৱ' (১৯১১) বৈষ্ণৱ গুৰুজনাৰ জীৱন আৰু সাহিত্যৰ সুন্দৰ সমীক্ষা। 'শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱ' (১৯১৪) আন এখন আলো-চনামূলক গ্ৰন্থ। 'ৰুক্মিণী হৰণ' কাব্যৰ আলোচনা বেজবৰুৱাৰ এক উজ্জ্বল কীৰ্ত্তি। সাহিত্যতত্ত্বৰ আদৰ্শ আগত ৰাখি সমালোচনা কৰাৰ প্ৰয়াস বেজবৰুৱাৰ ৰচনাতেই পোন প্ৰথমে দেখুৱা পাৰে। তেওঁৰ সমা-লোচনা যাইকৈ পৰিচয়মূলক। বিষয়বস্তুৰ ভিতৰলৈ বেজবৰুৱাই বৰকৈ প্ৰৱেশ কৰা নাই।

**সত্যনাথ বৰা** (১৮৬০-১৯৬২) :— সত্যনাথ বৰাৰ ৰচনা নিভাঁজ অস-মীয়া গদ্যৰীতিৰ উল্লেখনীয় নিদৰ্শন। অতুল্য হাঁচৰ প্ৰয়োগ আৰু সং-যত প্ৰকাশভঙ্গি বৰাৰ ৰচনাৰ বিশেষত্ব। 'সাহিত্য বিচাৰ' (১৯৮০), 'সাৰথি' (১৯১৫), 'চিন্তাকলি' (১৯১৭),- এই তিনিখন তেওঁৰ চিন্তা-শীল পুথিত যুক্তি-চিন্তাতকৈ ভাষাৰ এই দিশটোহে অধিক লক্ষণীয় বিষয়। 'সাহিত্য-বিচাৰ'ত সাহিত্য আৰু সাহিত্যৰ বিভিন্ন শাখাৰ সাধা-

ৰণ লক্ষণসমূহ অতি সহজ-সৰল ভাবে আলোচনা কৰা হৈছে। অসমীয়াত ৰচনা কৰা এই বিষয়ক পুথি এইখনেই প্ৰথম। ভাষাৰ বিশুদ্ধতাৰ প্ৰতি ৰবা বৰ সজাগ। ভাষাৰ প্ৰতি অধিক সচেতনতাই তেওঁৰ ৰচনাৰ সৌন্দৰ্য্যত কেতিয়াবা বাধা নজন্মোৱাকৈয়ো থকা নাই। সমাজ-সংস্কাৰ কৰাৰ মনোভাবেৰে লিখা 'কেম্প্ৰসভা' (১৯২৯) তেওঁৰ হাস্যৰসাত্মক পুথি। ইয়াৰ মাজেদি সমাজৰ কিছুমান ৰীতি-নীতিক ইয়াত ব্যঙ্গ কৰা হৈছে। কিন্তু ব্যঙ্গৰ আঘাত ক'তো তীব্ৰ নোহোৱাত হাস্যৰস পৰিবেশনত বাধা জন্মা নাই। বিষয়বস্তুৰ ফালৰপৰা ৰবাৰ সাহিত্যবাজিৰ মূল্য আজি কমিলেও বিশুদ্ধ অসমীয়া-লেখক হিচাপে অসমীয়া সাহিত্যত তেওঁৰ এখনি আসন সদায়ে থাকিব।

**পদ্মনাথ গোহাঞিবৰুৱা :** অসমীয়া বৈশিষ্ট্যপূৰ্ণ গদ্য-ৰীতিৰ চানেকি হিচাপে গোহাঞিবৰুৱাৰ ৰচনা মন কৰিবলগীয়া। অসমীয়া ভাষা-প্ৰতিষ্ঠাৰ কাৰণে শুদ্ধ অসমীয়া লিখাৰ প্ৰচেষ্টা গোহাঞিবৰুৱাই সাহিত্যিক জীৱনৰ আৰম্ভণিৰে পৰা ধৰি আহিছিল। এই উদ্দেশ্যৰ প্ৰতি সচেতন হৈ আগবঢ়া গোহাঞিবৰুৱাৰ গদ্য ৰচনাত চুটা সুৰ লক্ষ্য কৰা যায়। আদিভাগত ৰচিত পাঠ্যপুথি আৰু উপন্যাসৰ গদ্য সৰল আৰু অনাড়ম্বৰ আৰু ভাটি বয়সত ৰচনা কৰা ধৰ্মগ্ৰন্থ 'শ্ৰীকৃষ্ণ' (১৯৩০) আৰু 'গীতাসাৰ' (১৯৩৫)ৰ গদ্য গহীন আৰু গতিশীল। তিনিটা খণ্ডত প্ৰকাশিত 'শ্ৰীকৃষ্ণ'ত শ্ৰীকৃষ্ণক এক ঐতিহাসিক ব্যক্তিৰূপে বৰ্ণনা কৰা হৈছে। বুৰঞ্জীৰ ভেটিত গোহাঞিবৰুৱাই শ্ৰীকৃষ্ণৰ চৰিত্ৰ বিশ্লেষণ কৰিছে। ভাষাৰ সৌন্দৰ্য্য আৰু সংযমৰ ফালৰ পৰা অসমীয়া সাহিত্যত ই এক অনুপম সৃষ্টি। অসমীয়া গদ্য-শৈলীৰ ই উৎকৃষ্ট নিদৰ্শন। 'গীতাসাৰ' সংস্কৃত গীতাৰ অনুবাদ। এই গ্ৰন্থয়ো গোহাঞিবৰুৱাৰ বৈশিষ্ট্যপূৰ্ণ মৌলিক গদ্য-ৰচনাৰ পাৰদৰ্শিতাৰ কথা সূচায়।

**হেমচন্দ্ৰ গোস্বামী আৰু কনকলাল বৰুৱা :** (১৮৭২-১৯৮০)ৰ বুৰঞ্জী-মূলক প্ৰবন্ধসমূহ অসমৰ ঐতিহাসিক চৰ্চাৰ নিৰ্ভৰযোগ্য সম্বল। পুৰণি পুথিৰ বিষয়ে এওঁলোকে কৰা আলোচনা আৰু শিলালিপি, শিল্পকলা আৰু প্ৰাচীন মঠ-মন্দিৰৰ বিষয়ে প্ৰয়োজনে লিখা প্ৰবন্ধসমূহো লেখত লবলগীয়া

সম্পদ। বৈজ্ঞানিক দৃষ্টিভঙ্গি দুয়োৰে ৰচনাৰ বিশেষত্ব। অসমীয়া ভাষাৰ প্ৰসাৰতাৰ কাৰণে আৰু অসমৰ প্ৰাচীন গৌৰৱ উদ্ধাৰৰ বাবে হেমচন্দ্ৰ গোস্বামীয়ে কৰা চেষ্টা সৰ্বজন বিদিত। 'উষা' আৰু 'জোনাকী'ত গোস্বামীয়ে অসমীয়া ভাষা সম্পৰ্কীয় ভালেমান প্ৰবন্ধ লিখিছিল। গেইটৰ 'অসম বুৰঞ্জী'ৰ বহুতো সমল সংগ্ৰহ কৰি দিছিল গোস্বামীয়েই। কামৰূপ অনুসন্ধান সমিতিৰ বিশেষ বিষয়া ৰূপে গোস্বামীয়ে ১৫২ খন প্ৰাচীন অসমীয়া পুথি আৰু ৭৭ খন সংস্কৃত পুথি সংগ্ৰহ আৰু সম্পাদনা কৰে সংগৃহীত পুৰণি পুথি সমূহৰ বিস্তৃত তালিকাখনৰ নাম, 'A Descriptive catalogue of Assamese manuscripts' (১৯১৭)। এওঁ সংগ্ৰহ আৰু সম্পাদনা কৰা 'অসমীয়া সাহিত্যৰ চানেকি' (১৯২২) এক সুবৃহৎ গ্ৰন্থ। অসমীয়া সাহিত্যক ৩টা যুগত ভাগ কৰি প্ৰত্যেক যুগৰ সাহিত্যৰ বাছনি এই গ্ৰন্থত সন্নিবিষ্ট কৰা হৈছে। ইয়াৰউপৰিও 'দৰং ৰাজবংশাৱলী', 'পুৰণি অসম বুৰঞ্জী' আৰু 'কথা-গীতা' আদি গোস্বামীয়ে সম্পাদনা কৰি উলিয়ায়। গোস্বামীৰ ভাষা নিমজ আৰু নিৰ্ভাঁজ। সহজে বুজিব পৰাকৈ দীঘলীয়া বাক্যৰ মেৰপাক তেওঁৰ ৰচনাত নাই। বৰুৱাৰ 'Early History of Kamrupa' (১৯৩৩) বুৰঞ্জীৰ দিশত এক উল্লেখযোগ্য অৱদান। প্ৰাচীন কামৰূপৰ বিস্তৃত আৰু তথ্যপূৰ্ণ সমল থকা বুৰঞ্জী এইখনেই। 'জোনাকী', 'উষা', 'বাঁহী' আৰু 'Journal of the Assam Research society'ত বৰুৱাৰ প্ৰবন্ধ সিঁচৰতি হৈ আছে।

**গুণাভিৰাম ফুকন আৰু জ্ঞানদাভিৰাম বৰুৱা :** (১৮৮০-১৯৫৫)ৰ মধুৰ প্ৰকাশভঙ্গি তেওঁলোকৰ ৰচনাৰ আকৰ্ষণৰ ঘাই কাৰণ। ফুকনৰ 'যৌনতত্ত্ব' আৰু 'চিকাৰ কাহিনী'ৰ সৰস কথন-ভঙ্গিয়ে বিষয়বস্তুৰ চমৎকাৰিত্ব দুগুণে বৃদ্ধি কৰিছে। বিষয়বস্তুৰ ফালৰ পৰাও এইবোৰ অসমীয়া সাহিত্যত একেবাৰে নতুন ৰচনা। বৰুৱাৰ 'বিলাতৰ চিঠি' (১৯০৯) অসমীয়া সাহিত্যত প্ৰথম ভ্ৰমণকাহিনীৰ পুথি। লণ্ডন ভ্ৰমণৰ ই এক ৰসোত্তীৰ্ণ বৰ্ণনা। ৰচনাৰ মাজত পাঠকক বুৰাই ৰাখিব পৰা ক্ষমতা দুয়োজন লেখকৰে আছে।

**নীলমণি ফুকন :** ওজস্বী গদ্য-ৰচক হিচাপে নীলমণি ফুকনৰ এখন আসন আছে। তাঁৰ মনগাকৈ অন্তৰ খুলি নিজকে প্ৰকাশ কৰাৰ কাৰণে গদ্যাই

ফুকনৰ উপযুক্ত মাধ্যম। ফুকনৰ বলিষ্ঠ আৰু গহীন প্ৰকাশভঙ্গিয়ে তেওঁৰ ব্যক্তিত্ব প্ৰতিফলিত কৰে। 'চিন্তামণি' (১৯৪২) তেওঁৰ বস্তুনিষ্ঠ প্ৰবন্ধৰ পুথি। 'সাহিত্য-কলা' (১৯৪০)ত কলাৰ সৌন্দৰ্যসাধক হিচাপে ফুকনে সাহিত্যৰ বিচাৰ কৰিছে। দুয়োখনতে লেখকৰ চিন্তাশক্তি আৰু নিজস্ব দৃষ্টিভঙ্গিৰ পৰিচয় আছে। তেওঁৰ আন এখন গদ্যৰ পুথি 'জয়াতীৰ্থ' (১৯৪১)। জ্ঞাননাথ বৰাৰ 'অসমত বিদেশী', 'যুগতত্ত্ব', 'নতুন জগত' চিন্তাশীল ৰচনা। সাময়িক কেইটিমান সমস্যা এইবোৰত চালি-জাৰি চোৱা হৈছে। 'পুৰণি অসমীয়া সাহিত্য' আৰু 'আধুনিক অসমীয়া সাহিত্য'ত সাহিত্য বিষয়ক আলোচনাই ঠাই পাইছে।

**অম্বিকাগিৰী ৰায়চৌধুৰী** : নিজৰ দেশ আৰু জাতিৰ উন্নতিৰ চিন্তাত ডুব গৈ থকা ৰায়চৌধুৰীৰ চিন্তাধাৰা আৰু ৰচনাভঙ্গি স্বকীয় বৈশিষ্ট্যৰে উজ্জ্বল। আন কোনো লেখকৰ সৈতে তেওঁৰ প্ৰকাশভঙ্গিৰ মিল নাই। জাতীয় চিন্তাত যিদৰে তেওঁ আনক অনুসৰণ নকৰে, শব্দ-বাছনি আৰু বাক্যবিন্যাসতো সেইদৰে তেওঁ আনৰ ওচৰত ধৰুৱা নহয়। আৱশ্যক অনুযায়ী নিজে সজাই লোৱা শব্দইহে ৰায়চৌধুৰীৰ অন্তৰৰ ভাৱ আজুৰি আনিব পাৰে। ৰায়চৌধুৰীৰ প্ৰতিটো বাক্যতেই ভূমিকম্পৰ জোকাৰণি অনুভৱ কৰা হয়। হৃদয়ৰ আকুল আবেগ আন্তৰিকভাৱে উজাৰি দিয়া তেওঁৰ ৰচনা কাব্যিকধৰ্মী, কিন্তু ভাৱ সুৰ কঠোৰ আৰু পুৰুষসুলভ। 'শতধাৰ' (১৯২৩), 'ডেকা-ডেকেৰীৰ বেদ' (১৯৪১) আৰু 'আহুতি' (১৯৫৩)ত সন্নিবিষ্ট প্ৰবন্ধসমূহৰ উপৰিও 'আসাম বান্ধৱ' আৰু 'চেতনা'ত প্ৰকাশিত ৰায়চৌধুৰীৰ অলেখ প্ৰবন্ধ আছে। তেওঁৰ ৰাজনৈতিক চিন্তাধাৰা, শক্তিশালী দেশ আৰু জাতি-গঠনৰ আঁচনিসমূহ আৰু জাতীয় স্বাৰ্থ ৰক্ষাৰ কাৰণে তেওঁৰ বুকুৰ পোৰণি এইবোৰত ব্যক্ত কৰা হৈছে। এইবোৰে তেওঁৰ বিপ্লৱী মন, অকৃত্ৰিম স্বদেশ-প্ৰীতি আৰু বিশ্ব-মানৱতাবোধৰ পৰিচয় বহন কৰিছে। অসম তথা ভাৰতৰ যুৱক-যুৱতীৰ কাৰণে এইবোৰ বেদমন্ত্ৰস্বৰূপ।

**বাণীকান্ত কাকতী** (১৮৯৪-১৯৫২) : সমালোচক আৰু প্ৰবন্ধকাৰ হিচাপে বাণীকান্ত কাকতিয়ে আগৰচোৱা এবছৰি যুগজয়ী হৈ আছে।

অসমীয়া সাহিত্যত বৈজ্ঞানিক পদ্ধতিৰ গভীৰ সমালোচনাৰ অৱতাৰণা কৰে কাকতিয়ে। কাকতিৰ আগতে ৰচিত দুই-এখন প্ৰকৃত সমালোচনামূলক দৃষ্টিভঙ্গি পৰিলক্ষিত হ'লেও সমালোচকৰ উদ্ভাৱনী শক্তি, অধ্যয়নপুষ্ট অনুসন্ধানী আৰু ৰসজ্ঞ মনৰ পৰিচয় তাত ভালদৰে পৰিস্ফুট হোৱা নাছিল। সেই কালৰ পৰা বাণীকান্ত কাকতিক আমাৰ সমলোচনা সাহিত্যৰ অগ্ৰদূত বুলি ক'ব পাৰি। পুৰণি আৰু আধুনিক অসমীয়া সাহিত্যৰ বিভিন্ন বিষয়ত বহুতো নতুন কথাৰ সন্ধেদ দি তেওঁ আমাক সত্য-সন্ধানৰ পথত আগুৱাই লৈ গ'ল। সাধাৰণ বিচাৰ-বুদ্ধিয়ে ঢুকি নোপোৱা বহুতো কথাকেই তেওঁ ৰমণীয়ভাৱে পাঠকৰ আগত উপস্থাপিত কৰিবলৈ সক্ষম হ'ল। সূক্ষ্ম বিশ্লেষণী শক্তি, চিত্ৰধৰ্মী আৰু সংযত প্ৰকাশভঙ্গি, জাতীয় সাহিত্য আৰু সংস্কৃতিৰ প্ৰতি গভীৰ অনুৰাগ আৰু পাশ্চাত্য সাহিত্যৰ বিশাল অধ্যয়ন আদিয়ে তেওঁক এই ক্ষেত্ৰত সহায় কৰিছিল আৰু প্ৰেৰণা দিছিল। অৱশ্যে, কিছু কিছু ক্ষেত্ৰত তেওঁৰ সমালোচনা পৰিচয়মূলক আৰু প্ৰশংসাপৰ হৈয়ে থাকিল। 'পুৰণি অসমীয়া সাহিত্য' (১৯৪০), 'কলিতা জাতিৰ ইতিবৃত্ত' (১৯৪৩), 'সাহিত্য আৰু প্ৰেম' (১৯৪৮), 'পুৰণি কামৰূপৰ ধৰ্মৰ ধাৰা' (১৯৫৫), 'Mother Goddess kamakhya' (১৯৪৮), 'Bishnuite myths and legends', 'Life and teachings of Sankardev' আদি প্ৰকাশিত পুথিৰ উপৰিও আলোচনী কাকতত সন্নিবিষ্ট পাতনিয়ে আৰু আলোচনীৰ পাতত এতিয়াও পৰি থকা প্ৰবন্ধসমূহে কাকতিৰ অধ্যয়নপুষ্ট মন আৰু বিচক্ষণ বিচাৰ-বুদ্ধিৰ পৰিচয় দিয়ে। তেওঁৰ দ্বাৰা সম্পাদিত 'Aspects of Early Assamese Literature' (১৯৫৩) য়ে পুৰণি অসমীয়া সাহিত্যৰ বিভিন্ন দিশত পোহৰ পেলাইছে। অসমীয়া ভাষাৰ নিজস্ব বৈশিষ্ট্য অকাট্য যুক্তিৰে প্ৰমাণ কৰি দেখুওৱা তেওঁৰ গৱেষণামূলক গ্ৰন্থ 'Assamese: Its Formation and Development' (১৯৪১)ভাষাতত্ত্বলৈ এক অমৰ দান আৰু অসমীয়া ভাষাৰ কীৰ্ত্তিস্তম্ভ-স্বৰূপ। ইয়াৰ আগতে দেৱানন্দ ভৰালিয়ে (১৮৮৩-১৯৭১) 'অসমীয়া ভাষাৰ মৌলিক বিচাৰ আৰু সাহিত্যৰ চানেকি' (১৯১২) আৰু কালিৰাম মেধিয়ে

(১৮৮০-১৯৫৪) অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব' (১৯৩৬) ত প্ৰথম ভাষা-বিষয়ক আলোচনাৰ সূচনা কৰিছিল যদিও বৈজ্ঞানিক পদ্ধতিত অসমীয়া ভাষাৰ তথ্যপূৰ্ণ আৰু পূৰ্ণাঙ্গ আলোচনা এয়ে প্ৰথম।

**সূৰ্য্যকুমাৰ ভূঞা** (১৮৯৪-১৯৬৪) **:** বুৰঞ্জীমূলক প্ৰবন্ধৰ লেখক হিচাপে সূৰ্যকুমাৰ ভূঞা সুপৰিচিত। পুৰণি পুথিৰ পাত লুটিয়াই উদ্ধাৰ কৰা তথ্যপাতিৰ সহায়ত একোটা যুগক জীৱন্তভাৱে ফুটাই তুলিবলৈ চেষ্টা কৰাটো অতি কষ্ট-সাধ্য কাম। সেই কাম সফলতাৰে সম্পান্ন কৰিছে সূৰ্যকুমাৰ ভূঞাই। ভূঞাৰ হাতত বহিল্ল উৎসৰ পৰা সংগ্ৰহ কৰা বুৰঞ্জীৰ নিৰস বিষয়বস্তু ৰসাল সাহিত্য-সম্পদত পৰিণত হৈছে। সেইবোৰে যুগ বিশেষৰ ছবি দাঙি ধৰাৰ লগতে জ্বলেমান ঐতিহাসিক চৰিত্ৰক আমাৰ সন্মুখত থিয় কৰাইছে 'আহোমৰ দিন' (১৯১৮), 'কোঁৱৰ বিদ্ৰোহ' (১৯৪৮), 'বুৰঞ্জীৰ বাণী' (১৯৫১), 'ৰমণী গাভৰু' (১৯৫১), 'মিৰজুমলাৰ অসম আক্ৰমণ' (১৯৫৬), 'হৰিচৰ আতা' (১৯৬০), 'লাচিত বৰফুকন' (১৯৭১) আদি অসমীয়াত লিখা পুথি আৰু 'Anglo Assamese Relations 1771—1826' (১৯৪৯), 'Lachit Barphukan and his times' (১৯৪৭), 'Atan Buragohain and his times' (১৯৫৭), 'Studies in the History of Assam' (১৯৬৫) আদিকে ধৰি কেইবাখনো ইংৰাজীত ৰচনা কৰা পুথি ভূঞাৰ বুৰঞ্জী চৰ্চাৰ ফল আৰু সূক্ষ্ম পৰ্যবেক্ষণ ক্ষমতাৰ পৰিচায়ক। সৰল প্ৰকাশভঙ্গি আৰু বিষয়বস্তুৰ আকৰ্ষণীয় নিৰ্বাচন এই বুৰঞ্জীমূলক ৰচনাসমূহৰ জনপ্ৰিয়তাৰ অন্যতম কাৰণ। এই পুথিসমূহৰ উপৰিও ভূঞাই মূল্যবান পাতনি সংযোগ কৰি আৰু আৱশ্যকীয় টিকা-টিপ্পনী দি প্ৰায় দহখনমান পুৰণি বুৰঞ্জী সম্পাদন কৰি উলিয়াইছে। সাহিত্য-সংস্কৃতি বিষয়ক পুথি 'ত্ৰিপদী' (১৯৫৯)ৰ বাহিৰেও তেওঁ লিখা সাহিত্য সম্পৰ্কীয় কেইবাটাও উচ্চ পৰ্যায়ৰ প্ৰবন্ধ আলোচনীৰ পাতত আছে। 'Studies in the Literature of Assam' (১৯৫৬) এই বিষয়ক ইংৰাজীত লিখা কেইটামান প্ৰবন্ধৰ সমষ্টি।

**বেণুধৰ শৰ্মা** (১৮৯৪-১৯৮১)ঃ বুৰঞ্জীৰ শুকান পাতৰ পৰা ৰস চেপি উলিয়াই সাহিত্য-সৃষ্টি কৰোঁতাসকলৰ ভিতৰত বেণুধৰ শৰ্মাৰ স্থান সকলোৰে আগত। সাধাৰণতে বুৰঞ্জীবিদ বুলি প্ৰখ্যাত যদিও শৰ্মাৰ বুৰঞ্জীমূলক ৰচনাসমূহৰ সাহিত্যিক মূল্যইহে পাঠকক অধিককৈ আকৃষ্ট কৰে। শৰ্মাৰ হাতত সাহিত্য আৰু বুৰঞ্জী অভিন্ন হৈ পৰিছে। বুৰঞ্জীৰ পম খেদি খেদি তেওঁ তথ্য সংগ্ৰহ কৰে আৰু উৰলি যোৱা বুৰঞ্জীৰ লাগ-বান্ধ নোহোৱা কথা শৃঙ্খলা লগাই সজীৱ কৰি তোলে। অতীতৰ বুকুত মাৰ যোৱা অসমৰ বহুতো কথাকেই তেওঁ উদ্ধাৰ কৰিছে। পাহৰণিৰ অতল গৰ্ভত পৰি থকা ভালেমান ব্যক্তি তেওঁৰ হাতৰ পৰশত সাৰ পাই উঠিছে। শৰ্মাৰ ৰচনাসমূহৰ এটি প্ৰধান আকৰ্ষণ হ'ল, তেওঁৰ স্বকীয় আৰু বলিষ্ঠ ৰচনা-শৈলী। আনৰ সৈতে তেওঁৰ প্ৰকাশভঙ্গি নিমিলে; ৰোমাণ্টিক উচ্ছ্বাস এটি থাকিলেও তেওঁৰ ভাষা বলিষ্ঠ, পৌৰুষদীপ্ত আৰু দেশৰ মাটিৰ গোন্ধ থকা। থলুৱা অসমীয়া শব্দ আৰু খকৰা ঠাঁচৰ বাক্যাংশ, খণ্ডবাক্য আদিৰ উপযুক্ত প্ৰয়োগ শৰ্মাৰ প্ৰকাশভঙ্গিৰ বিশেষত্ব। ঠাই বুজি তেওঁ গাঁৱলীয়া ৰাইজৰ মুখে মুখে প্ৰচলিত শব্দ, ফকৰা-যোজনা আদি বুটলি লৈছে আৰু প্ৰয়োজন হ'লে নিজে কিছুমান শব্দ সৃষ্টি কৰি লৈছে। শৰ্মাৰ প্ৰকাশিত গ্ৰন্থসমূহৰ ভিতৰত 'সাতাৰন ছাল' (১৯৪৭), 'গঙ্গা-গোবিন্দ ফুকন' (১৯৫০), 'মণিৰাম দেৱান' (১৯৫০), 'দুৰবীণ' (১৯৫১), 'কংগ্ৰেছৰ কাঁচিয়লি ৰ'দত' (১৯৫৯), 'ত্ৰুপৰি', 'অৰ্ঘ্যাৱলী' (১৯৬৪), 'দক্ষিণপাট সত্ৰ' (১৯৬৬), 'ধুল-চন্দন' (১৯৬৯), 'হেমচন্দ্ৰ গোস্বামী' (১৯৭২), 'Rebelion of 1957 vis-a-vis Assam' (১৯৫৮) আৰু সম্পাদিত 'Dr Wade's Account of Assam' (১৯২৭) বিশেষভাবে উল্লেখযোগ্য। এইবোৰৰ উপৰিও শিশু-সাহিত্য আৰু জীৱনী-সাহিত্যৰ অন্তৰ্ভুক্ত কেইবাখনো প্ৰকাশিত পুথি আৰু বিভিন্ন আলোচনীৰ পাতত সিঁচৰতি হৈ থকা অলেখ প্ৰবন্ধ আছে। আলোচনীৰ পাতত প্ৰকাশ পোৱা তেওঁৰ আত্মজীৱনী স্বৰূপ 'মাজিয়াৰ পৰা মেজলৈ'ও নিচেই সৰুকালৰ পৰা এতিয়ালৈকে মনতে সাঁচি থোৱা সকলোবোৰ কথা

ৰসাল ভাবে বৰ্ণনা কৰা হৈছে। শৰ্মাৰ সাহিত্যিক জীৱনৰ কীৰ্ত্তি-স্তম্ভ হৈছে 'মণিৰাম দেৱান'। এই গ্ৰন্থ তেওঁৰ বহুদিনীয়া সাধনাৰ ফল। মণিৰামৰ মহৎ আৰু স্বদেশপ্ৰেম প্ৰকাশ পোৱাৰ লগতে অসমৰ এটা যুগৰ সামাজিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক ইতিহাস ইয়াত প্ৰতিফলিত হৈছে। সাহিত্য অকাদেমিৰ পুৰস্কাৰ লাভ কৰা তেওঁৰ 'কংগ্ৰেছৰ কাচিয়লি ৰ'দত' নামৰ গ্ৰন্থখন অসমৰ এখন সক গৌৰৱ পটভূমিত ভাৰতৰ স্বাধীনতা আন্দোলনৰ উজ্জ্বল আৰু সাৰ্থক প্ৰতিফলন।

**ডিম্বেশ্বৰ নেওগ :** জীৱনৰ আদি ভাগত কবিৰূপে স্বীকৃতি লাভ কৰা নেওগ সাধাৰণতে সমালোচক আৰু গৱেষক হিচাপেহে জনাজাত। নেওগ আছিল অসমীয়া ভাষা-সাহিত্যৰ এজন নিৰ্ভীক সমালোচক। বৈজ্ঞানিক আৰু তুলনামূলক দৃষ্টি-ভঙ্গিৰে তেওঁ সকলোবোৰ কথা বিশ্লেষণ কৰিছিল আৰু নিজৰ সিদ্ধান্তত অলৰ-অচৰ হৈ থাকি খোপনি পুতিছিল। এই আকোৰগোজ মনোভাৱৰ কাৰণে বিশেষকৈ তেওঁৰ শেষতীয়া কিছুমান সমালোচনাত ব্যঙ্গ, শ্লেষ আদি সোমাই পৰিছিল। অসমীয়া সাহিত্যৰ বুৰঞ্জী-প্ৰণেতা হিচাপে নেওগৰ অৱদান চিৰস্মৰণীয়। তেওঁৰ আগতে **দেৱেন্দ্ৰ নাথ বেজবৰুৱাই** 'অসমীয়া ভাষা আৰু সাহিত্যৰ বুৰঞ্জী' (১৯১২) ত অসমীয়া সাহিত্যৰ বিচাৰ কৰিছিল যদিও নেওগৰ হাতততহে সাহিত্যৰ বুৰঞ্জীয়ে বিস্তৃত আৰু অধিক বিজ্ঞান-সম্মত ৰূপ পায়। আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী পোনপ্ৰথমে তেওঁৱেই প্ৰণয়ন কৰে। অসমীয়া সাহিত্যৰ বুৰঞ্জী আৰু অসমীয়া সাহিত্যৰ বিভিন্ন দিশ সম্পৰ্কীয় নেওগৰ সমালোচনামূলক পুথিসমূহ হ'ল, 'আধুনিক অসমীয়া সাহিত্যৰ বুৰঞ্জী' (১৯৩১), 'অসমীয়া সাহিত্যৰ জিলিঙনি' (১৯৩৮) 'অসমীয়া সাহিত্যৰ বুৰঞ্জীত ভুমুকি' (১৯৪০), 'অসমীয়া কথা-প্ৰতিভা' (১৯৫০) 'History of Modern Assamese Literature' (১৯৫৫) 'অসমীয়া সাহিত্যৰ বুৰঞ্জী (১৯৫৭), 'New Light on History of Asamiya Literature' (১৯৬২), 'অসমীয়া সাহিত্যৰ অধ্যয়ন' (১৯৬৪) আৰু 'নতুন পোহৰত অসমীয়া সাহিত্যৰ বুৰঞ্জী' (১৯৬৬)। অসমীয়া ভাষাতত্ত্বৰ ক্ষেত্ৰতো নেওগে নিজৰ মত দাঙি ধৰিছিল। অসমীয়া

ভাষাৰ উৎপত্তিৰ সংক্ৰান্তত ডঃ সুনীতি কুমাৰ চেটাৰ্জী আৰু ডঃ বাণীকান্ত কাকতীয়ে আগবঢ়োৱা যুক্তি তেওঁ গ্ৰহণ কৰা নাই। অসমীয়া লিপিৰ স্বতন্ত্ৰতাও তেওঁ প্ৰতিপন্ন কৰি গৈছে। অসমীয়া ভাষা আৰু লিপি সম্পৰ্কীয় নেওগৰ উল্লেখযোগ্য পুথি হ'ল 'শুধ অসমীয়া' (১৯৪৩), 'অসমীয়া ভাষা আৰু লিপিৰ কাহিনী' (১৯৫২), The origin and growth of the Asamiya Language' (১৯৬৪)। বৈষ্ণৱ ধৰ্ম আৰু অসমীয়া সংস্কৃতিৰ ক্ষেত্ৰত নেওগৰ পাণ্ডিত্যপূৰ্ণ আলোচনা সৰ্বজনবিদিত। এই বিষয়ক তেওঁৰ গ্ৰন্থসমূহ হ'ল, 'বৈষ্ণৱ ধৰ্মৰ আঁতিগুৰি' (১৯৪০), 'বৈষ্ণৱ ধৰ্মৰ ক্ৰমবিস্তাৰ' (১৯৪৩), 'বৈষ্ণৱ ধৰ্মৰ ভক্তিতত্ত্ব' (১৯৪৪), 'Introduction to Assam' (১৯৪৭), 'প্ৰাকঐতিহাসিক অসম' (১৯৪৭), 'Mahapurushiyaism—a Universal Religion' (১৯৫০), 'Jagatguru Sankardev' (১৯৬২), আৰু 'যুগ-নায়ক শঙ্কৰদেৱ' (১৯৬৬)। 'যুগ-নায়ক শঙ্কৰদেৱ'ত নেওগে প্ৰাচ্যজগতত ধৰ্মৰ ক্ৰমবিকাশ, উত্তৰ ভাৰতত নৱজীৱনৰ স্পন্দন, শঙ্কৰদেৱৰ প্ৰচাৰিত ধৰ্মনীতি, সমাজগঠনত শঙ্কৰদেৱ, মহাপুৰুষীয়া ধৰ্মৰ বিশ্বজনীনতা আৰু ওপচনি - এই কেইটা দিশ গভীৰভাৱে বিশ্লেষণ কৰিছে। ওপৰত উল্লেখ কৰা পুথিসমূহৰ উপৰিও 'বাহী', 'আৱাহন', 'বামধেনু' আৰু বিভিন্ন আলোচনী আৰু বাতৰি কাকতত প্ৰকাশিত নেওগৰ অনেক প্ৰবন্ধ আছে। পুৰণি সংস্কাৰৰ পৰা তেওঁ মুক্ত নহয়। অৱশ্যে, বৈষ্ণৱ সাহিত্যৰ আলোচনাত তেওঁৰ উদাৰতা পৰিলক্ষিত হয়।

**ৰাজ মোহন নাথ ঃ** (১৮৯৯-১৯৬৫) অসমৰ গড়কাপ্তানী বিভাগত ইঞ্জিনিয়াৰ হিচাপে কাম কৰি নাথে পুৰাতত্ত্ব-গৱেষণাত মন দিয়ে। এই বিষয়ক তেওঁৰ ভালেমান মূল্যবান প্ৰবন্ধ সাময়িক আলোচনীত প্ৰকাশ পাইছিল। এই প্ৰবন্ধসমূহৰ উপৰিও নাথে কেইবাখনো পুথি ৰচনা আৰু সম্পাদন কৰিছে। তেওঁৰ ৰচিত পুথিসমূহ হ'ল, 'বীৰ চিলাৰায়' (১৯৪০), 'গৌৰৱময় অসম' (১৯৪৯) আৰু 'The Background of Assamese culture' (১৯৪৮)। সম্পাদিত পুথিসমূহ হ'ল, 'শ্ৰীশ্ৰীশঙ্কৰ দেৱৰ বৰগীত', 'শ্ৰীশ্ৰীমাধৱদেৱৰ বৰগীত', 'কালিয়দমন নাট', দৈত্যাৰি ঠাকুৰৰ

'শ্ৰীশ্ৰীশঙ্কৰদেৱ-মাধৱদেৱৰ চৰিত' আৰু ভক্তি-ৰত্নাকৰ'. পীতাম্বৰ ৰাজ-মেধি ছদ্মনামত কেইখনমান ব্যঙ্গ-পুথিও তেওঁ ৰচনা কৰে।

এই সকলৰ উপৰিও ঐতিহাসিক পুৰাবৃত্ত-ৰচনাত **ৰজনী কুমাৰ পদ্মাপতি** (১৮৬৬-১৯৪৮), **আনন্দ চন্দ্ৰ আগৰৱালা** (১৮৭৪-১৯৩৯) **নকুল চন্দ্ৰ ভূঞা**, **সোণাৰাম চৌধুৰী** (১৮৭০--১৯৪১), **সৰ্বেশ্বৰ শৰ্মা কটকী** (১৮৯২-১৯৪৬) আদিৰ অৱিহণা উল্লেখযোগ্য. এওঁলোকৰ সৰহভাগৰে ৰচনা পুথি আকাৰে প্ৰকাশ পাইছে. আগৰৱালাৰ তত্ত্ব-মূলক প্ৰবন্ধৰ সংখ্যা তুলনাত ওচৰা-ওচৰি। কটকীয়ে অসমৰ পুৰণি শিল্প-কলা স্থাপত্য আৰু ভাস্কৰ্য্য বিষয়ক ভালেমান প্ৰবন্ধ, কেইবাখনো জীৱনী আৰু 'অসমীয়া প্ৰাচীন লিপি' নামৰ এখন পুথি প্ৰকাশ কৰাৰ উপৰিও বহুত প্ৰাচীন পুথি আৰু আপুৰুগীয়া সম্পদ উদ্ধাৰ কৰে। **হৰমোহন দাস**ৰ ধৰ্ম আৰু সাহিত্যতত্ত্ব বিষয়ক আলোচনা ভালেখিনি আছে। তেওঁৰ সাহিত্য-পুথি 'সাহিত্য তত্ত্ব' (১৯২৯)ৰ, নাম এই প্ৰসংগত ল'ব পাৰি।

**কৃষ্ণকান্ত সন্দিকৈ** (১৮৯৮-১৯৮২)য়ে 'চেতনা' আৰু 'আৱাহন' আলোচনীৰ পাততলিখা কেইটামান উচ্চখাপৰ সমালোচনামূলক প্ৰবন্ধত বিশ্বৰ ভিন্ ভিন্ ঠাইৰ সাহিত্যৰ আভাস দিছে এইবোৰত লেখকৰ নিমজ, স্বকীয় ৰচনাশৈলীৰ ছাপ আছে।

## জীৱনী—সাহিত্য

বৈষ্ণৱ সাহিত্যৰ অন্তৰ্গত চৰিত-পুথিয়ে জীৱনী-সাহিত্যৰ প্ৰাচীনত্বৰ কথা সূচায় যদিও সত্ৰীয়া পৰিবেশত ৰচিত চৰিত-পুথি আৰু আধুনিক জীৱন-চৰিতৰ মাজত যথেষ্ট পাৰ্থক্য দেখা যায়। চৰিত-পুথিসমূহ ৰচনা কৰিছিল মহাপুৰুষসকলৰ শিষ্য-প্ৰশিষ্যসকলে আৰু গুৰুৰ মহত্ত্ব প্ৰতিপন্ন কৰি দেখুওৱাটোৱেই তেওঁলোকৰ উদ্দেশ্য আছিল। শ্ৰীকৃষ্ণৰ মহিমা প্ৰচাৰ কৰাই যিদৰে বৈষ্ণৱ সাহিত্যৰ লক্ষ্য আছিল, সেইদৰে গুৰুৰ গুণানুকীৰ্তন কৰি মানুহৰ মনত ভক্তি আৰু শ্ৰদ্ধাৰ সঞ্চাৰ কৰা-

টোৱে চৰিত-পুথিৰো লক্ষ্য আছিল; শিষ্যসকলে গুৰুক অৱতাৰী পুৰুষৰূপে গণ্য কৰিছিল আৰু সেইকাৰণে, গুৰুসকলৰ জীৱন-চৰিতত ঠায়ে ঠায়ে অতিমানৱীয় আৰু অলৌকিক কাৰ্য্যকলাপে ঠাই পাইছিল। মুঠতে, সত্ৰীয়া মণ্ডলত ৰচনা কৰা চৰিত-পুথিসমূহত মহাপুৰুষসকলৰ আদৰ্শাত্মক ছবি একোটি অঙ্কন কৰা হৈছিল। অৱশ্যে, এনে কিছুমান চৰিত-পুথি আছিল যিবোৰত কোনো লোকৰ জন্মৰ পৰা মৃত্যুলৈকে সকলোবোৰ কথা একেলগে লিপিবদ্ধ কৰা হৈছে। যিহেতু এইবোৰ চৰিত-পুথি সমূহক প্ৰকৃত অৰ্থত জীৱনী আখ্যা দিব নোৱাৰি। ইউৰোপৰ মধ্য-যুগত খৃষ্টান ধৰ্ম-গুৰুসকলক লৈ ৰচিত হেগিওগ্ৰাফীৰ লগতহে এইবোৰৰ মিল আছে। জীৱন-চৰিত লিখাৰ দৃষ্টিভঙ্গি বৰ্ত্তমানে সলনি হৈছে আৰু চৰিত-পুথিৰ কোনোটো পদ্ধতিয়েই আধুনিক কালত গ্ৰহণযোগ্য নহয়। নায়ক-কৰ জীৱনৰ সকলোবোৰ ঘটনাই যে জীৱন-চৰিতত থাকিব লাগিব, সেইটো নহয় অথবা, নায়কৰ মহত্ত্ব-প্ৰকাশক কিছুমান ঘটনাৰ অৱতাৰণা কৰিলেই যে ভাল জীৱনী এখন হ'ব, তেনে কথাও নাই। জীৱনীও একপ্ৰকাৰ কলাত্মক সৃষ্টি আৰু তাৰ বাবে বাছনিৰ প্ৰয়োজন। গতিকে, নায়কৰ জীৱনৰ পৰা আৱশ্যক অনুযায়ী ভাল-বেয়া সৰু-বৰ কিছুমান ঘটনা নিৰ্বাচিত কৰিলে নায়কৰ ব্যক্তিত্ব জীৱন্তভাবে ফুটাই তুলিব পৰাটোৱেই আধুনিক জীৱন-চৰিতৰ মূল কথা। নায়কৰ জীৱনৰ লগতে সেই যুগটোৰ এটা আভাসো জীৱনীকাৰে দিব পাৰিব লাগে। বিংশ শতিকাত নায়কৰ জীৱনৰ দুই-এটা কথাৰ পৰা মনস্তত্ত্বৰ সহায়ত লিখা মনস্তাত্বিক জীৱনী আৰু কলাৰ সৌন্দৰ্য তথা সুখপাঠ্যতাৰ ওপৰত গুৰুত্ব দি সমালোচনা-মূলক দৃষ্টিভঙ্গিৰে ৰচনা কৰা নতুন জীৱনীয়ে বিকাশ লাভ কৰিছে। নতুন জীৱনীত নায়কৰ জীৱনৰ দুই-চাৰিটা ঘটনাৰ আলম লৈ কল্পনাৰ ৰহণ সনা হয় আৰু জীৱনীখনক উপন্যাসধৰ্মী কৰি তোলা হয়।

জীৱন-চৰিত দুই প্ৰকাৰৰ— আনে ৰচনা কৰা জীৱন-চৰিত আৰু আত্মচৰিত। সত্যনিষ্ঠাই হৈছে দুয়োবিধৰে প্ৰাণ। জীৱনী-লেখকে কোনো পক্ষপাতিত্ব অৱলম্বন নকৰাকৈ নায়কৰ জীৱনৰ মিঠা-কেঁহা সকলো ধৰণৰ কথাকে প্ৰকাশ কৰিব পাৰিব লাগিব। তদুপৰি, সাৰ্থক জীৱনীৰ কাৰণে

নায়কৰ জীৱনৰ সৈতে লেখকৰ ঘনিষ্ঠ সম্বন্ধ থকা দৰকাৰ। নায়কক জেনেই ওচৰৰ পৰা নাজানিলে আৰু তেওঁৰ দৈনন্দিন জীৱনৰ সৰু-সুৰা সকলোবোৰ কথাৰ বুজ নললে প্ৰকৃত মানুহজনক চিনি উলিওৱা টান হৈ পৰে। নিজৰ নিজৰ জীৱনৰ ভাল-বেয়া নাইবা সবলতা-দুৰ্বলতা উভয়কে স্পষ্ট আৰু মুকলিমূৰীয়া ভাবে প্ৰকাশ কৰিব পৰাটোৱেই আত্মজীৱনীৰ মাই কথা। তদুপৰি, সাৰ্থক আত্মজীৱনী একোখন আচলতে একোটা যুগৰ সামাজিক ইতিহাস-স্বৰূপ নায়কৰ জীৱনৰ লগতে তেওঁৰ সময়ৰ সামাজিক, সাংস্কৃতিক আদি বহুতো কথাৰ সন্ধেদ পোৱা যায় এনেধৰণৰ জীৱন-কাহিনীত।

চৰিত-পুথি সমূহৰ কথা এৰিলে গুণাভিৰাম বৰুৱাৰ 'আনন্দ ৰাম ঢেকিয়াল ফুকনৰ জীৱনী' (১৮৮০) অসমীয়া সাহিত্যৰ প্ৰথম জীবনী গ্ৰন্থ। প্ৰাচীন চৰিতকাৰ দুই একোজনৰ নিচিনাকৈ গুণাভিৰাম বৰুৱাই ঢেকিয়াল ফুকনৰ বিষয়ে জনা সকলোবোৰ ঘটনাকেই ইয়াত একালৰ পৰা বৰ্ণাই গৈছে। বেজবৰুৱাই চৰিত পুথিৰ পৰা আৱশ্যকীয় উপাদান সংগ্ৰহ কৰি পোন প্ৰথমে আধুনিক দৃষ্টিভঙ্গিৰে 'শঙ্কৰদেৱ' (১৯১১) আৰু 'শ্ৰীশঙ্কৰ-দেৱ আৰু শ্ৰীমাধৱদেৱ' (১৯১৪) নামৰ আলোচনামূলক জীৱনী দুখন ৰচনা কৰে। গ্ৰন্থ দুখনত মহাপুৰুষদুজনাৰ বিশেষকৈ সাহিত্য আৰু ধৰ্মসম্পৰ্কীয় দিশৰ আলোচন কৰা হৈছে। বেজবৰুৱাৰ পাছত কলাসুলভ দৃষ্টিৰে ৰচিত আন দুখন উল্লেখযোগ্য জীৱন-চৰিত হ'ল, সূৰ্য্যকুমাৰ ভূঞাৰ 'গোপালকৃষ্ণ গোখলে' (১৯১৬) আৰু 'আনন্দৰাম বৰুৱা' (১৯২০)। পুথি দুখনত লেখকৰ নিৰ্বাচন-ক্ষমতাৰ পৰিচয় আছে। 'আনন্দৰাম বৰুৱা'ত নায়কৰ জীৱন-কাহিনী আৰু সাহিত্য-প্ৰতিভা সুন্দৰভাবে দাঙি ধৰা হৈছে। এইকেইখনৰ উপৰি ১৯৪০ চনলৈকে প্ৰকাশিত আন আন জীৱন-আলেখ্যৰ ভিতৰত মহাদেৱ শৰ্মাৰ 'বুদ্ধদেৱ' (১৯১৪) আৰু 'মহম্মদ চৰিত' (১৯২৮), পদ্মনাথ গোহাঞি বৰুৱাৰ দ্বাৰা সম্পাদিত 'জীৱনী-সংগ্ৰহ' (১৯১৫), সৰ্বেশ্বৰ শৰ্মা কটকীৰ 'সত্যনাথ বৰাৰ জীৱন-চৰিত' (১৯১৭) আৰু 'হেমচন্দ্ৰ বৰুৱাৰ জীৱন-চৰিত' হৰেন্দ্ৰ নাথ শৰ্মাৰ 'জোৱান ডাৰ্ক (১৯১৮) আৰু 'কামাল পাছা' (১৯৩১), দণ্ডিনাথ কলিতাৰ 'কৰ্মবীৰ চন্দ্ৰনাথ' (১৯২৪), সূৰ্য্যকুমাৰ ভূঞাৰ 'জোনাকী' (১৯২৭) আৰু 'চানেকি' (১৯২৮), অতুল বৰুৱাৰ 'শৰৎ চন্দ্ৰ গোস্বামীৰ চমু

জীৱনী' (১৯২৯), কমলেশ্বৰ চলিহাৰ 'বিশ্বৰসিক বেজবৰুৱা' (১৯৩৯), গোপীনাথ বৰদলৈৰ 'দেশভক্ত তৰুণৰাম ফুকন' (১৯৪০) আদিৰ নাম উল্লেখ কৰিব পাৰি।

অসমীয়া সাহিত্যত আত্মজীৱনীৰ সংখ্যা কম হ'লেও লক্ষ্মীনাথ বেজবৰুৱা, ৰজনীকান্ত বৰদলৈ, পদ্মনাথ গোহাঞি বৰুৱা, বেণুধৰ ৰাজখোৱা, হিতেশ্বৰ বৰবৰুৱা আৰু জ্ঞানদাভিৰাম বৰুৱাই তেওঁলোকৰ জীৱন-সোঁৱৰণ প্ৰকাশ কৰিছিল। ইয়াৰ ভিতৰত **লক্ষ্মীনাথ বেজবৰুৱাৰ** 'মোৰ জীৱন-সোঁৱৰণ' ( ১৯৪৪ ), **বেণুধৰ ৰাজখোৱাৰ** 'মোৰ জীৱন দাপোণ' (১৯৬৯) আৰু **পদ্মনাথ গোহাঞি** বৰুৱাৰ 'মোৰ সোঁৱৰণী' (১৯৭১) পুথিআকাৰে প্ৰকাশ পাইছে। বিষয় বস্তুৰ অকপট প্ৰকাশ, নিৰপেক্ষ দৃষ্টিভঙ্গি আৰু যুগ-বিশেষৰ প্ৰতিচ্ছবিয়ে এই তিনিখন গ্ৰন্থক প্ৰকৃত আত্মজীৱনীৰ পৰ্য্যায়লৈ তুলিছে। প্ৰকাশভঙ্গিৰ স্বাভাৱিকতা তিনিওখন পুথিৰে সৌন্দৰ্য্যৰ অন্যতম কাৰণ।

পঞ্চম দশকৰ আৰম্ভণিৰে পৰা প্ৰায় মাজভাগলৈকে অসমীয়া সাহিত্যৰ প্ৰবাহ বন্ধ হৈ থাকে। দ্বিতীয় মহাযুদ্ধই সৃষ্টি কৰা অশান্ত পৰিস্থিতিয়েই ইয়াৰ কাৰণ। মহাযুদ্ধৰ প্ৰচণ্ড কোব অসমতো পৰেহি। সাহিত্য-সংস্কৃতিৰ সকলো অনুষ্ঠান বন্ধ হৈ পৰিল। শিল্পসাধনাৰ পৰিবেশ নাইকিয়া হৈ গ'ল। বিদেশী সৈন্যৰ পদধ্বনিত অসমৰ মাটি কঁপি উঠিল। লগে লগে আহিল অৰ্থনৈতিক সংকট আৰু খাদ্যবস্তুৰ লগতে আন সকলো নিত্যাবশ্যকীয় সামগ্ৰীৰ দুষ্প্ৰাপ্য অনটন। এনে দুৰ্যোগত সাহিত্য-চৰ্চা কৰাৰ কথা মনলৈ অনাই টান হ'ল। কাগজ-পত্ৰৰ অভাৱৰ কাৰণে কিতাপ আদি প্ৰকাশো কৰিব নোৱৰা হ'ল। সাহিত্যত এক-প্ৰকাৰৰ নীৰৱতা বিৰাজ কৰিলে। ইয়াৰ মাজতেই সংঘটিত হৈছিল ১৯৪২ৰ গণ-বিপ্লৱ। স্বাধীনতাৰ কাৰণে হোৱা এই জাতীয় জাগৰণেও অৱস্থাৰ বিশেষ একো পৰিবৰ্তন সাধিব নোৱাৰিলে। একালে যুদ্ধৰ বিভীষিকা আৰু আনফালে বিদেশী শাসকৰ দমন-নীতি—এই দুটাৰ মাজত সাহিত্যই মূৰ দাঙিব নোৱাৰিলে। সাহিত্যৰ এই দুৰৱস্থা আঁতৰ কৰাৰ চেষ্টাৰে ভবানন্দ দত্তৰ নেতৃত্বত কেইজনমান প্ৰগতিবাদী যুৱক আগবাঢ়ি আহিল আৰু ১৯৪৩ চনৰ শেষৰফালে এই ডেকাদলটোৰ উদ্যোগত আগৰ 'জয়ন্তী' নামৰ কাকতখনৰ পুনৰ আৱিৰ্ভাৱ হ'ল। 'জয়ন্তী'য়ে এটি নতুন ধাৰা প্ৰৱৰ্তন কৰাৰ চেষ্টা কৰি পূৰ্বৰ ৰোমাণ্টিক আদৰ্শৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিলে। ৰোমাণ্টিক কবিৰ ভাবালুতা আৰু প্ৰেমানুভূতিক উন্মাদনা আখ্যা দি 'জয়ন্তী'ৰ লেখক গোষ্ঠীয়ে সেই কাব্যসকলৰ প্ৰতি তীব্ৰ বিষোদ্গাৰ কৰিলে। বামপন্থী মনোভাৱৰ প্ৰায়

লেখকৰে ৰচনাত পৰিস্ফুট হ'ল। সমাজমুখী, কাল-সচেতন সাহিত্য সৃষ্টি হোৱাৰ সবল সম্ভাৱনা এই লেখকসকলে বহন কৰি আনিলে। ভবানন্দ দত্ত, অমূল্য বৰুৱা, চক্ৰেশ্বৰ ভট্টাচাৰ্য্যৰ কবিতাত ইয়াৰ ইঙ্গিত পোৱা গ'ল। হেমবৰুৱা আৰু নৱকান্ত বৰুৱাৰ কবিতাত ইয়াৰ বিকাশ ঘটিল। বিষয়-বস্তু আৰু কলা-কৌশল উভয়তে বিদ্ৰোহৰ সুৰ স্পষ্ট হৈ উঠিল।

যুদ্ধৰ বিভীষিকা লাহে লাহে আঁতৰ হ'ল। যুদ্ধৰ তিক্ত অভিজ্ঞতাই কবি-সাহিত্যিকক বাস্তৱাভিমুখী কৰি তুলিলে—সামাজিক দায়িত্বৰ প্ৰতি সজাগ কৰি তুলিলে। বিয়াল্লিচৰ গণ-আন্দোলনৰ করুণ পৰিণতিয়েও এই ক্ষেত্ৰত কিছু অৰিহণা যোগালে, ৰোমাণ্টিক সপোনৰ মোহ নাই-কিয়া কৰাত সহায় কৰিলে। মহাযুদ্ধৰ অলপ পাছতেই ভাৰতৰ ভিতৰতে সাম্ৰাজ্যবাদৰ বিৰুদ্ধে চলি থকা আন এখন যুদ্ধৰো অৱসান ঘটিল। ১৯৪৭ চনত ভাৰতে স্বাধীনতা পালে। ভাৰতবাসীৰ বন্দনীয় সাধনা সিদ্ধ হ'ল। কিন্তু অশেষ কষ্ট আৰু ত্যাগৰ বিনিময়ত পোৱা এই স্বাধীনতাই জনগণক সন্তুষ্ট কৰিব নোৱাৰিলে। ৰাজনৈতিক স্বাধীনতা মানুহে পালে সঁচা, কিন্তু সাধাৰণ শ্ৰেণীৰ অৰ্থনৈতিক অৱস্থা অধিক শোচনীয় হ'ল। পুঁজিবাদৰ শোষণত জনসাধাৰণৰ জীৱন জৰ্জৰিত হৈ পৰিল। গতিকে প্ৰচলিত সমাজ ব্যৱস্থাৰ বিৰুদ্ধে তেওঁলোক সংগ্ৰামত লিপ্ত হ'বলৈ বাধ্য হ'ল। স্বাধীনতাৰ পাছত আশানুৰূপভাৱে সামাজিক, অৰ্থনৈতিক ব্যৱস্থাৰ পৰিবৰ্তন নোহোৱাত মানুহৰ মনলৈ হতাশা আহিল আৰু তাৰ প্ৰতিক্ৰিয়া পৰিলক্ষিত হ'ল. স্বাধীনোত্তৰ কালৰ সাহিত্যত লেখকসকলৰ দৃষ্টি নিবদ্ধ হ'ল সামাজিক সমস্যাৰ ওপৰত। ফলত সামাজিক বিষয়বস্তুৱে সাহিত্যত প্ৰাধান্য লভিলে আৰু সমাজ-সচেতনতা স্বাধীনতাৰ পাছৰ সাহিত্যৰ প্ৰধান বৈশিষ্ট্য হৈ পৰিল। স্বাধীনতাৰ পাছত শিক্ষাৰ ক্ষেত্ৰত হ'লে অসম বহুখিনি আগবাঢ়ি গ'ল। শিক্ষা-প্ৰসাৰৰ লগে লগে লেখক-পাঠকৰ সংখ্যা যথেষ্ট পৰিমাণে বৃদ্ধি পালে আৰু বহিৰ্জগতৰ লৈতে ভাৰতৰ পোনপটীয়া সম্পৰ্ক স্থাপন হোৱাত পৃথিৱীৰ বিভিন্ন ঠাইৰ সাহিত্য আৰু সাহিত্যিকৰ পিনে তেওঁলোকে দৃষ্টি নিক্ষেপ কৰিলে। লেখক-পাঠকৰ মানসিক দিগন্ত বহল হ'ল। পশ্চি-

মীয়া প্ৰতীকবাদী, চিত্ৰকল্পবাদী আন্দোলনৰ উপৰিও নন মতবাদ আৰু ভাবধাৰাই সাহিত্যক প্ৰভাৱান্বিত কৰিলে। ফ্ৰয়েডৰ মনস্তত্ত্বই লেখকক চৰিত্ৰবিশ্লেষণৰ নতুন পথৰ সন্ধান দিলে মাৰ্ক্সীয় ভাবধাৰাৰে অনুপ্ৰাণিত হোৱা লেখকসকলে পুঁজিবাদী ব্যৱস্থাৰ অৱসান ঘটাবলৈ বিচাৰিলে। বৰ্তমানৰ সমাজ-ব্যৱস্থাত তেওঁলোক অতৃপ্ত হৈ উঠিল। বিজ্ঞানৰ অগ্ৰগতিয়ে মানস-সত্তাৰ প্ৰকৃতি সলনি কৰিলে। নতুন জীৱনবোধ আৰু মূল্যবোধে দৃষ্টিভঙ্গি আৰু ৰুচিৰ পৰিৱৰ্তন ঘটালে। সমাজৰ জটিলতা ক্ৰমে বাঢ়ি অহাৰ লগে লগে সাহিত্যিকসকলেও জটিল মানসীয় দৃষ্টিভঙ্গি গ্ৰহণ কৰিলে। সমাজ বিৱৰ্তনৰ লগে লগে শিল্পৰ ৰূপ আৰু ৰীতিৰ পৰিৱৰ্তন ঘটিল। নতুন দৃষ্টিভঙ্গি আৰু শিল্পচেতনাই নতুন সাহিত্যৰ জন্ম দিলে। 'পছোৱা' (১৯৫৮), 'ৰামধেনু' (১৯৫১), 'মণিদীপ' (১৯৬০) কে আদি কৰি কেইখনমান আলোচনীৰ প্ৰকাশে নতুন সাহিত্যক জনপ্ৰিয় কৰি তোলাত সহায় কৰিলে। প্ৰকৃততে ১৯৫০ চন মানৰ পৰা অসমীয়া সাহিত্যই নতুনকৈ প্ৰগতিৰ পথত অগ্ৰসৰ হ'বলৈ ধৰে আৰু আলোচ্য এই কালছোৱাত সাহিত্যৰ বিভিন্ন শাখা পৰিপুষ্ট হৈ উঠে। বিশ্ব সাহিত্যত গঢ় লৈ উঠা অস্তিত্ববাদী, এবছাৰ্ড আদি আন্দোলনৰ প্ৰভাৱো অসমীয়া সাহিত্যত ছেগা-চোৰোকাকৈ পৰিলক্ষিত হ'ল। অৱশ্যে, অসমীয়া জনসাধাৰণৰ জীৱনৰ লগত এইবোৰৰ সম্পৰ্ক কিমান, সেইটো বিচাৰ্য্য বিষয়। কিন্তু নতুন নতুন চিন্তাচৰ্চাই যে অসমীয়া সাহিত্যক অনুপ্ৰাণিত কৰিছে, সেই বিষয়ে সন্দেহ নাই। এই সময়ছোৱাৰ ভিতৰতো এটা-এটাকৈ কেইবাটাও ঘটনাই অসমক জোকাৰি যায়। ১৯৬০ চনত ৰাজ্যভাষা অধিনিয়মক লৈ অসমৰ পৰিবেশ বিষাক্ত হৈ পৰে। অসমীয়া ভাষাক ৰাজ্যভাষা কৰা সংক্ৰান্তত অসমত এক অস্থিৰ আৰু উত্তেজনাময় পৰিস্থিতিৰ উদ্ভৱ হয়। ১৯৬২ চনত চীনা সৈন্যই প্ৰবল হেঁচা দিয়ে অসম সীমান্তত। ভাৰতীয় সৈন্যৰ বাধা নেওচি চীনাসকল অসমৰ বুকুলৈ আগুৱাই আহে। ১৯৬৫ চনত পাকিস্তানৰ ভাৰত আক্ৰমণে সমগ্ৰ ভাৰততে অশান্তিৰ সৃষ্টি কৰে। সাহিত্যত এই

যোৰৰ প্ৰতিক্ৰিয়া একেবাৰে নোহোৱাকৈ নাথাকিল যদিও অসমীয়া সাহিত্যৰ বোৱতী সুঁতি নিৰবচ্ছিন্ন ভাবে প্ৰবাহিত হৈ থাকিল।

# কবিতা

আধুনিক প্ৰগতিশীল কবিতাৰ জন্ম হয় নতুন 'জয়ন্তী'ৰ পাতত। অৱশ্যে, 'জয়ন্তী'ৰ আগতে 'আৱাহন'ত প্ৰকাশিত হেম বৰুৱাৰ 'বান্দৰ' কবিতাই নতুনৰ বীজ সিঁচিছিল। বাঁহীত প্ৰকাশিত মহেশ্বৰ নেওগৰ 'অন্তৰা' নামৰ কবিতায়ো অন্ততঃ ছন্দৰ ফালৰ পৰা নতুনৰ আগবতৰা দিছিল। আধুনিক কবিতা বুলিলে বৰ্তমান 'জয়ন্তী'ৰ সময়ৰে পৰা ৰচিত কবিতাকেই বুজা যায়। ৰোমাণ্টিক কবিতাৰ বিষয়বস্তু আৰু কাব্যৰূপৰ বিৰোধিতা কৰি 'জয়ন্তী'ৰ কবিসকলে কাব্য-জগতত এক আলোড়নৰ সৃষ্টি কৰে। ৰোমাণ্টিক কবিৰ আত্মকেন্দ্ৰিক, তৰল হৃদয়াবেগক এওঁলোকে নিন্দা কৰে আৰু ৰোমাণ্টিক কবি-প্ৰসিদ্ধিক কবিতাৰপৰা বিসৰ্জন দিয়ে। ৰোমাণ্টিক কবিৰ বাস্তৱ-বিমুখ ভাবাবেগৰ পৰিবৰ্তে জীৱনৰ প্ৰত্যক্ষ অভিজ্ঞতাৰ পৰা উদ্ভূত সামাজিক চেতনাক এওঁলোকে কবিতাত ঠাই দিলে। ভাবৰ লগে লগে ছন্দৰো পৰিবৰ্তন হ'ল। পূৰ্বৰ মিলযুক্ত ছন্দৰ ঠাইত মুক্তক ছন্দ আৰু স্পন্দিত গদ্যৰ প্ৰয়োগ কৰিলে আঙ্গিক আৰু বিষয়বস্তুৰ এই আমূল পৰিবৰ্ত্তনে কাব্য-জগতত যুগান্তৰ আনিলে। নতুনক বাট এৰি দি ৰোমাণ্টিক কবিতাই লাহে লাহে বিদায়ৰ পটেদি খোজ ল'লে। আচলতে ৰোমাণ্টিক, কাব্যাদৰ্শৰ মাজতেই পতনৰ বীজ সোমাই আছিল। তাতে আকৌ একেবাৰে শেষৰ ফালে অসমীয়া ৰোমাণ্টিক কবিতা অত্যন্ত দুৰ্বল হৈ পৰিছিল। কবিতা বিলাসৰ সামগ্ৰী নহয়। বাস্তৱ অভিজ্ঞতা বিমুখ পলায়নবাদী কবিতাই মানুহক ক্ষন্তেকলৈ আনন্দ দিব পাৰে; কিন্তু সেই কবিতাৰ ভেটি সুদৃঢ় নহয়। সেইকাৰণে দ্বিতীয় মহাযুদ্ধৰ তাণ্ডৱ লীলাই আৰু স্বাধীনতাৰ ঠিক আগে-পাছে হোৱা অৰ্থনৈতিক অৱস্থাই যেতিয়া মানুহক বাস্তৱ অভিজ্ঞতাৰ প্ৰতি সজাগ কৰি তুলিলে, তেতিয়াকৰ ৰোমাণ্টিক স্বপ্ন ভাঙি চূৰমাৰ

কৰিলে, তেতিয়াই ৰোমাণ্টিক কবিতা যাই পথৰ পৰা আঁতৰি যাবলগীয়া হ'ল আৰু সমাজ-সচেতনতাৰ ভিত্তিত ৰচিত কবিতাই তাৰ ঠাই অধিকাৰ কৰিলে। ইয়াৰ ভিতৰতে ৰোমাণ্টিক সুৰ দুই-এজনৰ কবিতাত শুনা গ'ল যদিও নতুন কাব্য-ৰূপৰ পৰশত সিয়ো আগৰ পৰা পৃথক হৈ পৰিল। জয়ন্তীৰ পাতত জন্ম হ'লেও এই কবিলোক প্ৰকৃততে আন্দা হ'ল 'পছোৱা' আৰু যাইকৈ 'ৰামধেনু'ৰ সময়ৰ পৰাহে। 'জয়ন্তী'ৰ কবিসকলৰ কবিতাত সমাজ-চেতনা অতি স্পষ্ট আৰু বলিষ্ঠভাবে প্ৰকাশ পালে সঁচা: কিন্তু জীৱনৰ সামগ্ৰিক ৰূপ তাত পৰিস্ফুট হৈ নুঠিল। তদুপৰি, সমাজ-চেতনাইতো কবিতা বিচাৰৰ একমাত্ৰ অৱলম্বন নহয়। সমাজচেতনাক অনুভূতিৰ সুৰলৈ তুলি ৰসোত্তীৰ্ণ কৰিব পৰাটোহে কবিতাৰ যাই কথা। সেইকাৰণেই কবিতা ব্যঞ্জনাধৰ্মী হোৱা দৰকাৰ। 'জয়ন্তী'ৰ কবিতাত ইয়াৰ অভাব পৰিলক্ষিত হ'ল। সেইবাবে, তাৰে আবেদনো হ'ল সীমিত। পাঠক-হৃদয়ক ই বিশেষভাবে আলোড়িত কৰিব নোৱাৰিলে। 'পছোৱা' আৰু 'ৰামধেনু'ৰ কবিসকলৰ হাততহে আধুনিক বা সাম্প্ৰতিক কবিতাৰ আবেদন বৃদ্ধি পালে। সেয়ে হ'লেও, এই পাছৰ কবিসকলৰ অনুপ্ৰেৰণাৰ উৎস আছিল 'জয়ন্তী'ৰ কবিগোষ্ঠী। গতিকে, আধুনিক কাব্য-আন্দোলনত 'জয়ন্তী'ৰ ঐতিহাসিক মূল্য অস্বীকাৰ কৰিব নোৱাৰি।

আধুনিক কবিতাৰ বিৰুদ্ধে সৰ্বসাধাৰণ পাঠকৰ এটা অভিযোগ হ'ল, ইয়াৰ দুৰ্বোধ্যতা। দুৰ্বোধ্যতাই এই যোৱা সময়ৰ কবিতাৰ প্ৰধান লক্ষণ বুলি কোনো কোনোৱে কয়। এই দুৰ্বোধ্যতাৰ কাৰণসমূহ বিচাৰ কৰি চালেই এটা কথা পোনতে ক'ব পাৰি যে সমাজ জটিল হৈ অহাৰ লগে লগে সাহিত্যও জটিল হৈ পৰিছে। যোৱা কিছু বছৰৰ ভিতৰত মানুহৰ বিশ্বাস আৰু মূল্যবোধত অনবৰত পৰিবৰ্তনে দেখা দিছে। পুৰণি বহুতো বিশ্বাস আৰু ৰীতি-নীতিৰ মৃত্যু ঘটিছে। নতুন চিন্তা-চৰ্চাই জীৱনৰ নতুন নতুন সত্তা উন্মোচন কৰিছে। পদাৰ্থ বিজ্ঞান, নৃতত্ত্ব আৰু মনস্তত্ত্বই চিন্তাৰ সোঁত সলনি কৰি দিছে। ইয়াৰ ফলত গোটেই মানৱ সত্তাটোৱে এক জটিল ৰূপ ধাৰণ কৰিছে। যুগৰ ধৰ্ম অনুযায়ী কবি-সাহিত্যিকসকলেও জটিল দৃষ্টিভংগী গ্ৰহণ কৰিছে আৰু স্বাভাৱিকতে, বিষয়বস্তু পৰিবৰ্তন হোৱাৰ

লগে লগে প্ৰকাশৰীতিৰো পৰিবৰ্তন ঘটিছে। সাম্প্ৰতিক কৱিতা দুৰ্বোধ্য হোৱাৰ এটা প্ৰধান কাৰণ হ'ল, ইয়াৰ আঙ্গিকত দেখা দিয়া অভিনৱত্ব। বিশেষকৈ এই কৱিতা সমূহত কৰা প্ৰচুৰ প্ৰতীকৰ অৱতাৰণাই পাঠকক বিমুখ কৰে। প্ৰতীকবাদ এটি নতুন আন্দোলন নহয় যদিও প্ৰাচীন কৱিতাৰ প্ৰতীক আৰু নতুন কৱিতাৰ প্ৰতীকৰ মাজত যথেষ্ট পাৰ্থক্য আছে। নতুন কৱিতাৰ প্ৰতীক ইঙ্গিতময়, নিৰ্দিষ্ট অৰ্থবোধক নহয়। অসীমৰ ব্যঞ্জনা দিয়াই প্ৰতীকবাদী সকলৰ লক্ষ্য। নিৰ্দিষ্টৰ সহায়েৰে অনিৰ্দিষ্টৰ ইঙ্গিত দিয়াই প্ৰতীকবাদী কবিতাৰ উদ্দেশ্য। লাইকৈ ইংৰাজ কবি এলিয়টৰ যোগেদি ফৰাচী প্ৰতীকবাদী আন্দোলনৰ প্ৰভাৱ আমাৰ কৱিসকলৰ ওপৰত পৰিছে। প্ৰতীকবাদৰ লগতে মানস-চিত্ৰবাদৰ প্ৰভাৱো কৱিতাসমূহত স্পষ্ট। মানস-চিত্ৰবাদী সকলে ভাবে, কবিতা বিজুলীৰ দৰে নিমিষৰ বাবে কৰি হৃদয়ত ই চমকি উঠে। ভাবোচ্ছাসপূৰ্ণ বৰ্ণনাৰ ইয়াত স্থান নাই। হিউম, পাউণ্ড আদি মানস চিত্ৰবাদী কবি সকলৰ উপৰিও জাপানী কবিতাৰ চিত্ৰধৰ্মিতাই আমাৰ কবি সকলক অনুপ্ৰাণিত কৰিছে। আচলতে, প্ৰতীকবাদী আৰু চিত্ৰকল্পবাদীসকলে ৰোমাণ্টিক কৱিতাৰ উচ্ছ্বাস-প্ৰৱণতা আৰু অতিশয্যৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছিল। সাম্প্ৰতিক কৱিতা বুজাত আন এটা ডাঙৰ অন্তৰায় হ'ল, ইয়াত থকা উদ্ধৃতি। দেশী-বিদেশী বিভিন্ন উৎসৰ উদ্ধৃতি এই কৱিতাত সমাবেশ কৰা দেখা যায়। কেতিয়াবা নপঢ়া বা শুনা বাক্যৰ উদ্ধৃতিয়ে পাঠকক বিমোৰত পেলায়। মুঠতে, আঙ্গিক আৰু বিষয়বস্তুৰ অভিনৱত্বই সাম্প্ৰতিক কবিতাৰ দুৰ্বোধ্যতাৰ মূল কাৰণ। জীৱনৰ মূল্যবোধৰ পৰিবৰ্ত্তন হৈছে আৰু সেই অনুসৰি শিল্পৰ ৰূপ আৰু ৰীতিতো নতুনত্বই দেখা দিছে। যুগৰ ৰুচি অনুযায়ী কৱিতাৰ বিষয়বস্তু, শব্দচয়ন, প্ৰকাশভঙ্গী, ছন্দসজ্জা, প্ৰতীকৰ অৱতাৰণা, মানস-চিত্ৰ আদি সকলোতে নতুনৰ পৰশ লাগিছে। আধুনিক কৱিৰ মানসিক দিগন্ত বিস্তৃত। ইউৰোপীয় ভাবাদৰ্শ আৰু কাব্যাদৰ্শৰ পৰা এওঁলোকে অনুপ্ৰেৰণা লভিছে। বিশ্বৰ কাব্য-জগতত এওঁলোকে বিচৰণ কৰিছে। চুবুৰীয়া বঙ্গদেশত আধুনিক কাব্য আন্দোলনৰ গুৰি ধৰোঁতা বুদ্ধদেৱ বসু, জীৱনানন্দ দাশ আদি

এওঁলোকৰ চকুৰ আগত আছে। এলিয়ট, অ'ডেন, লৰেঞ্চ, হুইটমেন, হিউম, এজ্ৰা পাউণ্ড, ব'দলেয়াৰ, ৰিল্কে, লৰ্কা, পাবলো নেৰুদা, মায়াকভস্কি আদি বিশ্ববৰেণ্য কবিসকলৰ উপৰিও জাপানী টঙ্কা আৰু হুক কবিতাৰ মানস চিত্ৰবাদৰ প্ৰভাব এই কবিসকলৰ ওপৰত পৰিছে। সাহিত্য-জগতত দেখা দিয়া নতুন চিন্তাধাৰাই এওঁলোকক উদ্বুদ্ধ কৰিছে। আধুনিক বুদ্ধি-নিষ্ঠ মনৰ স্বাক্ষৰ বহন কৰিছে এই কবিতাসমূহে। গতিকে, মহাযুদ্ধৰ পাছৰ আধুনিক কবিতাৰ ৰস গ্ৰহণ কৰাৰ কাৰণে পাঠকৰ অধ্যয়নপুষ্ট আৰু সংবেদনশীল মনৰ প্ৰয়োজন।

**ভবানন্দ দত্ত** (১৯১৯-১৯৫৯)ঃ আধুনিক কাব্য আন্দোলনৰ বাট মুকলি কৰে ভবানন্দ দত্তই 'নচিকেতা' ছদ্মনামত 'জয়ন্তী'ৰ প্ৰথম সংখ্যাতেই ওলোৱা তেওঁৰ 'ৰাজপথ' কবিতাই অসমীয়া কাব্য-জগতত আলোড়নৰ সৃষ্টি কৰে। 'ৰাজপথ'ত পোৱা যায়, আধুনিক বিধ্বস্ত সমাজৰ ৰূপ, যিখন সমাজৰ ৰাজপথৰ দুকাষে আছে, 'দালানৰ শাৰী' আৰু 'তাৰ তলতেই ফুটপাথত শূন্য ভিক্ষাপাত্ৰ লৈ শুই পৰা মৃতপ্ৰায় কঙ্কালৰ শাৰী'। কবিৰ বিপ্লৱী অনুভূতিৰ প্ৰকাশ এই কবিতাই এটা নতুন যুগৰ ইঙ্গিত দিয়ে। পুৰণি সংস্কাৰৰ পৰা আঁতৰি আহি সমাজ-চেতনাৰ ভিত্তিত ৰচনা কৰা আধুনিক প্ৰগতিশীল কবিতাৰ ইয়ে প্ৰথম নিদৰ্শন। জীৱনৰ নতুন মূল্য-বোধৰ স্বাক্ষৰ বহন কৰি আনে এই কবিতাই।

**চক্ৰেশ্বৰ ভট্টাচাৰ্য্য** (১৯১৬-১৯৬৯)ঃ ভবানন্দ দত্ত আৰু কমলনাৰায়ণ দেৱৰ লগ লাগি 'জয়ন্তী'ৰ গুৰি ধৰোঁতা চক্ৰেশ্বৰ ভট্টাচাৰ্য্যই নিজেই কম সংখ্যক কবিতাৰে আধুনিক কাব্য-আন্দোলনক গঢ় দিয়াত প্ৰকৃত পৰিমাণে সহায় কৰি গৈছে। এসময়ত 'জয়ন্তী'ৰ সম্পাদনাৰ ভাৰ গ্ৰহণ কৰা ভট্টা-চাৰ্য্য আছিল সমাজ-চেতনাৰ কবি। আচলতে, ভবানন্দ দত্ত আৰু চক্ৰেশ্বৰ ভট্টাচাৰ্য্যৰ কবিতাতেই প্ৰথমপ্ৰথমে কাল-চেতনাৰ আভাস পোৱা গৈছিল। 'জয়ন্তী'ত ওলোৱা এওঁৰ 'এটকীয়া নোট' নামৰ কবিতাত-আঁকিছে অভিনৱত্ব মন কৰিবলগীয়া।

**অমূল্য বৰুৱা** (১৯২১-১৯৪৬)ঃ আধুনিক কাব্য-আন্দোলনত অঁকাবি

দিওঁতা সকলৰ ভিতৰত অমূল্য বৰুৱাৰ নাম সকলোৰে আগত। 'নচিকেতা'ৰ 'ৰাজপথ' কবিতাই উদ্দীপিত কৰা কবিৰ বিপ্লৱী অনুভূতি বলিষ্ঠভাৱে প্ৰকাশ পায় তেওঁৰ 'বেশ্যা', 'কুকুৰ', কয়লা' আদি কবিতাত। এই কবিতাসমূহৰ বিষয়বস্তু আৰু প্ৰকাশভঙ্গীৰ নতুনত্বই প্ৰকৃততে জয়ন্তী গোষ্ঠীৰ কবিসকলক অনুপ্ৰাণিত কৰে। সেইবাবে, বহুতে অমূল্য বৰুৱাকেই প্ৰথম আধুনিক কবি বুলি অভিহিত কৰিব খোজে। সমাজজীৱনৰ কদৰ্য্য বাস্তৱৰ ছবি স্পষ্টভাৱে ফুটি উঠা, সামাজিক অন্যায়ৰ বিৰুদ্ধে তীব্ৰ প্ৰতিবাদৰ সুৰ ধ্বনিত হোৱা বৰুৱাৰ কবিতাসমূহ সমাজচেতনাৰে উজ্জ্বল। তেওঁৰ কবিতাৰ এটি সংকলন—'অচিনা' (১৯৬৪) প্ৰকাশ কৰি উলিওৱা হৈছে।

**হেম বৰুৱা** (১৯১৫-১৯৭৭): 'জয়ন্তী'ৰ পাততে কাব্যজীৱন আৰম্ভ কৰা হেম বৰুৱাই আধুনিক কবিতাৰ বিস্তৃতি আৰু জনপ্ৰিয়তাত বিশিষ্ট বৰঙণি আগবঢ়াইছে। ধনতান্ত্ৰিক সমাজ-ব্যৱস্থাত দেখা দিয়া শ্ৰেণী-বৈষম্যৰ বিৰুদ্ধে তীব্ৰ বিদ্বেষ তেওঁৰ কবিতাত প্ৰকাশ পাইছে। সমাজব্যৱস্থাৰ আমূল পৰিবৰ্ত্তন ঘটাই শ্ৰেণীহীন, সুস্থ সমাজ এখন গঠন কৰাৰ প্ৰবল আগ্ৰহ আৰু আশা তেওঁ প্ৰকাশ কৰিছে। নিষ্পেষিত সকলৰ প্ৰতি সহানুভূতিশীল কবিয়ে সমাজ খনক নকৈ গঢ় দিয়াৰ কথা কল্পনা কৰিছে। অৱশ্যে, পুৰণি মূল্যবোধৰ পৰা সম্পূৰ্ণভাৱে মুক্ত হব নোৱৰা বাবে শ্ৰেণী-দ্বন্দ্বৰ আৰু জনসাধাৰণৰ মুক্তি-সংগ্ৰামৰ স্বৰূপ ছবি বহুতত দাঙি ধৰিব পৰা নাই। হেম বৰুৱাৰ প্ৰথম পৰ্য্যায়ৰ কবিতাসমূহতেই প্ৰসঙ্গ আৰু প্ৰকাশভঙ্গিৰ স্বকীয় বৈশিষ্ট্য মন কৰিবলগীয়া। 'জয়ন্তী'ৰ পাতত প্ৰকাশিত তেওঁৰ বহুতো কবিতা উপমা, ব্যঞ্জনাৰে সমৃদ্ধ আৰু আকৰ্ষণীয়। স্পন্দিত গদ্য, গদ্য আৰু মুক্তক ছন্দৰ মিশ্ৰিত প্ৰয়োগ, বিভিন্ন উৎসৰ উদ্ধৃতি আৰু উল্লেখ আদিয়েই হেমবৰুৱাৰ আঙ্গিকৰ বৈশিষ্ট্য। এইবোৰত এলিয়ট প্ৰমুখ্যে পাশ্চাত্য-কবিসকলৰ ৰচনাৰ ছাপ আছে। 'বালিচন্দা' (১৯৬২) আৰু 'মনময়ূৰী' (১৯৬৭) তেওঁৰ প্ৰকাশিত কবিতা-সংকলন।

**নৱকান্ত বৰুৱা** (১৯৬২): 'জয়ন্তী'ৰ সময়তে কাব্য-জীৱনৰ পাতনি মেলা নৱকান্ত বৰুৱা এই সময়ছোৱাৰ এজন জনপ্ৰিয় আৰু উল্লেখযোগ্য কবি। 'জয়ন্তী'ত প্ৰকাশিত তেওঁৰ প্ৰথম কবিতাতেই ৰোমান্টিকতা বিৰোধী দৃষ্টি-

ভঙ্গি পৰিলক্ষিত হৈছিল। জীৱনৰ প্ৰতি থকা মোহ বৰুৱাৰ কবিতাৰ মূল দৰ্শন। দুখ-কষ্টৰ মাজতো পৃথিৱীক তেওঁ ভাল পাইছে। জনতাৰ কোলাহল নাইবা হাই-উকমিক লৈ তেওঁ ব্যস্ত নহয়। তৰ্কৰ জালত নোসোমাই জীৱনক গ্ৰহণ কৰিব পোৰাটোৱেই হ'ল তেওঁৰ কবিতাৰ প্ৰতিপাদ্য বিষয়। সেইকাৰণে, তেওঁক নিসঙ্গতাৰ কবি বুলি কোৱা হয়। কিন্তু নিসঙ্গতা প্ৰিয় হ'লেও বৰুৱা ইতিহাস-চেতনা আৰু কাল-চেতনাৰ কবি। তেওঁৰ নিসঙ্গতাত বহিৰ্জগতৰ প্ৰতিধ্বনি শুনা যায়। পুঁজিবাদী সভ্যতাৰ ফলস্বৰূপে জনসাধাৰণৰ জীৱনলৈ যি নিৰাপত্তাবিহীনতা আহি পৰিছে, তাৰ উপলব্ধি তেওঁৰ কবিতাত ফুটি উঠিছে। নিষ্পেষিত জনসাধাৰণৰ জীৱনযন্ত্ৰণাত কবিৰ মানসিক প্ৰতিক্ৰিয়া সুন্দৰ আৰু সংযত ভাবে প্ৰতিফলিত হৈছে। হৃদয়ৰ বিশ্বাস নাইকিয়া হোৱাত, প্ৰাচীন মূল্যবোধৰ বিলুপ্তি ঘটাত কবিয়ে খেদ কৰিছে। নৱকান্তৰ এই কবিতাসমূহত উপলব্ধিৰ গভীৰতা প্ৰশংসনীয়। এলিয়টৰ দৰে তেওঁৰ দৃষ্টিতো বৰ্ত্তমানৰ পৃথিৱী 'সিজু কাইটৰ দেশ'—অনুৰ্বৰ ভূমি। অৱশ্যে, এই পৰিবেশে যে জীৱনক সদায় তিমিৰাচ্ছন্ন কৰি ৰাখিব নোৱাৰে, সেই বিষয়ে কবি নিশ্চিত। জীৱনৰ বিকাশৰ বাবে বস্তুবাদ আৰু আধ্যাত্মিকতাৰ সাৰ্থক সমন্বয়ৰ ওপৰত তেওঁ বিশ্বাস কৰে।

অসমীয়া কবিতাৰ আঙ্গিকত আধুনিকতাৰ সঞ্চাৰ কৰাত নৱ বৰুৱাৰ অৱদান উল্লেখযোগ্য। ছন্দ আৰু আঙ্গিকৰ নতুন নতুন পৰীক্ষা আৰু বিষয়বস্তুৰ অগতানুগতিকতা নৱকান্তৰ সফলতাৰ অন্যতম কাৰণ। বৈচিত্ৰ্যস্পৃহা নৱকান্তৰ কবি-জীৱনৰ বৈশিষ্ট্য। বিবধ কাব্য-আন্দোলনত তেওঁ নতুনত্বৰ সন্ধান পাইছে। ৰবীন্দ্ৰনাথৰ পৰা এলিয়টলৈকে তেওঁৰ কাব্যৰ পৰিধি বিস্তৃত। তদুপৰি, তেওঁৰ চিত্ৰধৰ্মী কবিতাসমূহত মানস-চিত্ৰবাদী কবিতাৰ গভীৰ প্ৰভাৱ পৰিছে। বৰুৱাৰ কবিতাৰ পুথিসমূহ হ'ল, 'হে অৰণ্য হে মহানগৰ' (১৯৫১), 'এটি দুটি এঘাৰটি তৰা' (১৯৫৭), 'যতি আৰু কেইটামান স্কেচ' (১৯৬১), 'সম্ৰাট' (১৯৬১) আৰু 'ৰাৱণ'। শেহতীয়া সংকলন 'মোৰ আৰু পৃথিৱীৰ' ১৯৭৪) আৰু 'ৰত্নাকৰ আৰু অন্যান্য কবিতা' ১৯৮৬)ত তেওঁৰ প্ৰায় আটাইবোৰ উল্লেখনীয় কবিতাই সন্নিবিষ্ট হৈছে।

এইছুখনত নকৰাৰ গোটেই কবি-জীৱনৰ সাধনাৰ আভাস পোৱা যায়।

সমাজ-চিন্তাই উদ্বুদ্ধ কৰা **আব্দুল মালিক** (১৯১৯) আৰু **বীৰেন্দ্ৰ-কুমাৰ ভট্টাচাৰ্য্য** (১৯২৪)ৰ কবিতাত মানৱতাবোধ আৰু নিম্ন মধ্যবিত্তৰ বেদনা প্ৰকাশ পাইছে। জন-জীৱনৰ অসন্তুষ্টিয়েই এই দুজন কবিৰ কাব্যৰ উৎস। এওঁলোকৰ কবিতাৰ সংখ্যা নিচেই কম যদিও অপূৰ্ব প্ৰকাশভঙ্গিয়ে দুয়োজনকে কাব্য-জগতত জনপ্ৰিয় কৰি তুলিছে। এই প্ৰসঙ্গত মালিকৰ 'ফুলশয্যাৰ ৰাতি' আৰু ভট্টাচাৰ্য্যৰ 'বিষ্ণুৰাভা এতিয়া কিমান ৰাতি' কবিতা দুটাৰ নাম উল্লেখ কৰিব পাৰি। অনুভূতিৰ ৰসোত্তীৰ্ণ প্ৰকাশ এই কবিতা দুটাৰ সৌন্দৰ্য্য অৱশ্যে তেওঁলোকৰ আনবোৰ কবিতাত নাই। 'বিষ্ণুৰাভা এতিয়া কিমান ৰাতি'ৰ বেগৱান অনুভূতি আৰু সেই অনুভূতিৰ অনুগামী স্পষ্ট প্ৰকাশভঙ্গিয়ে পাঠকক বিমুগ্ধ কৰে। মালিকৰ কবিতাখিনিৰ সংকলন এটি প্ৰকাশ পাইছে--'স্বাক্ষৰ' (১৯৬৭)

**কেশৱ মহন্ত** (১৯২৬) আৰু **ৰাম গগৈ** (১৯৩৮)ৰ কবিতাত মাৰ্ক্সীয় চিন্তাধাৰাৰ প্ৰভাৱ লক্ষ্য কৰা যায়। সৰ্বহাৰাৰ মঙ্গল-কামনা আৰু মুক্তি এওঁলোকৰ কবিতাৰ মৰ্ম। 'জয়ন্তী'ৰ পাততেই কবি ছিচাপে দেখা দিয়া মহন্তৰ প্ৰথমৰ কবিতাসমূহ ব্যঞ্জনাৰ অভাৱত ৰসোত্তীৰ্ণ হৈ উঠা নাই যদিও পাছৰ কেইবাটাও কবিতাই সাৰ্থক ৰচনা ৰূপে পাঠকৰ মনত গভীৰভাৱে ৰেখাপাত কৰিছে। বিশেষকৈ 'আঘোণৰ কুঁৱলী'ৰ সূক্ষ্ম ব্যঞ্জনা আৰু 'সোণজিৰা মাহী'ৰ বিষয়বস্তুৰ উপযোগী সৰল, ঘৰুৱা প্ৰকাশভঙ্গি আৰু গীতিধৰ্মিতাই ৰসজ্ঞ পাঠকৰ অন্তৰ চুই যায়। 'আমাৰ পৃথিৱী' (১৯৫৬), 'আগন্তুক', 'তোমাৰ তেজ' (১৯৮৫) তেওঁৰ কবিতাৰ পুথি। জন-জীৱনৰ বেদনা অধিক স্পষ্ট আৰু বলিষ্ঠভাৱে প্ৰকাশ পাইছে ৰাম গগৈৰ কবিতাত। কিন্তু এই বেদনাৰ মাজতেই নতুনৰ আহ্বান শুনি তেওঁৰ মন আনন্দত উতলা হৈ উঠিছে। জনতাৰ কোলাহলৰ মাজত তেওঁ নতুনৰ স্বপ্ন দেখিছে। পৃথিৱীৰ বুকুত নতুন সৃষ্টিৰ 'অগ্নিময় সম্ভাৱনা' তেওঁ দেখিবলৈ পাইছে। শ্ৰমিক-কৃষকৰ বিননিত 'বিদ্ৰোহৰ জাগৰণ' তেওঁ অনুভৱ কৰিছে। গতিকে বেদনাৰ প্ৰকাশ হ'লেও তেওঁৰ কবিতা উজ্জ্বল

ভৱিষ্যতৰ আগজাননী স্বৰূপ। গগৈৰ কৱিতাত অভিজ্ঞতাৰ সাধুতা আৰু উপলব্ধিৰ গভীৰতা প্ৰশংসনীয়। তেওঁৰ কৱিতাৰ পুথি 'মাটিৰ স্বপ্ন' (১৯৬৩)।

**অজিৎ বৰুৱা** (১৯২৬)ঃ জনতাৰ জুনৰ পৰা আঁতৰত থকা বৰুৱাৰ কৱিতাত জীৱনৰ দুই-এক গধুৰ প্ৰশ্ন জড়িত হৈ থাকে। 'জয়ন্তী'ৰ পাতত বামপন্থী ভাবধাৰাৰে কাৱ্য-জীৱন আৰম্ভ কৰি বৰুৱাই ষাঠিৰ দশকত কেইটামান বৈশিষ্ট্যপূৰ্ণ কৱিতা ৰচনা কৰে। মননশীলতা আৰু ব্যঞ্জনাধৰ্মিতা তেওঁৰ কৱিতাৰ উল্লেখযোগ্য বৈশিষ্ট্য। শব্দৰ ব্যঞ্জনাগত অৰ্থেৰে তেওঁ পাঠকক জীৱনৰ কোনো গভীৰ উপলব্ধিৰ ইংগিত দিয়ে। বৰুৱাৰ সকলোবোৰ কৱিতা সমপৰ্যায়ৰ নহয় যদিও চিন্তাৰ সৈতে প্ৰকাশ-ভঙ্গিৰ সাৰ্থক সমন্বয় আনিলৈ চাই তেওঁৰ কিছুমান কৱিতাক আধুনিক উৎকৃষ্ট কৱিতাৰ আগশাৰীত ঠাই দিব পাৰি। 'মনকুঁৱলী সময়', 'জেংৰাই ১৯৬৩' কৱিতা দুটা ইয়াৰ নিদৰ্শন। সংযত বাক্‌ভঙ্গি আৰু চিত্ৰধৰ্মিতা এই কৱিতাসমূহৰ অন্যতম বিশেষত্ব। 'কিছুমান পদ্য আৰু গান' (১৯৮১) আৰু 'ব্ৰহ্মপুত্ৰ ইত্যাদি পদ্য' (১৯৮৯) বৰুৱাৰ কৱিতাৰ পুথি।

**মহেন্দ্ৰ বৰা** (১৯০৯)ঃ আধুনিক বুদ্ধিদীপ্ত মনৰ স্বাক্ষৰ বহন কৰিছে মহেন্দ্ৰ বৰাৰ কৱিতাই। ঠাই বিশেষে বুদ্ধিনিষ্ঠতাৰ জাল কাটি তেওঁৰ কৱিতাৰ ৰসগ্ৰহণ কৰাই টান হৈ পৰে। অৱশ্যে, বৰাৰ প্ৰথম স্তৰৰ কৱিতাসমূহ এনে ধৰণৰ জটিলতাৰ পৰা প্ৰায়ে মুক্ত। সমসাময়িক আন আন কৱিৰ কৱিতাৰ দৰে সমাজ-সচেতনতাই সেইবোৰ কৱিতাৰ উৎস। কিন্তু পাছৰ কৱিতাসমূহত তেওঁ উপকৰণ সলনি কৰিছে। দাৰ্শনিক তত্ত্বৰ প্ৰাধান্যই আৰু বিভিন্ন মূলবৰীজ সংগ্ৰহ কৰাৰ চেষ্টাই এই কৱিতা-সমূহ দুৰ্বোধ্য কৰি তুলিছে। ভালেমান কৱিতাতেই উপমা, চিত্ৰকল্প আদিৰ প্ৰয়োগ আকৰ্ষণীয় যদিও সেইবোৰতকৈ বুদ্ধিনিষ্ঠতাৰ প্ৰতিহে বৰাৰ মোহ অধিক যেন লাগে। 'জাতিস্মৰ', 'প্ৰাৰ্থনা-দেহচ্যুত আত্মাৰ,' 'কাউৰী' আদি কৱিতাৰ পৰা পাঠকৰ তেনে ধাৰণাই হয়। 'জাতিস্মৰ' (১৯৬১) 'এই নদীয়েদি' (১৯৬৮) 'কণৰ চিলিঙাৰ মাত' (১৯৮১) তেওঁৰ

কৱিতাৰ তিনিটা সংকলন। এই খিনিৰ উপৰিও আধুনিক অসমীয়া কৱিতাৰ এটি সংকলন তেওঁৰ সম্পাদনাত প্ৰকাশ পাইছে—'নতুন কৱিতা' (১৯৫৭)। আধুনিক কৱিতাৰ জনপ্ৰিয়তাত এই সংকলনটিৰ ভূমিকা অনস্বীকাৰ্য্য। বৰাৰ শেহতীয়া কেইটামান কৱিতাত ৰোমাণ্টিক সুৰ মূৰ্ত্ত হৈ উঠা দেখা গৈছে।

**হৰি বৰকাকতি** (১৯৩১)**ঃ** আধুনিক কৱিসকলৰ ভিতৰত একমাত্ৰ কবি বৰকাকতিৰ কৱিতাতেই পূৰ্বৰ ৰোমাণ্টিক সুৰ বাজি থকা শুনা যায়। দুই-এক কৱিতাত কেতিয়াবা বিষয়বস্তুৰ ব্যতিক্ৰম দেখা যায় যদিও ৰোমাণ্টিক স্বপ্নই তেওঁৰ কাৱ্যৰ মূল প্ৰসঙ্গ। প্ৰেয়ৱাৰ প্ৰেমক লৈ তেওঁ সপোন ৰচনা কৰিছে। যুগৰ দৰিদ্ৰতাৰ মাজত সিয়েই তেওঁৰ প্ৰাণত আশাৰ সঞ্চাৰ কৰিছে। গতিকে, পৃথিৱী 'উৰলি' গলেও তাতৈ তেওঁ ভ্ৰুক্ষেপ নকৰে। বিষয়বস্তুৰ ফালৰ পৰা আগৰ যতীন দুৱৰা আৰু গনেশ গগৈৰ সৈতে তেওঁৰ কৱিতা মিলে যদিও উপমা আৰু প্ৰকাশ ভঙ্গিৰ নতুনত্বই বৰকাকতিৰ কৱিতাক আধুনিক ৰূপ দিছে। সাবলীল প্ৰকাশভঙ্গি তেওঁৰ কৱিতাৰ বৈশিষ্টা। তেওঁৰ প্ৰকাশিত কৱিতাৰ পুথি হ'ল, 'কোনোবা শীতৰ এটি বগা সন্ধিয়াত' (১৯৭০), 'সময় বালিৰ খোজ' আৰু 'মন কাগজৰ নাও' (১৯৮৩)।

**হোমেন বৰগোহাঞি** (১৯৩১)**ঃ** ফৰাচী প্ৰতীকী কৱিতাৰ প্ৰভাৱ লক্ষ্য কৰা যায় হোমেন বৰগোহাঞিৰ কৱিতাত। প্ৰতীকবাদৰ জনক ব'দলেয়াৰৰ নিচিনাকৈ বৰগোহাঞিয়েও যুগৰ অন্ধকাৰৰ মাজত সৌন্দৰ্য্যৰ অন্বেষণ কৰিছে। যুগৰ যন্ত্ৰনাই তেওঁক সৌন্দৰ্য্য-সন্ধানত ব্ৰতী কৰাইছে। এই সন্ধানে তেওঁক মানুহৰ মনৰ গভীৰ গুহাত থকা এখন জগতলৈ লৈ গৈছে, যিখন জগতত উপলব্ধি হয় মানুহৰ অন্তৰৰ গভীৰ বেদনা আৰু য'ত আছে মৃত্যুৰ এক প্ৰবল কামনা। বৰগোহাঞিৰ 'সাপ' নামৰ প্ৰতীকধৰ্মী কৱিতাটোত এই সৌন্দৰ্য্য-স্পৃহা আৰু মৃত্যুকামনাৰ আভাস সুন্দৰভাৱে ফুটি উঠিছে। তেওঁৰ শব্দ-চয়ন আৰু প্ৰকাশভংগিৰ নিজস্ব বৈশিষ্ট্য আছে। অৱশ্যে, এক প্ৰকাৰৰ ৰোমাণ্টিক বিষাদানুভূতিয়ে তেওঁৰ কেইবাটাও কৱিতাৰ সমৃদ্ধি কিছুপৰিমাণে লাঘৱ কৰিছে। 'হৈমন্তী' (১৯৮৭) তেওঁৰ কৱিতাৰ পুথি।

**দিনেশ গোস্বামী** (১৯৪০) ঃ নিসংগতাবোধ গোস্বামীৰ কবিতাৰ থাই উপজীব্য। যুগৰ দৈন্যই ইয়াৰ বাবে দায়ী। সেই কাৰণেই তেওঁৰ কবিতাত ধ্বনিত হৈছে গভীৰ বিষাদৰ এটা সুৰ। এই নিসংগতা তথা বিষণ্ণতাৰ পৰা তেওঁ শান্তি বিচাৰিছে প্ৰেমত—'সন্ধিয়াৰ আকাশৰ সুদূৰ নিসঙ্গ তৰাটোৰ' দৰে প্ৰেয়সীৰ উজ্জ্বল মুখত। যুগৰ শূন্যতাৰ কথা ভাবি দীৰ্ঘশ্বাসৰ মাজেৰে জীৱনৰ দিনবোৰ অতিবাহিত কৰিবলগীয়া হ'লেও প্ৰেয়সীৰ সান্নিধ্যই তেওঁৰ প্ৰাণত আশাৰ সঞ্চাৰ কৰিছে। গোস্বামীয়ে আলিবাটৰ সৰু-সুৰা কথাৰ পৰা ক্ৰমে জীৱনৰ গভীৰতাত প্ৰৱেশ কৰে। তেওঁৰ প্ৰকাশভংগি আকৰ্ষণীয় যদিও কোনো কোনো কবিতাত চিত্ৰকল্পৰ দুৰ্বলতা চকুত নপৰা নহয়। 'ধুমুহৰ বাহিৰত' (১৯৬২) 'আলোড়িত অন্ধকাৰ' (১৯৭৭), 'অস্তিত্বৰ সময়' (১৯৭৮) 'স্তব্ধতাৰ কণ্ঠস্বৰ' (১৯৮৭) তেওঁৰ কাব্য-সংকলন।

**নীলমণি ফুকন** (১৯৩৩) ঃ আধুনিক কবিসকলৰ ভিতৰত নীলমণি ফুকনৰ স্থান আগশাৰীত। সাধাৰণতে 'নিৰ্জনতাৰ কবি' বুলি কোৱা হয় যদিও সেইটোৱে ফুকনৰ কবি-জীৱনৰ পূৰ্ণ পৰিচয় নিদিয়ে। নিৰ্জনতা-প্ৰিয় হ'লেও বাস্তৱ অভিজ্ঞতাৰ পৰা উদ্ভূত সামাজিক চেতনাৰ ইংগিত ফুকনৰ কবিতাত আছে। পুঁজিবাদী সমাজে জন্ম দিয়া জীৱন-যন্ত্ৰণাৰ এক বিষাদময় উপলব্ধি তেওঁৰ কবিতাত মূৰ্ত হৈ উঠিছে। প্ৰকৃততে, সমাজ-জীৱনৰ জ্বালা-যন্ত্ৰণাই তেওঁৰ অন্তৰত বেদনাৰ সৃষ্টি কৰিছে আৰু সিয়েই তেওঁৰ নিৰ্জনতা-প্ৰিয়তাৰ মূল কাৰণ। তেওঁৰ প্ৰথমৰ কবিতা-সমূহত ৰোমাণ্টিক নিৰ্জন সুৰটিৰ লগতে আধ্যাত্মিক সুৰ এটিও ফুটি উঠিছিল। কিন্তু বিভিন্ন উৎসৰ সাৰ সংগ্ৰহে এই কবিতাসমূহক দুৰ্বোধ্য কৰি তুলিছে। পাছৰ কবিতাসমূহ এনেধৰণৰ দুৰ্বোধ্যতাৰ পৰা মুক্ত। এইবোৰৰ সৰহখিনিয়েই বাস্তৱৰ গভীৰ অনুভূতিৰে সংবেদনশীল। ফুকনৰ কবিতাত প্ৰতীকবাদ আৰু মানস-চিত্ৰবাদৰ গভীৰ প্ৰভাৱ পৰিছে। তেওঁৰ প্ৰথম স্তৰৰ কবিতাসমূহ আছিল থাইকৈ চিত্ৰধৰ্মী। ক্ৰমে তেওঁৰ চিত্ৰকল্পসমূহ প্ৰতীকী ব্যঞ্জনাৰে সমৃদ্ধ হৈ উঠা দেখা গৈছে। আবেগ আৰু প্ৰকাশভঙ্গিৰ সংযম ফুকনৰ কবিতাৰ আটাইতকৈ উল্লেখযোগ্য বৈশিষ্ট্য।

জাপানী কবিতাৰ চিত্ৰ-ধৰ্মিতা আৰু প্ৰকাশভঙ্গিৰ লৈতে তেওঁৰ কবিতাৰ মিল আছে। এতিয়ালৈকে ফুকনৰ সাতটা কবিতা-সংকলন প্ৰকাশ পাইছে—'সূৰ্য হেনো নামি আহে এই নদীয়েদি' (১৯৬৩), 'নিৰ্জনতাৰ শব্দ' (১৯৬৫), 'আৰু কি নৈশব্দ' (১৯৬৮), 'কুলি ধৰা সূৰ্য্যমুখী ফুলটোৰ ফালে' (১৯৭১), 'কঁাইট আৰু গোলাপ আৰু কাঁইট', 'গোলাপী জামুৰ লগ্ন' (১৯৭৭), 'কবিতা' (১৯৮০) আৰু 'নৃতবতা পৃথিবী' (১৯৮৫)। ইয়াৰ বাহিৰেও তেওঁ ভালেমান জাপানী কবিতা অসমীয়ালৈ অনুবাদ কৰি এটি সংকলন উলিয়াইছে— জাপানী কবিতা (১৯৭১)।

**হীৰেন ভট্টাচাৰ্য্য** (১৯৩২) আৰু **নিৰ্মলপ্ৰভা বৰদলৈ** (১৯৩৩)ক বাইকৈ প্ৰেমৰ কবি বুলি ক'ব পাৰি। প্ৰেমৰ কবি হ'লেও পূৰ্বৰ প্ৰেমৰ কবিতাৰ লৈতে এওঁলোকৰ কবিতাৰ সুৰ নিমিলে। প্ৰকাশভঙ্গিৰ অৰ্থঘনত্ব, অভিনৱ চিত্ৰকল্প আদিয়ে ছুয়োজনৰে কবিতাৰ স্বকীয়া আৰু নিজৰ বৈশিষ্ট্য ঘোষণা কৰিছে। গীতিধৰ্মিতা ছুয়োগৰাকীৰে কবিতাৰ উল্লেখযোগ্য লক্ষণ। সেইবাবেই চিত্ৰকল্পবাদী কবিতাৰ লক্ষণ আছে যদিও এওঁলোকৰ কবিতা সেই শ্ৰেণীত অন্তৰ্ভুক্ত কৰিব নোৱাৰি। ছুয়োগৰাকী কবিৰে ভাষাৰ ওপৰত ক্ৰমে বাঢ়ি অহা দখল আশাৰ বিষয়। 'দিনৰ পিছত দিন' আৰু 'সুদীৰ্ঘদিন আৰু ঋতু' (১৯৮২) বৰদলৈৰ কাব্য-সংকলন। আবেগ আৰু প্ৰকাশভঙ্গিৰ সংযমশীলতা আৰু ইংগিতময়তা ভট্টাচাৰ্য্যৰ শেহতীয়া কবিতাৰ আকৰ্ষণীয় দিশ। এইবোৰে জাপানী কবিতাৰ বাকসংযম আৰু ব্যঞ্জনাধৰ্মিতাৰ কথা আমাৰ মনলৈ আনে। 'মোৰ দেশ, মোৰ প্ৰেমৰ কবিতা' (১৯৭২), 'বিভিন্ন দিনৰ কবিতা', 'সুগন্ধি পখিলা' (১৯৮১), আৰু 'শইচৰ পথাৰ মানুহ' (১৯৯১) ভট্টাচাৰ্য্যৰ বাচকবনীয়া কবিতাৰ সংকলন।

এইসকলৰ উপৰিও আৰু ভালেমান কবিয়ে এই সময়ছোৱাৰ কাব্য সাহিত্যলৈ বৰঙণি যোগাইছে। সেইসকলৰ ভিতৰত **বীৰেন বৰকটকী, পবিত্ৰ বৰা, প্ৰফুল্ল ভূঞা, মহিম বৰা, বীৰেশ্বৰ বৰুৱা, বীৰেন বৰগোহাঞি, মাণিক গগৈ, নলিনীধৰ ভট্টাচাৰ্য্য, পৰেশমল্ল বৰুৱা, নিত্য দত্ত, সুশীল শৰ্মা, অমলেন্দু গুহ, তপস্বিনী ৰায়চৌধুৰী, চৈয়দুদ্দিন আহমদ, নিৰঞ্জন ফুকন, হীৰেন দত্ত, অজেন বৰুৱা,**

**হৰেকৃষ্ণ ডেকা, হেমাঙ্গ বিশ্বাস, আনন্দেশ্বৰ শৰ্মা, ৰবীন্দ্ৰ বৰা, ৰবীন্দ্ৰ সৰকাৰ, আনিছ উজ্‌-জামান, চিৰঞ্জীৱ বৈশ্য, নগেন ঠাকুৰ, বিজনলাল চৌধুৰী, মোহন কৃষ্ণ মিশ্ৰ, সনন্ত তাঁতি, সমীৰ তাঁতি, জ্ঞান পূজাৰী, যতীন বৰগোহাঞি** আদিৰ নাম উল্লেখ কৰা যায়। এওঁলোকৰ ভিতৰত **নীৰেশ্বৰ বৰুৱাৰ** ('চৰাই, শামুক আৰু নক্ষত্ৰ', 'নিৰ্বাচিত কবিতা', 'অন্য এক জোনাক') কবিতাত অনুভূতিৰ গভীৰতা আৰু ভাবৰ অৰ্থঘনত্ব, **হীৰেন দত্তৰ** ('সোমধিৰিৰ সৌৰৰ্ণিন আৰু অন্যান্য কবিতা') কবিতাত ব্যঞ্জনাৰ গভীৰতা আৰু চিত্ৰকল্পৰ যথাৰ্থতা, **ভবেন বৰুৱাৰ** ('সোণালী জাহাজ') কবিতাত শব্দ-শক্তিৰ সচেতনতা, **হৰেকৃষ্ণ ডেকাৰ** ('স্বৰলোৰ', 'বাহিৰৰ পৰা ঘৰলৈ যাত্ৰা' 'আন এজন') কবিতাত চিত্ৰকল্পৰ অভিনৱত্ব, **নিৰঞ্জন ফুকন** আৰু **নলিনীধৰ ভট্টাচাৰ্য্যৰ** ('এই কুঁৱলীতে') কবিতাত সময় স্ব-চেতনা বিশেষ ভাবে মন কৰিবলগীয়া। **আনিছ উজ্‌-জামানৰ** ('অজ্ঞাত') একোনো কোনো কবিতাত অনুভূতিৰ সূক্ষ্মতা পৰিলক্ষিত হয়। **ৰবীন্দ্ৰ সৰকাৰ** ('যুগ ভঙা সময়', 'সন্ত্ৰাসৰ পদাতিক', 'কালান্তৰৰ কবিতা'.) **সনন্ত তাঁতি** ('উজ্জ্বল নক্ষত্ৰৰ সন্ধানত', 'মই মানুহৰ অমল উৎসৰ') **সমীৰ তাঁতি, জ্ঞান পূজাৰী** প্ৰখৰ সমাজ-চেতনাযুক্ত বামপন্থী ভাবধাৰাৰ কবি। বৰ্তমানৰ সমাজ-ব্যৱস্থাৰ বিৰুদ্ধে বৈপ্লৱিক চেতনা এওঁলোকৰ কবিতাৰ মাজেদি প্ৰকাশিত হৈছে। সনন্ত তাঁতি আৰু সমীৰ তাঁতিৰ ভালেমান কবিতাৰ ব্যঞ্জনাময় প্ৰকাশভঙ্গি মন কৰিবলগীয়া। যুদ্ধভূমিৰ কবিতা সমীৰ তাঁতিৰ কবিতা-পুথি।

সত্তৰ আৰু আশীৰ দশকত কেইবাজনো সম্ভাৱনাপূৰ্ণ তৰুণ কবিয়ে আত্মপ্ৰকাশ কৰিছে। দিলীপ তালুকদাৰ, বিদ্যুৎ বিকাশ ভূঞা, বাজু বৰুৱা, যোগেন্দ্ৰ কুমাৰ পাঠক, বিপুলজ্যোতি শইকীয়া, আদিৰ কবিতাত প্ৰতিশ্ৰুতিৰ ইংগিত আছে।

## ॥ নাটক ॥

পঞ্চম দশকৰ আৰম্ভণিৰে পৰা মাজভাগলৈকে, এই সময়ছোৱা অসমীয়া নাটকৰ বন্ধ্যাকাল বুলিব পাৰি। মহাযুদ্ধৰ লগে লগে মঞ্চবোৰ আন্ধাৰ

হৈ পৰাত নাটক ৰচনাৰ প্ৰেৰণা নাইকিয়া হৈ যায়। যুদ্ধৰ প্ৰতিকূল পৰিবেশক নেওচা দি দুই-এজনে সাহিত্য সৃষ্টি কৰিলেও পোহৰৰ প্ৰতীক্ষাত নাট্যকাৰ আৰু নাট্যামোদীসকল হাত সাৰটি বহি থাকিব লগীয়াত পৰিল। যুদ্ধ সাম কটাত দুই-চাৰিখন নাটক প্ৰকাশিত হ'ল যদিও স্বাধীনতা লাভৰ আগলৈকে অৱস্থাৰ বিশেষ একো উন্নতি নহ'ল। গতিকে, আধুনিক অসমীয়া নাটকৰ দ্বিতীয় স্তৰ আৰম্ভ হয় স্বাধীনতাৰ পাছতহে। স্বাধীনতাৰ পৰৱৰ্ত্তী কালত মানুহৰ ধ্যান-ধাৰণা আৰু চিন্তা-চৰ্চাৰ যথেষ্ট পৰিবৰ্ত্তন হ'ল আৰু সেই অনুসৰি নাটকৰ আংগিক আৰু বিষয়বস্তুৰ আমূল পৰিবৰ্ত্তন ঘটিল। ইয়াৰ ফলস্বৰূপে, অসমীয়া নাটকৰ ইতিহাসত এক নতুন যুগৰ সূচনা হ'ল। সমাজৰ বিবৰ্ত্তনবোধক স্বীকাৰ কৰি লৈ ৰচিত হোৱা এই নাটকবোৰে নাট্যকাৰসকলৰ নতুন জীৱনবোধ, সমাজবোধ আৰু শিল্পৰুচিৰ পৰিচয় বহন কৰিলে। ইয়াৰ আগলৈকে অসমীয়া নাটকৰ ধাৰাটো আছিল প্ৰধানকৈ ঐতিহাসিক আৰু পৌৰাণিক নাটকৰ ধাৰা। দেশৰ প্ৰাচীন গৌৰৱ আৰু ঐতিহ্যৰ কথা সোঁৱৰাই দি সাম্ৰাজ্যবাদৰ বিৰুদ্ধে পৰাধীন দেশবাসীৰ মনত জাতীয় চেতনাৰ উদ্ৰেক কৰাই সেই নাটকবোৰৰ মুখ্য উদ্দেশ্য আছিল। স্বাধীনতাই জাতিৰ সমুখত থকা ৰাজনৈতিক সমস্যা দূৰ কৰিলে। কিন্তু শীঘ্ৰে সামাজিক জীৱনত তীব্ৰ অসন্তুষ্টিয়ে দেখা দিলে। ৰাজনৈতিক স্বাধীনতা মানুহে পালে যদিও অৰ্থনৈতিক ক্ষেত্ৰত মানুহৰ অৱস্থা আগতকৈও অধিক শোচনীয় হ'ল। গণতন্ত্ৰ প্ৰতিষ্ঠা হ'ল যদিও পুঁজিবাদী সমাজ-ব্যৱস্থাৰ অৱসান নঘটিল। পুঁজিবাদীৰ শোষণত জনসাধাৰণৰ জীৱন জৰ্জৰিত হৈ পৰিল। গতিকে, প্ৰচলিত সমাজ-ব্যৱস্থাৰ বিৰুদ্ধে মানুহ সংগ্ৰামত লিপ্ত হ'বলৈ বাধ্য হ'ল। গণ-জীৱনৰ এই সমাজ-সচেতনাৰ ভিত্তিত স্বাধীনতাৰ পাছৰ সামাজিক নাটকে গা কৰি উঠিল। আগৰ পৌৰাণিক নাটকৰ স্ফূৰ্ত্তিটো শুকাই গ'ল। ঐতিহাসিক-নাটক দুই-চাৰিখন ৰচিত হ'ল যদিও তাতো নতুন দৃষ্টিভংগী আৰোপ কৰাৰ চেষ্টা চলিল। ঐতিহাসিক বিষয়বস্তুক নতুন সামাজিক দৃষ্টিৰে

বিচাৰ কৰা হ'ল। কিন্তু ঐতিহাসিক নাটকৰ সুঁতিটোও ক্ৰমে ক্ষীণ হৈ আহিল। নতুন সমাজবোধৰ প্ৰভাৱত সমস্যামূলক সামাজিক নাটকেহে বিকাশ লাভ কৰিলে। সাধাৰণ মানুহৰ আশা-আকাংক্ষা আৰু আবেগ-অনুভূতিক নাট্যকাৰসকলে ৰূপায়ণ কৰাৰ চেষ্টা কৰিলে। এই সময়তে পৰাপৰিক জনপ্ৰিয় তৈ অংক আৰু ক্ৰমে পূৰ্ণাঙ্গ নাটকক গ্ৰাস কৰিবলৈ উপক্ৰম কৰা একাঙ্কিকা আৰু অনাতাঁৰ নাটকতো সমাজ-জীৱনৰ বিভিন্ন চিত্ৰ ৰূপায়িত হ'ল শ্ৰেণী বৈষম্য, ধনী দুখীয়াৰ ব্যৱধান, অৰ্থনৈতিক সংকট, নিবনুৱা সমস্যা আদিকে ধৰি সামাজিক জীৱনত উদ্ভৱ হোৱা সমস্যাসমূহে নাট্যকাৰসকলৰ দৃষ্টি আকৰ্ষণ কৰিলে। আনহাতে, বিজ্ঞানৰ প্ৰগতিয়ে মানুহক নতুন নতুন সত্যৰ সন্ধান দিলে। মনস্তত্ত্বৰ চিন্তাচৰ্চাই জীৱনৰ বহুতো গুপ্ত ৰহস্য উদ্‌ঘাটন কৰিলে। নতুন জ্ঞানৰ পোহৰত পুৰণি ধ্যান-ধাৰণাৰ নতুন মূল্যায়নৰ প্ৰয়োজন অনুভূত হ'ল জীৱনৰ নতুন মূল্যবোধ স্বীকাৰ কৰি নাট্যকাৰসকল নাটক-ৰচনাত অগ্ৰসৰ হ'ল। বিষয়বস্তুৰ লগে লগে প্ৰকাশৰীতিৰো পৰিবৰ্তন ঘটিল। যুগৰ প্ৰকৃতি আৰু শিল্প-চেতনা অনুসৰি নাট্যকাৰসকলে নতুন গঠন-পদ্ধতি আৰু ভঙ্গি গ্ৰহণ কৰিলে।

স্বাধীনতা লাভৰ ঠিক লগে লগে ৰচিত হোৱা নাটককেইখনতেই নতুন শিল্প-ৰুচিৰ পৰিচয় ফুটি উঠিল। কিন্তু পৰিবৰ্তনৰ আচল পৰ্যায় আৰম্ভ হ'ল পঞ্চাছৰ দশকৰ পৰা। ইমানদিনে অনুসৰণ কৰি অহা শেক্সপীয়েৰীয় নাট্যৰীতি উপেক্ষিত হ'ল আৰু ৰূপায়ণ-ৰীতিত এই নাট্যকাৰসকল প্ৰভাৱান্বিত হ'ল ইবছেন, শ আদি বাস্তৱধৰ্মী নাট্যকাৰসকলৰ দ্বাৰা। পূৰ্বৰ পঞ্চাঙ্ক নাটকৰ পৰিবৰ্তে তিনি অঙ্কতে নাটকৰ পৰিসমাপ্তি ঘটোৱা হ'ল আৰু অঙ্ক বিভাগ, দৃশ্য-বিভাগ আদিত শেক্সপীয়েৰীয় বা ৰোমাণ্টিক নাটকৰ নিয়ম উলঙ্ঘা কৰা হ'ল। দৃশ্য-বিভাগ নকৰাকৈ পোনপটীয়া অঙ্ক বিভাগতেই নাটক আবদ্ধ ৰখা আৰু দৃশ্য-বিভাগে অঙ্ক-বিভাগৰ ঠাই অধিকাৰ কৰা দেখা গ'ল। কোনো কোনো নাটকত আকৌ অঙ্ক-বিভাগ আৰু দৃশ্য-বিভাগৰ সলনি ঘটনাৰ সাৱৰ্ত্ত অৰ্থাৎ ঘটনা সংঘটিত স্থানে ভিন্ন পৰিস্থিতি বা অৱস্থাৰ ইঙ্গিত দিলে। আনা-

ৰূপক চৰিত্ৰ আৰু উক্তিয়ে যাতে নাটক ভাৰাক্ৰান্ত নকৰে তাৰ প্ৰতি নাট্যকাৰসকল সচেষ্ট হ'ল। আধুনিক সমালোচক আৰু দৰ্শকে অবান্তৰ বুলি মত পোষণ কৰা স্বগত উক্তি, কাষৰীয়া উক্তি সৰহভাগ নাটকতে পৰিহাৰ কৰা হ'ল আৰু ৰোমাণ্টিক নাট্যকাৰসকলে সংযোজন কৰা উপ-কাহিনী, লঘু দৃশ্য আদি প্ৰায় উঠাই দিয়াৰ ব্যৱস্থা কৰা হ'ল। আংগিক আৰু বিষয়বস্তুৰ অভিনৱত্বৰে পশ্চিমীয়া নাট্যজগতত উদ্ভৱ হোৱা বিভিন্ন নাটকীয় ধাৰাৰ প্ৰভাৱ অসমীয়া নাটকত পৰিলক্ষিত হ'ল। পিৰান্দেল্লো, ব্ৰেখ্‌ট, আয়োনেস্কো আদি নাম অসমৰ নাট্য-জগতত জনপ্ৰিয় হৈ উঠিল। পশ্চিমীয়া নাটকৰ শেহতীয়া কলা-কৌশলৰ সৈতে অসমীয়া নাটকৰ সংযোগ সাধন কৰাৰ চেষ্টা কৰা হ'ল। কিন্তু বাহিৰৰ সকলো উপকৰণ সংগ্ৰহ কৰি নিজস্ব বৈশিষ্ট্যৰ অংগীভূত কৰি ল'লেহে শিল্পকৰ্ম আদৰণীয় হৈ উঠে। আমাৰ শেহতীয়া নাট্যচিন্তাত তেনে সচেতনতা চকুত পৰিছে।

**সাৰদা বৰদলৈ** (১৯০২ ১৯৮৫): গাঁৱলীয়া জীৱনৰ দুই-এক বাস্তৱ দিশ আৰু অৰ্থনৈতিক সংকটত জুৰুলা নিম্নমধ্যবিত্তৰ জীৱন প্ৰতিফলিত হৈছে সাৰদা বৰদলৈৰ নাটকত। কৃষ্ণানন্দ ভট্টাচাৰ্যৰ সৈতে যুটীয়াভাৱে ৰচনা কৰা তেওঁৰ 'মগ্‌ৰীবৰ আজান' (১৯৫৮) ত গাঁৱলীয়া পটভূমিত হিন্দু-মুছলমানৰ সম্প্ৰীতিৰ এক মনোৰম চিত্ৰ ৰূপায়িত হৈছে। নাটকখনত অৱশ্যে চাঞ্চল্যকৰ ঘটনাৰ সমাবেশ একেবাৰে নপকা নহয়। বৰদলৈৰ 'পহিলা তাৰিখ' (১৯৭৪) আৰু 'সেই বাটেদি' (১৯৭৭)ত ক্ৰমে চাকৰি-জীৱীৰ আৰ্থিক সমস্যা আৰু আভিজাত্যক লৈ কৰা গৰ্বৰ অৰ্থহীনতা দেখুৱাবৰ প্ৰয়াস কৰা হৈছে। তেওঁৰ শেহতীয়া নাটক 'পোহৰৰ জিলিঙনি' (১৯৭৮)ত সামাজিক দুৰ্নীতি আৰু নৈতিক অৱক্ষয়ৰ চিত্ৰ ফুটি উঠিছে। এই কেইখন পূৰ্ণাঙ্গ নাটৰ উপৰিও 'ৰেকৰ্ডিং বিৰম্বনা', 'শিহৰান' আদিকে ধৰি কেইবাখনো একাঙ্কিকা সদৃশ নাটক তেওঁ ৰচনা কৰিছে। বৰদলৈৰ এটি প্ৰধান লক্ষ্য আদৰ্শ চৰিত্ৰ সৃষ্টি কৰা। সেই উদ্দেশ্য সাধনৰ বাবে তেওঁ নাটকত অপ্ৰয়োজনীয় কথাৰ অৱতাৰণা কৰা প্ৰায়ে দেখা যায়।

**প্ৰবীণ ফুকন** (১৯১২-১৯৮৫) **:** নাট্যকলাত একাত্মমনে লাগি থকা প্ৰবীণ ফুকনে চতুৰ্থ দশকতেই 'আসাম হলিউড' (১৯৩৮) আৰু 'কাল পৰিণয়' (১৯৩৯) নামৰ দুখন সামাজিক নাটকৰ যোগেদি আত্মপ্ৰকাশ কৰিছিল যদিও নাট্যকাৰ হিচাপে তেওঁ সুপ্ৰতিষ্ঠিত হয় স্বাধীনতাৰ পৰৱৰ্ত্তী কালছোৱাত। স্বাধীনতাৰ পাছতেই প্ৰকাশিত তেওঁৰ ঐতিহাসিক নাটক দুখন হ'ল, 'মণিৰাম দেৱান' (১৯৪৮) আৰু লাচিত বৰফুকন' (১৯৪৯)'। অসম বুৰঞ্জী-খ্যাত দুজন বীৰ পুৰুষক লৈ ৰচিত এই নাটক দুখনৰ সংলাপ আৰু চৰিত্ৰাঙ্কনত নাট্যকাৰৰ দক্ষতাৰ পৰিচয় আছে। ইবছেনীয় নাট্য-ৰীতিৰ প্ৰভাৱো ইয়াত লক্ষ্য কৰা যায়। ইয়াৰ পাছত প্ৰকাশ পোৱা তেওঁৰ আটাই কেইখন নাটকেই সামাজিক। 'ডাঃ প্ৰমোদ', 'শতিকাৰ বাণ' (১৯৫৪) আৰু বিশ্বৰূপা' (১৯৬১)ই ফুকনৰ সমাজসচেতনতা আৰু সহানুভূতিশীল শিল্পী-হৃদয়ৰ স্বাক্ষৰ বহন কৰিছে। উপস্থাপন ৰীতিত বিশেষ নতুনত্ব পৰিলক্ষিত নহয় যদিও নাটককেইখনৰ চৰিত্ৰকেইটা উজ্জ্বল ভাবে প্ৰকাশ পাইছে। 'ত্ৰিৰঙ্গ' (১৯৬২) তেওঁৰ তিনিখন একাঙ্কিকাৰ সমষ্টি।

**সুৰেন্দ্ৰ নাথ শইকীয়া :** শইকীয়াৰ নাটকসমূহৰ ভিতৰত 'লক্ষ্মণ' (১৯৪৯) আৰু 'কৰ্ণ (১৯৫৯) পৌৰাণিক বিষয়বস্তুক লৈ ৰচিত। নাটক দুখনত পৌৰাণিক কাহিনীক যথাযথভাৱে উপস্থাপন কৰা হৈছে যদিও ঠায়ে ঠায়ে সামাজিক কথাৰো আভাস আছে। দ্বিতীয়খনত মহাভাৰতৰ বীৰ কৰ্ণক সকলো সামাজিক অন্যায়ৰ বিৰুদ্ধে সংগ্ৰামত লিপ্ত হোৱা পুৰুষ-ৰূপে থিয় কৰোৱা হৈছে। '৪২ৰ গণ আন্দোলনৰ শহীদ কুশলকোঁৱৰৰ জীৱনৰ ভেটিত শইকীয়াই 'কুশলকোঁৱৰ' (১৯৪৯) নাটক ৰচনা কৰিছে। নাটকখনৰ একেবাৰে জীয়া কাহিনীটোত জীয়া চৰিত্ৰৰ সমাবেশ ঘটোৱাত নাট্যৰস সৃষ্টিত বাধা পৰিছে। এই তিনিখন গহীন নাটকৰ বাহিৰেও 'তপস্বিৰ' (১৯৪৯) কে ধৰি কেইবাখনো ধেমেলীয়া বা প্ৰহসনজাতীয় নাটকো তেওঁ ৰচনা কৰিছে।

**সত্যপ্ৰসাদ বৰুৱা** (১৯১৯) **:** নাটক আৰু অভিনয়ৰ লগত কেইবাটাও দশক জড়িত সত্যপ্ৰসাদ বৰুৱাৰ চতুৰ্থ দশকৰ ৰচনা 'চাকৈ-চকোৱা' (১৯৩৯) পৰ-

স্পৰৰ প্ৰতি আন্তৰিক টান অনুভৱ কৰা এহাল যুৱক-যুৱতীৰ চৰিত্ৰ বিশ্লেষণৰ প্ৰচেষ্টা। ইয়াৰ পাছৰখন নাটক 'শিখা' (১৯৫৭) তো তেওঁ প্ৰণয়ৰ কোমল আৰু কৰুণ চিত্ৰ এটি ৰূপায়িত কৰিছে। প্ৰণয়পাশত আবদ্ধ যুবক-যুৱতীৰ মিলনৰ পথত সামাজিক ৰীতি-নীতিয়ে কেনেদৰে অলঙ্ঘনীয় বাধাৰ সৃষ্টি কৰে, তাকে ইয়াত দেখুৱাবলৈ বিচৰা হৈছে। '৪২ৰ গণ আন্দোলনৰ পট-ভূমিত বৰুৱাই 'জ্যোতিৰেখা' (১৮৫৮) ৰচনা কৰিছে। নাটকখনত পুলিচ বিভাগৰ চৰকাৰী কৰ্মচাৰী এজনৰ দেশপ্ৰেমৰ নিদৰ্শন দাঙি ধৰা হৈছে। বৰুৱাৰ এটি প্ৰধান উদ্দেশ্য, আদৰ্শ চৰিত্ৰ-সৃষ্টি কৰা। তাৰ বাবে তেওঁৰ নায়ক-নায়িকা ঠায়ে ঠায়ে ভাবপ্ৰৱণ হৈ পৰা দেখা যায়। বৰুৱাৰ শেহ-তীয়া নাটক 'নায়িকা নাট্যকাৰ' (১৯৭৬) 'জ্বালা' (১৯৭৬) আৰু 'মৃণাল মাহী' (১৯৭৭) ত চৰিত্ৰৰ মানোবিশ্লেষণ কৰা হৈছে। আধুনিক জীৱনত উদ্ভৱ হোৱা বিভিন্ন সমস্যাৰ আঁত বিচাৰি মানৱ-মনৰ ভিতৰত প্ৰৱেশ কৰাৰ চেষ্টা এইবোৰত আছে। নাটককেইখনৰ বিষয়বস্তু উপ-স্থাপন-ৰীতিত নাট্যকাৰে কৃতিত্ব প্ৰদৰ্শন কৰিছে। উল্লিখিত নাটক কেইখনৰ উপৰিও একাঙ্কিকা-সদৃশ তিনিখন ঐতিহাসিক নাটক—'আনাৰ কলি', 'কুনাল-কাঞ্চন' 'ৰাণাদিল' (১৯৫৮) তেওঁৰ কাপৰ পৰা ওলাইছে।

**সুৰেশ গোস্বামী:** জনজাতীয় জীৱনৰ পটভূমিত ৰচিত সুৰেশ গোস্বামীৰ 'কণমী' (১৯৪৬)ত ত্ৰৈভুজিক প্ৰেমৰ কৰুণ চিত্ৰ এটি পোৱা গৈছে। নাটকখনৰ চৰিত্ৰ-সৃষ্টিৰ ফালে নাট্যকাৰে বিশেষ নজৰ ৰাখিছে। বিপৰীতধৰ্মী চাৰিত্ৰিক বৈশিষ্ট্য আৰোপ কৰা হেতুকে আটাইকেইটা মুখ্য চৰিত্ৰই স্পষ্টকৈ উঠিছে। ইবছেনৰ প্ৰভাব নাটকখনত লক্ষ্য কৰা যায়। শঙ্কৰদেৱৰ জীৱনৰ ভিত্তিত ৰচিত গোস্বামীৰ 'শ্ৰীমন্ত শঙ্কৰ-মাধৱ' (১৯৫৯) জীৱনীমূলক নাট। নাটকখনত মহাপুৰুষৰ ছবুৰি বছৰীয়া জীৱন-বৃত্তান্তৰ সকলোৰ বহুতো কথাকেই সাঙুৰি লোৱা হেতুকে নাটকীয় গুণত কিছু ব্যাঘাত কৰিছে।

**লক্ষ্যধৰ চৌধুৰী** (১৯১০): নাট্যকলা আৰু অভিনয়ৰ প্ৰতি বিশেষ অনুৰাগ থকা লক্ষ্যধৰ চৌধুৰীৰ কেইবাখনো নাটকৰ ভিতৰত প্ৰকাশিত

দুখন নাটক 'বক্ৰকুমাৰ' (১৯৫২) আৰু 'নিমিলা অঙ্ক' (১৯৬৫) ক্ৰমে পৌৰাণিক আৰু সামাজিক বিষয়বস্তুক লৈ ৰচিত। ৰামায়ণৰ এলানি ঘটনা সন্নিবিষ্ট কৰা দীঘলীয়া নাটক 'বক্ৰকুমাৰ'ৰ বিষয়বস্তু কৃত্তিবাসী ৰামায়ণৰ পৰা লোৱা হৈছে। যাৰণৰ চৰিত্ৰটোত গতানুগতিকতা লঙ্ঘন কৰাৰ চেষ্টা আছে। 'নিমিলা অঙ্ক'ত মধ্যবিত্ত পৰিয়ালৰ অৰ্থনৈতিক সংকটৰ ৰূপ দেখুৱাবলৈ বিচৰা হৈছে। সাধাৰণতে হাস্যৰস সৃষ্টিত সুখ্যাতি থকা চৌধুৰীৰ এই নাটকখনত লঘু কথাৰ মাত্ৰা অলপ বেছি হোৱাত মূল সমস্যাটোৰ গুৰুত্ব ভালদৰে অনুভূত নহ'ল।

**সৰ্বেশ্বৰ চক্ৰবৰ্ত্তী :** অসমৰ মঞ্চ জগতত সুপৰিচিত সৰ্বেশ্বৰ চক্ৰবৰ্ত্তীৰ 'অভিমান (১৯৫২) আৰু 'কঙ্কণ' (১৯৫৬) প্ৰণয়ৰ ত্ৰিভুজক লৈ ৰচিত দুখন করুণ ৰসাত্মক নাটক। প্ৰথমখনত নায়ক-নায়িকাৰ মাজত থকা অৰ্থনৈতিক বৈষম্যই তেওঁলোকৰ মিলনত বাধা দিছে। আকস্মিক বা চাঞ্চল্যকৰ ঘটনাৰ সহায় লোৱা হেতুকে নাটক দুখনত কাহিনীৰ পৰিণতি কিছুপৰিমাণে কৃত্ৰিম হৈ পৰিছে। দুয়োখন নাটকতে সুদীৰ্ঘ মঞ্চ-নিৰ্দেশৰ পৰম্পৰা মন কৰিবলগীয়া।

**ফণী শৰ্মা** (১৯১০-১৯৭০) **:** অভিনয়-কলাত গোটেই জীৱন উছৰ্গা কৰা আৰু অসমীয়া নাট্যমঞ্চ আৰু বোলছবিৰ অপ্ৰতিদ্বন্দ্বী অভিনেতাৰূপে স্বীকৃত হোৱা ফণী শৰ্মাৰ নাটক সমূহ হ'ল—'ভোগজৰা' (১৯৫৭), 'কিয়'? (১৯৬১), চিৰাজ' (১৯৬৭), 'নাগপাশ' (১৯৭৬) আৰু 'ক'লা-বজাৰ' (১৯৭৬)। ইয়াৰে প্ৰথমখন ঐতিহাসিক আৰু পাছৰ কেইখন সামাজিক বিষয়বস্তুক লৈ ৰচিত। আহোম ৰজা লক্ষ্মীসিংহৰ বিৰুদ্ধে তিপমীয়া গোহাঞিয়ে কৰা বিদ্ৰোহৰ ঘটনাটো 'ভোগজৰা'ত নাটকীয় ৰূপ পাইছে। নাটকখনৰ সংলাপৰ আকৰ্ষণ আছে; কিন্তু বিষয়বস্তুৰ সংযত ৰূপ এটি ফুটি নুঠিল। 'কিয় ?'ত আৰ্থিক সংকটত জুৰুলা শিল্পীৰ সমস্যা দাঙি ধৰা হৈছে। তাৰ লগতে আমাৰ সমাজত সৃষ্টি হোৱা দুটা শ্ৰেণী, ধন-সম্পদৰ প্ৰাচুৰ্য্যৰ মাজত থকা অভিজাত শ্ৰেণী আৰু যাৰবৈ নাপাই হাড়-ছাল ওলোৱা অৱহেলিত অথবা

সৰ্বহাৰা শ্ৰেণীৰ ৰূপ ফুটি উঠিছে। 'চিৰাজ'ত হিন্দু-মুছলমানৰ সম্প্ৰীতিৰ এখন আদৰ্শাত্মক ছবি অঙ্কন কৰা হৈছে। মঞ্চৰ প্ৰচুৰ অভিজ্ঞতা থকা শৰ্মাই আটাইকেইখন নাটকতে নাটকীয় পৰিস্থিতি সৃষ্টিৰ ফালে চকু ৰাখিছে।

**অনিল চৌধুৰী** (১৯১২) আৰু **গিৰিশ চৌধুৰী** (১৯১৭)-য়ে সমসাময়িক সমাজৰ বাস্তৱ ৰূপ দাঙি ধৰাৰ চেষ্টা কৰিছে। সামাজিক বাধা-নিষেধে প্ৰণয়াসক্ত ডেকা গাভৰুৰ জীৱনত কিদৰে বিপৰ্যয়ৰ সৃষ্টি কৰে, তাকে দেখুৱাবলৈ বিচৰা হৈছে, অনিল চৌধুৰীৰ 'প্ৰতিবাদ' (১৯৫৩)ত। নাটকখনত নায়িকাই সামাজিক নীতি-নিয়মৰ দোহাই দি এটি ভণ্ড আৰু অসুখী জীৱন যাপন কৰাৰ বিৰোধিতা কৰিছে আৰু স্বামীৰ দুৰ্ব্যৱহাৰৰ প্ৰতিবাদ স্বৰূপে স্বামী-গৃহৰ পৰা ওলাই নতুনকৈ সাংসাৰিক জীৱনৰ পাতনি মেলিবলৈ ইচ্ছা প্ৰকাশ কৰিছে। নাটকখনত চৰিত্ৰৰ মনস্তাত্ত্বিক দিশটোৰ ওপৰত গুৰুত্ব দিয়া হৈছে। বিষয়বস্তু উপস্থাপন আৰু সংলাপ ৰচনাত নাট্যকাৰে সংযম প্ৰদৰ্শন কৰিব পাৰিছে। তেওঁৰ আন এখন নাটক 'চিৰন্তন' (১৯৬২)তো চৰিত্ৰৰ মনস্তাত্ত্বিক বিশ্লেষণৰ প্ৰয়াস দেখা যায়। এটি খাচীয়া সাধুকথাৰ ভেটিত ৰচিত চৌধুৰীৰ 'মাণিক ৰাইটং' (১৯৭২) ইতিপূৰ্বে প্ৰচাৰিত একেনামৰ অনাটকীয় নাটখনিৰ মঞ্চৰূপ। নাটকখনৰ কাব্যধৰ্মী সংলাপে পাঠকক মুগ্ধ কৰে। গিৰিশ চৌধুৰীৰ 'মিনাবজাৰ' (১৯৭৮)ত এটি মধ্যবিত্ত মুছলমান পৰিয়ালৰ অভাৱ-অনাটনৰ যোগেদি সমাজৰ বৈষম্যমূলক অৰ্থনৈতিক অৱস্থাৰ আভাস দিয়া হৈছে।

**আব্দুল মালিক :** গল্পকাৰ আৰু ঔপন্যাসিক হিচাপে সুখ্যাতি অৰ্জন কৰা আব্দুল মালিকৰ নাটক, 'ৰাজদ্ৰোহী' (১৯৫৭) ত ইতিহাসৰ বিষয়বস্তুক নতুন দৃষ্টিভংগিৰে চোৱা হৈছে। বুৰঞ্জীয়ে গৰিহণা দিয়া সংৰামৰ কাৰ্যকলাপত আধুনিক ভাব-আদৰ্শ আৰোপ কৰা হৈছে। সংৰামে ৰাজদ্ৰোহ আচৰণ কৰিছিল—অত্যাচাৰী, স্বেচ্ছাচাৰী শাসনৰ পৰা জনসাধাৰণক মুক্ত কৰাৰ উদ্দেশ্যে, গণতন্ত্ৰৰ আদৰ্শ প্ৰতিষ্ঠা কৰাৰ

অভিপ্ৰায়েৰে। সেইবাবে, সংৰাম ৰাজদ্ৰোহী হ'লেও দেশদ্ৰোহী নহয়। এয়াই নাটকৰ উপজীব্য। এক কথাত, গণতান্ত্ৰিক যুগৰ ভাবধাৰা চকুৰ আগত ৰাখি সংৰামৰ চৰিত্ৰটো নতুনকৈ অঙ্কন কৰা হৈছে। অৱশ্যে নাটকখনৰ কাহিনীটো বৰ নিটোল হৈ নুঠিল।

**উত্তম বৰুৱা** (১৯২৬): স্বাধীনতাৰ পাছত প্ৰকাশিত নিচেই কম সংখ্যক ঐতিহাসিক নাটকৰ ভিতৰত উত্তম বৰুৱাৰ নাটক কেইখন বিশেষভাবে উল্লেখযোগ্য। বৰুৱাৰ প্ৰথম নাটক 'সৰু মানুহৰ দোলা' (১৯৬০)ৰ কাহিনী ইতিহাসৰ ন'হ'লেও পটভূমি সম্পূৰ্ণভাবে ঐতিহাসিক আৰু উপযুক্ত ঐতিহাসিক পৰিবেশ সৃষ্টিতেই নাটকখনৰ সাৰ্থকতা প্ৰধানকৈ বিচাৰি পোৱা গৈছে। আহোম ৰাজত্বৰ পটভূমিত উপস্থাপন কৰা কল্পিত কাহিনীটোৰ যোগেদি সামন্ত শ্ৰেণীৰ বিপৰীতে সৰু সৰু মানুহৰ দুখ-যন্ত্ৰণা, হা-হুমুনিয়াহৰ ছবি পৰিস্ফুট কৰা হৈছে। তেওঁৰ আন দুখন নাটক, 'কেৰেঙাৰ সতী' (১৯৬২) আৰু 'ৰৱৰজা ফুলেশ্বৰী' (১৯৭১)ত বুৰঞ্জীৰ বিষয়বস্তুত কিছু নতুনত্ব আৰোপ কৰাৰ চেষ্টা কৰা হৈছে। 'কেৰেঙাৰ সতী'ত ইতিহাস-প্ৰসিদ্ধ জয়মতী কুঁৱৰীৰ ঘটনাৰ সৈতে অত্যাচাৰী, নিষ্ঠুৰ লালুক সোলা বৰফুকনক হত্যা কৰা প্ৰসংগ সাঙুৰি, নগঞা ভোটাই ডেকাক অন্যতম মুখ্য চৰিত্ৰৰ ভূমিকাত অৱতীৰ্ণ কৰোৱা হৈছে। 'ৰৱৰজা ফুলেশ্বৰী'ত তেনেই সাধাৰণ চোৱাঙী ফুলেশ্বৰীয়ে ৰৱৰজা হৈ কেনে দক্ষতাৰে ৰাজকাৰ্য চলাইছিল আৰু ডা-ডাঙৰীয়া আৰু যাজক শ্ৰেণীৰ চক্ৰান্তত ফুলেশ্বৰীৰ জীৱন কিদৰে ব্যৰ্থ হৈ প'ল তাৰ ইংগিত দিয়া হৈছে। দুয়োখন নাটকতে আৱশ্যকীয় ঐতিহাসিক পৰিবেশ সৃষ্টিৰ প্ৰতি নাট্যকাৰে তীক্ষ্ণ নজৰ ৰাখিছে আৰু দৃশ্য-পৰিকল্পনা আৰু সংলাপ-সংযোজনাত সংযম প্ৰদৰ্শন কৰিছে।

**অৰুণ শৰ্মা** (১৯৩১): নাটক ৰচনা আৰু প্ৰযোজনাত মনোনিবেশ কৰা অৰুণ শৰ্মাই আধুনিক কলা-কৌশলেৰে অসমীয়া নাটকক সমৃদ্ধ কৰিবলৈ চেষ্টা কৰিছে। নাট্য-জীৱনৰ আৰম্ভণিতে ৰচনা কৰা শৰ্মাৰ 'উকথা পঁজা' সমসাময়িক সমাজত উদ্ভৱ হোৱা নিস্পৃহতা তথা অৰ্থ-

নৈতিক সমস্যাৰ প্ৰতিচ্ছবি। পৰ্বত-ভৈয়ামৰ সম্প্ৰীতি-সূচক 'জিন্‌ টি' (১৯৬৭)ৰ পাছত প্ৰকাশিত 'শ্ৰীনিবাৰণ ভট্টাচাৰ্য্য' (১৯৬৭) 'পুৰুষ' (১৯৭২) আৰু 'আহাৰ' (১৯৭১) ত শৰ্মাই গতানুগতিক নাট্য-ৰীতিৰ পৰা আঁতৰি আহি অভিনৱ উপায়ে বিষয়বস্তু উপস্থাপন কৰিছে। তিনিটা দৃশ্যত সম্পূৰ্ণ 'শ্ৰীনিবাৰণ ভট্টাচাৰ্য্য'ত নিবাৰণ ভট্টচাৰ্য্য নামৰ নাট্য-শিল্পী এগৰাকীৰ নাটক অভিনয় কৰোৱাৰ ব্যৰ্থ চেষ্টা এটি ৰূপায়িত কৰা হৈছে। নাটকখনত প্ৰখ্যাত নাট্যকাৰ আয়োনেস্কোৰ সামান্য প্ৰভাৱ আছে। অঙ্ক আৰু দৃশ্যবিভাগ নথকা 'পুৰুষ'ত সুকান্ত চলিহা নামৰ এজন কৰি-সাহিত্যিকৰ জীৱনত ঘটা দুখাৱহ পৰিণতিৰ আলম লৈ এটি ধাৰণাক নতুন নাটকীয় ৰূপত থিয় কৰোৱা হৈছে। আহাৰ' তো তেনে-দৰে অতীন্দ্ৰৰে পৰা চলি অহা ধাৰণা এটিকেই অগতানুগতিক নাটকীয় ৰীতিত উপস্থাপন কৰা হৈছে। পশ্চিমীয়া নাট্য-জগতত গা কৰি উঠা এবছাৰ্দ নাটকৰ লক্ষণ নাটক খনত পৰিলক্ষিত হয়। অসমীয়া নাটকৰ আঙ্গিকৰ নতুন দিশ উন্মোচন কৰাত আৰু পশ্চিমীয়া নাটকৰ আধুনিক ক'লা কৌশলৰ সৈতে অসমীয়া নাটকৰ সংযোগ সাধন কৰাত এই নাটককেইখনৰ ভূমিকা গুৰুত্বপূৰ্ণ। শৰ্মাৰ শেহতীয়া নাটক 'চিত্ৰৰ' (১৯৭৭) ত শোষকৰ স্বৰূপ আৰু শোষিতৰ প্ৰতিক্ৰিয়া প্ৰদৰ্শন কৰা হৈছে।

এবছাৰ্দ নাটকৰ প্ৰসংগত **বসন্ত শইকীয়াৰ** 'মৃগতৃষ্ণা' (১৯৭২) নাটক-খনো উল্লেখযোগ্য। দুটা অঙ্কত সমাপ্ত এই নাটকখনত দিগন্ত হাজৰিকা নামৰ এজন লোকৰ সপোনৰ অৱস্থা এটিক নাট্যৰূপ দিয়া হৈছে। আয়োনেস্কোৰ নাটকতো এনে সপোন অৱস্থাৰ নাট্যৰূপ দেখা যায়। শইকীয়াৰ 'মানুহ' (১৯৭৭) আৰু 'অসুৰ' (১৯৭৭) তো আয়োনেস্কোৰ প্ৰভাৱ বেছ স্পষ্ট।

উল্লিখিত নাটকসমূহৰ উপৰিও প্ৰেম নাৰায়ণ দত্তৰ 'কণ্ঠবোল' (১৯৫০); সংকাৰ' (১৯৫৩), **জনাৰ্দন ঠাকুৰৰ** 'ভৈয়ামৰ সেন্দূৰী আলি' (১৯৫২), প্ৰফুল্ল বৰুৱাৰ 'আশাৰ বালিচৰ' (১৯৫৪) অতুল ডেকাৰ 'গৰাখহনীয়া' (১৯৫৫) 'কেঁচজালি' (১৯৫৮), **অমৰেন্দ্ৰ পাঠকৰ** 'ইটাৰভিট' (১৯৫৫),

'প্ৰতিকাৰ' (১৯৭৩), **দুৰ্গেশ্বৰ বৰঠাকুৰৰ** 'চাকনৈয়া' (১৯৫৮), ভিম্বেশ্বৰ শৰ্মাৰ 'কোন বাটে' (১৯৬২) নগেন শৰ্মাৰ 'উকাৰ জুই' **প্ৰফুল্ল বৰাৰ** 'সাকোঁ' (১৯৬৮), 'বকৰাৰ সংসাৰ' আদি ভালেমান নাটকত সামাজিক সমস্যাৰ প্ৰতিফলন আৰু চৰিত্ৰ-চিত্ৰণৰ প্ৰয়াস দেখা যায়। স্বাধীনতাৰ ঠিক-আগে পাছে ৰচিত **করুণাধৰ বকৰাৰ** 'মিলিটেৰী প্ৰেম', 'বন্যাকৰ', 'মধু মাষ্টৰৰ গৰু' আৰু **কুমুদ বৰুৱাৰ** 'গুড্ নাইট চাৰ', 'তীৰ্থযাত্ৰী', 'এশদহধাৰা', 'উনৈশ শ সাতত্ৰিশ' আদিকে ধৰি কেইখনমান ধেমেলীয়া নাট্য আছে। **নগাঁও নাট্য সমিতিৰ** 'পিয়লি ফুকন' (১৯৪৮) আৰু **যুগল দাসৰ** '১৮৫৭' বুৰঞ্জীমূলক নাটক,। 'পিয়লি ফুকন' এই সময়ৰ এক উল্লেখযোগ্য সৃষ্টি। সাতটা দৃশ্যত বিভক্ত এই নাটকখন সংলাপ, পৰিবেশ সৃষ্টি, চৰিত্ৰাঙ্কন আদি সকলো ফালৰ পৰাই আকৰ্ষণীয়। হেমচন্দ্ৰ শৰ্মাৰ 'কালিদাস' (১৯৫৯) আৰু যুগল দাসৰ 'মীৰাবাঈ' (১৯৬৪) জীৱনীমূলক নাটক। **অৰুণ চক্ৰবৰ্তীৰ** 'আগমণি' (১৯৭০) আৰু **হিমেন্দ্ৰ বৰঠাকুৰৰ** 'বাঘ' (১৯৭১) ত আকৰ্ষণীয়ভাবে বিষয়বস্তু উপস্থাপন কৰা হৈছে। বৰঠাকুৰৰ 'বাঘ' এই সময়ছোৱাৰ এক সাৰ্থক সৃষ্টি বুলি ক'ব পাৰি। সামাজিক প্ৰগতিৰ অন্তৰায়স্বৰূপ বাঘটোক বধ কৰিবলৈ আৰু পুৰণি ধ্যান-ধাৰণাক বিসৰ্জন দি আধুনিক প্ৰগতিশীল সমাজ এখন গঢ়িবলৈ ইয়াত ডেকা শক্তিক উদ্দীপিত কৰা হৈছে। **বসন্ত ওজা**ই সামাজিক জীৱনৰ বিভিন্ন দিশ বলিষ্ঠ আৰু অভিনৱ উপায়ে উত্থাপিত কৰিবলৈ পৰীক্ষা-নিৰীক্ষা কৰিছে। সামাজিক জীৱনৰ বিভিন্নদিশ গভীৰভাবে প্ৰতিফলিত কৰাৰ চেষ্টা কৰা হৈছে, **মহেন্দ্ৰ বৰঠাকুৰৰ** 'জন্ম' (১৯৭২) আৰু 'মুখামন্ত্ৰী' (১৯৮৯), **আলি হাইদৰৰ** 'এটা চোলাৰ কাহিনী', 'অহৈতুকী স্বদেশপ্ৰীতি' 'ধুমুহা পখীৰ নীড়', 'এখন নিলাজ মানুহৰ দেশ' (১৯৮৮) **অখিল চক্ৰবৰ্তী**ৰ 'উত্তৰপুৰুষ' (১৯৮০) আৰু **অতুল বৰদলৈৰ** নাটকত। অসমৰ নিজৰ নাট্যৰীতিৰ আহিৰে নাট-লিখাৰ উল্লেখনীয় প্ৰচেষ্টা পৰিলক্ষিত হৈছে, **যুগল দাসৰ** 'বাঘনৰ খোল' (১৯৮২), **সতীশ ভট্টাচাৰ্যৰ** 'মহাবাক্য' (১৯৮৩) আৰু **অখিল চক্ৰবৰ্তীৰ**

'একন ৰজা আছিল' (১৯৮৫) ত। দেশীয় ঐতিহ্যৰ সৈতে সংগতি ৰক্ষা কৰাৰ চেষ্টা ইয়াত আছে।

যোৱা দুটা দশকত একাংকিকা আৰু অনাতাঁৰ নাটে বিশেষ সমাদৰ লাভ কৰা দেখা গৈছে। বীণা দেৱী, সত্যপ্ৰসাদ বৰুৱা, ফণী তালুকদাৰ, প্ৰবীন ফুকন, ভবেন শইকীয়া, অৰুণ শৰ্মা, হেমেন বৰগোহাঞি, মহেন্দ্ৰ বৰা, তিলক হাজৰিকা, যোগেন চেতিয়া, সতীশ দাস, দেৱকুমাৰ শইকীয়া, দুৰ্গেশ্বৰ বৰঠাকুৰ, পদ্ম বৰকটকী, প্ৰফুল্ল বৰা, তফজ্জুল আলি, তৰুণ শইকীয়া, সমৰেন্দ্ৰ নাৰায়ণ দেৱ, অতুল বৰদলৈ, মহেন্দ্ৰ বৰঠাকুৰ, হিমেন্দ্ৰ বৰঠাকুৰ, ভবেন বৰুৱা আদিয়ে ৰচনা কৰা একাংকিকা আৰু অনাতাঁৰ নাটত সমাজ জীৱনৰ চিত্ৰ ৰূপায়িত হৈছে। বীণা দেৱীৰ (বিৰিঞ্চি কুমাৰ বৰুৱা) 'এবেলাৰ নাট', ভবেন শইকীয়াৰ 'অলঙ্কাৰ', 'বাওনা', 'পুতলা নাচ', হোমেন বৰগোহাঞিৰ 'নট্ বাট ব্ৰেদ এলোন', মহেন্দ্ৰ বৰাৰ 'পৃথিৱী ফেদেলী', ভোলা কটকীৰ 'বিভ্ৰাট', যোগেন চেতিয়াৰ 'ধানটো পতানটো', দেৱ কুমাৰ শইকীয়াৰ 'স্বপ্ন ছবিৰ ছন্দ', তফজ্জুল আলিৰ 'নেপাতি কেনেকৈ পাকো,' 'বেদ, নম্বৰ ফাইভ', সমৰেন্দ্ৰ নাৰায়ণ দেৱৰ 'ভিক্ষা' হিমেন্দ্ৰ বৰঠাকুৰৰ 'সপিল' 'দ্বীপ', আদিকে ধৰি কেইখনমান একাংকিকাৰ নাম উদাহৰণ স্বৰূপে লৈ ল'ব পাৰি। এওঁলোকৰ উপৰিও এচাম নবীন নাট্যকাৰে একাংকিকা আৰু অনাতাঁৰ নাট ৰচনাত মনোযোগ দিছে আৰু তেওঁলোকৰ হাতত বিষয়-বস্তুৰ পৰিসৰ বৃদ্ধি পাইছে। মধ্যবিত্ত আৰু নিম্ন মধ্যবিত্ত শ্ৰেণীৰ আশা-আকাংক্ষা, শ্ৰমিক কৃষকৰ বেদনা, সমাজৰ অৱহেলিত আৰু নিষ্পেষিত শ্ৰেণীৰ জীৱন সংগ্ৰাম, সমাজ-বিপ্লৱৰ চেতনা, সমাজতান্ত্ৰিক আন্দোলন, সশস্ত্ৰ বিপ্লৱ আদি বিবিধ বিষয় এওঁলোকে প্ৰতিফলিত কৰিছে। কেইবাখনো একাংকিকাই সৰ্বভাৰতীয় স্বীকৃতিও লাভ কৰিছে। চীনা আক্ৰমণৰ পটভূমিত লিখা ফণী তালুকদাৰৰ 'জুয়ে পোৰা সোণ' আৰু অতুল বৰদলৈৰ 'তেজে ধোৱা কামেং' এই প্ৰসঙ্গত উল্লেখযোগ্য। দেশপ্ৰেম-মূলক নাটক হ'লেও 'জুয়ে পোৰা সোণ'ত দেশপ্ৰেমৰ উচ্ছ্বাসতনাট্য-

কাৰ উটি যোৱা নাই।

এই সময়ছোৱাৰ অনূদিত আৰু ৰূপান্তৰিত নাটকৰ ভিতৰত পদ্ম বৰকটকীৰ 'পুতলা ঘৰ' (ইবছেনৰ Doll's House ৰ (ৰূপান্তৰ), সত্য প্ৰসাদ বৰুৱাৰ 'বনহংসী' (ইবছেনৰ The wild Duck ৰ অসমীয়া ৰূপ), প্ৰফুল্ল দত্ত গোস্বামীৰ 'এন্টিগনি' (চফক্লিছৰ Antigone নাটকৰ অনুবাদ) মহেন্দ্ৰ বৰাৰ 'ভূত' (ইবছেনৰ Ghost নাটকৰ অনুবাদ), প্ৰফুল্ল দত্ত গোস্বামীৰ আৰু আবুল লেইচৰ একাঙ্কিকা' (চাৰিখন বিদেশী একাঙ্কিকাৰ অসমীয়া ৰূপ আৰু অনুবাদ), যোগেন চেতিয়াৰ 'চেনেহৰ সোঁতা' (হক্টনৰ Dear Departed ৰ ৰূপান্তৰ), প্ৰফুল্ল চন্দ্ৰ বৰুৱাৰ 'বিভ্ৰাট' (অস্কাৰ ওৱাইল্ডৰ নাটক আৰু গল্পৰ অৱলম্বনত ৰচা দুখন নাটিকাৰ সংকলন), ৰাম গোস্বামীৰ 'পলাশৰ ৰং' (টেনেচি উইলিয়ামছৰ The glass menagerie ৰ অভিযোজনা)' শৈলেন ভৰালীৰ 'গদোৰ প্ৰতীক্ষাত' (বেকেটৰ Waiting for Godot ৰ ৰূপান্তৰ) আদিৰ নাম ল'ব পাৰি। ইয়াৰ বাহিৰেও চেখভ, বাৰ্ণাড শ, ষ্ট্ৰিণ্ডবাৰ্গ, গৰ্কী, প্ৰিষ্টলি, পিৰানডেলো, মলিয়াৰ, গগোল আদি প্ৰখ্যাত নাট্যকাৰ সকলৰ নাটক অসমীয়ালৈ ৰূপান্তৰিত কৰি মঞ্চস্থ কৰা হৈছে। সংস্কৃতৰ 'মুদ্ৰাৰাক্ষস', 'মৃচ্ছকটিকা', 'স্বপ্নবাসৱদত্তা' আদি নাটক অনূদিত হৈছে। হিন্দী আৰু বঙালীনাটক কেইখনমানো অসমীয়ালৈ অনুবাদ কৰা হৈছে।

## ॥ উপন্যাস ॥

অসমীয়া উপন্যাসৰ প্ৰথমছোৱা ঐতিহাসিক উপন্যাসৰ কাল বুলি আগতে কৈ অহা হৈছে। ইতিহাসক আশ্ৰয় কৰি ৰচনা কৰা ৰোমান্স-ধৰ্মী উপন্যাসেই সেই কালৰ ছাপ সম্বল। অৱশ্যে, সামাজিক জীৱনক কেন্দ্ৰ কৰি লিখা কেইখনমান উপন্যাসো সেই সময়ছোৱাত ওলাইছিল। কিন্তু উপন্যাসৰ কলাত্মক দিশটোলৈ সেইবোৰত বিশেষ চকু দিয়া হোৱা নাছিল। সংস্কাৰকৰ ভূমিকা লৈ লেখকে নিজৰ পোষণীয় আদৰ্শ প্ৰচাৰ কৰিবলৈ চেষ্টা কৰাৰ ফলত উপন্যাসহে পৰিছিল কৃত্ৰিম আৰু

বক্তৃতাধৰ্মী। আদৰ্শবাদ অথবা সংস্কাৰ-প্ৰৱণতাই প্ৰাধান্য লভা হেতুকে সেইবোৰত কাহিনীৰ সুস্থ, সংহত ৰূপ একোটি ফুটি নুঠিল আৰু চৰিত্ৰৰ স্বাভাৱিক বিকাশো সম্ভৱ ন'হল। মুঠতে, দ্বিতীয় মহাযুদ্ধৰ সময়লৈকে অসমীয়া উপন্যাসৰ সুঁতিটো আছিল অতি দুৰ্বল। বুৰঞ্জীৰ আলমত ৰচিত একোটি সুখপাঠ্য কাহিনীৰ ওপৰত অথবা সমাজৰ দোষ-ত্ৰুটি আঙুলিয়াই সমাজক নিকা কৰাৰ ওপৰতেই ঔপন্যাসিক সকলে গুৰুত্ব দিছিল। প্ৰকৃততে, উপন্যাসৰ কাৰণে অনুকূল পৰিবেশ সৃষ্টি হ'বলৈ ধৰে দ্বিতীয় মহাযুদ্ধৰ পাছৰে পৰা আৰু সেইবাবে স্বাধীনতা লাভৰ পাছতহে অসমীয়া উপন্যাসে গা কৰি উঠা দেখা গ'ল। বিশ্বসাহিত্যৰ ইতিহাস পৰ্য্যালোচনা কৰিলে বুজা যায় যে উপন্যাস-সাহিত্যই বিকাশ লাভ কৰে নগৰকেন্দ্ৰিক সভ্যতাক কেন্দ্ৰ কৰি। আচলতে অসমত দুৰ্কীয়া চহৰীয়া সমাজ গঢ়ি উঠে স্বাধীনতা লাভৰ পাছৰ পৰা। স্বাধীনতাৰ পাছতহে অসমৰ চহৰ কেইখনৰ অৱস্থা অলপ উন্নত হ'বলৈ ধৰে, চহৰীয়া পৰিবেশৰ ক্ৰমে সম্প্ৰসাৰণ ঘটে। কল-কাৰখানা দুই-এটা প্ৰতিষ্ঠা হোৱাত আৰু বেপাৰ বাণিজ্যৰ প্ৰসাৰ ঘটাত মানুহৰ মন চহৰমুখী হৈ পৰিল। শিক্ষাৰ সম্প্ৰসাৰণ ঘটাত শিক্ষিত মধ্যবিত্তৰ সংখ্যা বৃদ্ধি পালে। জীৱন আৰু জগত সম্পৰ্কে মানুহে বাস্তৱমুখী মনোভাব গ্ৰহণ কৰিলে। চহৰ কেন্দ্ৰীক জীৱন-যাপনৰ লগে লগে ব্যক্তিস্বাতন্ত্ৰ্যয়ো গা কৰি উঠিল। গতিকে, উপন্যাসৰ কাৰণে প্ৰয়োজনীয় বাতাৱৰণ সৃষ্টি হ'ল। আনহাতে, স্বাধীনতা লাভৰ পাছতেই অৰ্থনৈতিক সংকটৰ ফলত উদ্ভৱ হোৱা সমস্যাই মানুহৰ মন সমাজমুখী কৰি তুলিলে। গণতন্ত্ৰ প্ৰতিষ্ঠা হ'ল যদিও পুঁজিবাদী সমাজ-ব্যৱস্থাৰ অৱসান নঘটাত জনসাধাৰণৰ অৰ্থনৈতিক অৱস্থা আগতকৈও অধিক শোচনীয় হৈ পৰিল। অৰ্থনৈতিক অসাম্যৰ পৰা উদ্ভূত বিবিধ সমস্যাই মানুহৰ সামাজিক চেতনা জাগ্ৰত কৰিলে আৰু তাৰ ফলস্বৰূপেই সামাজিক উপন্যাসে বিকাশ লাভ কৰিলে। পূৰ্বৰ দৰে সুখপাঠ্য কাহিনীতেই অথবা আদৰ্শ প্ৰতিষ্ঠাৰ চেষ্টাতেই উপন্যাস আবদ্ধ হৈ নাথাকিল। দেশ-বিদেশৰ সাহিত্য আৰু নতুন চিন্তা-চৰ্চাৰ লগতে

মানুহৰ পৰিচয় ঘটাত উপন্যাসত ভাবৰ গভীৰতা আৰু শিল্প-কলাৰ সৌন্দৰ্য্য পৰিস্ফুট কৰাৰ চেষ্টা পৰিলক্ষিত হ'ল। পাশ্চাত্য সাহিত্যলৈ চালে দেখা যায় যে আধুনিক উপন্যাসত চৰিত্ৰৰ মনোবিশ্লেষণৰ ওপৰত সৰ্বাধিক গুৰুত্ব দিয়া হৈছে। মনস্তত্বৰ চৰ্চাই মানুহ-মনৰ বহুতো গুপুত সত্য উদ্ঘাটন কৰি দিয়াত উপন্যাসো হৈ পৰিছে মনোবিশ্লেষণধৰ্মী। চৰিত্ৰৰ সূক্ষ্ম মনোবিশ্লেষণৰ কাৰণে আধুনিক উপন্যাসত চেতনাস্ৰোত আদি টেকনিকৰ আবিৰ্ভাৱ হৈছে। পাশ্চাত্যৰ তুলনাত অসমীয়া উপন্যাসত উল্লেখযোগ্য ভাবে নতুন পৰীক্ষা চলোৱা হোৱা নাই যদিও মনোবিশ্লেষণৰ সহায়ত চৰিত্ৰৰ জটিলতা ফুটাই তোলাৰ প্ৰয়াস আমাৰ ঔপন্যাসিকেও কৰিছে। সামাজিক বাস্তৱতা আধুনিক অসমীয়া উপন্যাসৰ প্ৰধান বৈশিষ্ট্য। নবীন লেখক সকলক সামাজিক দায়িত্বৰ প্ৰতি অধিক সজাগ হৈ উঠা দেখা গৈছে। আমাৰ চৌপাশে সামাজিক ৰূপান্তৰৰ ঢৌ উঠিছে। শোষণমুক্ত, শ্ৰেণীহীন সমাজ গঠনৰ আগ্ৰহ প্ৰবল হৈ উঠিছে। সেই অনুসৰি সাম্প্ৰতিক কালৰ ৰচনাত সমাজবাদী বাস্তৱতা প্ৰতিফলিত কৰাৰ চেষ্টা চলিছে।

দ্বিতীয় মহাসমৰৰ পাছৰ পৰা নাইকিয়া হৈ অহা বুৰঞ্জীমূলক উপন্যাসে সত্তৰ আৰু আশীৰ দশকত আকৌ প্ৰকাশ লাভ কৰিছে। কেইখনমান বুৰঞ্জীমূলক উপন্যাস এই সময়ছোৱাত ৰচনা কৰা হৈছে। বুৰঞ্জীৰ ঘটনাক নতুন দৃষ্টিৰে চোৱাৰ কলাসম্মত চেষ্টা এইবোৰত আছে। জীৱনীমূলক উপন্যাসো এই সময়ছোৱাত ৰচনা কৰা হৈছে।

**বীণা বৰুৱা** (বিৰিঞ্চি কুমাৰ বৰুৱা ১৯১০-১৯৬৪)—অসমীয়া উপন্যাস সাহিত্যলৈ প্ৰচুৰ সম্ভাৱনা বহন কৰি আনে বীণা বৰুৱাৰ 'জীৱনৰ বাটত' উপন্যাসে। সাধাৰণ মানুহৰ সুখ-দুখ, আশা-আকাংক্ষা, আবেগ-অনুভূতিক সহৃদয়তাৰে আৰু কলাসুলভ ভাবে পোন প্ৰথমে দাঙি ধৰা হয় এইখন উপন্যাসত। চৰিত্ৰৰ মনোবিশ্লেষণৰ অলপ-অচৰপ চেষ্টাও এইখন উপন্যাসতেই প্ৰথমে লক্ষ্য কৰা হয়। অসমীয়া গাঁৱলীয়া জীৱনৰ প্ৰতিটো দিশেই উপন্যাসখনত সুন্দৰ ভাবে চিত্ৰিত হৈছে। গাঁৱৰ আলি-পদূলি, ঘৰবাৰীৰ পৰা আৰম্ভ কৰি সামাজিক আৰু সাংস্কৃ-

তিক জীৱনৰ সকলোবোৰ কথাই ঔপন্যাসিকৰ চকুত ধৰা পৰিছে। বাস্তৱ পৰিস্থিতি নিখুঁত চৰিত্ৰসৃষ্টি আৰু মনোৰম প্ৰকাশভঙ্গিয়ে 'জীৱনৰ বাটত' উপন্যাসক সাৰ্থকতা দান কৰিছে। **ৰাম্মা বৰুৱা** নামত ৰচিত এইজনা লেখকৰে 'সেউজী পাতৰ কাহিনী' (১৯৫১) ৰ পটভূমি অসমৰ চাহ বাগিচা। প্ৰথমখনৰ দৰে, এইখনৰ কাহিনী সুসংগত নহয় যদিও চৰিত্ৰ-চিত্ৰণৰ দক্ষতা ইয়াতো প্ৰকাশ নোপোৱাকৈ থকা নাই। তদুপৰি, বনুৱা জীৱনৰ এটি সুন্দৰ পৰিচয় উপন্যাসখনে আমাক দিছে। চাহ-বাগিচাক লৈ গৰ কৰা অসমীয়াৰ এইখনেই সেই বিষয়ক প্ৰথম উপ-ন্যাস। বৰুৱাৰ উপন্যাস কাহিনী-প্ৰধানো নহয়, চৰিত্ৰ প্ৰধানো নহয়: দুইটাৰ সুসমন্বয়ত গঢ়ি উঠা মনোৰম ৰচনা।

**মহম্মদ পিয়াৰ:** (১৯২৭) স্বাধীনতাৰ পাছত অসমীয়া উপন্যাসৰ জয়-যাত্ৰা আৰম্ভ হয় মহম্মদ পিয়াৰৰ উপন্যাস ৰাজিৰে। পিয়াৰৰ 'প্ৰীতি উপহাৰ' (১৯৪৭), 'সংগ্ৰাম' (১৯৪৮), 'মৰহা পুল', 'জীৱন নৈৰ জাজি' (১৯৪৯), 'হেৰোৱা স্বৰ্গ' (১৯৫২) আদি উপন্যাসৰ সহজ-সৰল কাহিনীৰ মাজেদি সমাজৰ মধ্যবিত্ত আৰু নিম্ন মধ্যবিত্ত শ্ৰেণীৰ জীৱনৰ ৰূপ প্ৰতিফলিত হৈছে। অৱশ্যে, চৰিত্ৰ-চিত্ৰণতকৈ কাহিনীৰ প্ৰতি পিয়াৰৰ দুৰ্ব্বলতা অধিক। কোনো বিশেষ আদৰ্শৰ বশৱৰ্ত্তী নহৈ সুখপাঠ্য কাহিনীৰ সহায়ত মধ্যবিত্ত আৰু নিম্নমধ্যবিত্তৰ সমস্যা পাঠকৰ সমুখত দাঙি ধৰাই তেওঁৰ উদ্দেশ্য। যিয়েই নহওক, মধ্যবিত্তৰ সংগ্ৰামী জীৱনৰ আভাস পিয়াৰৰ উপন্যাসত পোৱা গৈছে। উল্লিখিত উপন্যাস কেইখনৰ উপৰিও টলষ্টয়ৰ 'আন্না কেৰেনিনা'ৰ অৱলম্বনত পিয়াৰে 'হাই-ফেন'লিখি উলিয়াইছে।

**দীন নাথ শৰ্মা** (১৯১১-১৯৮৮): চল্লিচৰ দশকৰ আগতে 'আৱাহন'ৰ পাতত দীন নাথ শৰ্মাৰ উপন্যাস প্ৰকাশ পাইছিল যদিও ঔপন্যাসিক হিচাপে তেওঁ সুপ্ৰতিষ্ঠিত হয় পঞ্চাছৰ দশকতহে। তেওঁৰ প্ৰথম উপ-ন্যাস 'উষা' (১৯৫১)ৰ বিষয়বস্তু সম্পূৰ্ণভাৱে ৰোমাণ্টিক। ইয়াৰ পাছত প্ৰকাশিত 'সংগ্ৰাম' (১৯৫৪)ত তেওঁ সামাজিক দিশলৈ মন মেলিছে। আদৰ্শবাদী, শিক্ষিত যুৱক এজনৰ ব্যৰ্থতা আৰু অন্তৰ্দ্বন্দ্ব ইয়াত দেখু-

ওৱা হৈছে। অৱশ্যে, এইখন উপন্যাসো ৰোমাণ্টিক ভাৱধাৰাৰ পৰা একেবাৰে মুক্ত নহয়। দুয়োখনতে চৰিত্ৰ চিত্ৰণৰ চেষ্টা আছে, যদিও আৰু চৰিত্ৰৰ মানসিক সংঘাতো পৰিস্ফুট হৈছে, যদিও ভাবপ্ৰৱণতাৰ আশ্ৰয় লোৱা হেতুকে চৰিত্ৰসমূহে সুস্থ আৰু সবল মনৰ পৰিচয় দিব পৰা নাই। শৰ্মাৰ উপন্যাস-কলাই বিকাশ লভে 'নদাই' (১৯৫৭)ত। গাওঁৰ প্ৰতি আকৰ্ষণ থকা, মাটিৰ প্ৰতি মোহ থকা নদাহে খেতিৰ বলেৰে কেনেকৈ জীৱনৰ স্বচ্ছলতা লভিলে তাকে লৈ উপন্যাসখনৰ কাহিনী নিৰ্মিত হৈছে। নুট হামচুনৰ 'গ্ৰোথ অৱ দি চইল'ৰ প্ৰভাৱ উপন্যাসখনত পৰিছে। উপন্যাসখনত কাহিনীৰ গতিশীলতা আৰু চৰিত্ৰৰ সজীৱতাই পাঠকক আকৰ্ষণ কৰে। 'নদাই'ৰ মানদণ্ড তেওঁৰ ইয়াৰ পাছৰ উপন্যাস 'শান্তি' (১৯৬১)ত ৰক্ষা নপৰিল। উপন্যাস-খনত ভালেমান ঘটনা সন্নিবিষ্ট কৰা হৈছে। তাৰ ফলত কাহিনীটো বিক্ষিপ্ত আৰু অনাৱশ্যকভাৱে জটিল হৈ পৰিছে। শৰ্মাৰ শেহতীয়া উপন্যাস 'নৰাকণ' (১৯৬৮)।

**প্ৰফুল্ল দত্ত গোস্বামী** (১৯১৯) **:** চৰিত্ৰৰ ওপৰত প্ৰাধান্য দি উপন্যাসক সম্পূৰ্ণভাৱে মনোবিশ্লেষণধৰ্মী কৰাৰ চেষ্টা কৰে প্ৰফুল্ল দত্ত গোস্বামীয়ে তেওঁৰ 'কেঁচা পাতৰ কঁপনি' (১৯৫২)ত। ইয়াৰ আগতে প্ৰকাশিত 'শেষ কৰ'ত' (১৯৪৮) নামৰ উপন্যাসখনতো তেওঁ এই ৰীতি প্ৰয়োগ কৰিছিল। বীণা বৰুৱাৰ 'জীৱনৰ বাটত' উপন্যাসত চৰিত্ৰৰ মনোবিশ্লেষণৰ যি আভাস পোৱা গৈছিল সি পূৰ্ণতা লাভ কৰে 'কেঁচা পাতৰ কঁপনি'ত। গতানুগতিক অৰ্থত উপন্যাসখনত কোনো প্লট নাই। ঔপন্যাসিকৰ উদ্দেশ্য, কাহিনী এটি দাঙি ধৰা নহয়, সমাজত নতুন প্ৰাণ সঞ্চাৰ কৰিবলৈ বিচৰা আদৰ্শবাদী শিক্ষিত যুৱক উৎপলৰ ভাববিলাসী মনত উদ্ভৱ হোৱা দ্বিধা-সংশয়ৰ বিশ্লেষণ কৰাহে। উৎপল আধুনিক মধ্যবিত্তৰ উৎকেন্দ্ৰিকতাৰ নিদৰ্শন। উৎপলৰ ভাববিলাসী মন আৰু অস্পষ্ট চিন্তাধাৰাৰ মাজেদি সেই সময়ৰ মানসিক পৰিবেশ প্ৰতিফলিত কৰাৰ চেষ্টা কৰা হৈছে। নিঃসংগতা আৰু

বিচ্ছিন্নতা চৰিত্ৰটোৰ মাজেদি পৰিস্ফুট হৈছে।

**হিতেশ ডেকা** (১৯২৪)ঃ খেতিয়ক জীৱনৰ নানান সমস্যা আৰু নিম্ন মধ্যবিত্তৰ অৰ্থনৈতিক সংকটৰ ৰূপ চিত্ৰিত হৈছে হিতেশ ডেকাৰ উপন্যাসত। উপন্যাসবোৰৰ নামকৰণেই সেইবোৰৰ অন্তৰ্গত বিষয়বস্তুৰ স্পষ্ট আভাস দিয়ে। ঔপন্যাসিক জীৱনৰ আৰম্ভণিতে লিখা 'আজিৰ মানুহ' (১৯৫২)ত কাহিনীকাৰ হিচাপে ডেকাই প্ৰচুৰ সম্ভাৱনাৰ প্ৰতিশ্ৰুতি দাঙি ধৰিছিল। কিন্তু পাছৰ উপন্যাস বাজিত তেওঁ সেই প্ৰতিশ্ৰুতি ৰক্ষা কৰিব নোৱাৰিলে। কাহিনী-প্ৰধান হ'লেও 'আজিৰ মানুহ'ৰ কাহিনীৰ মাজত লেখকৰ এটি কলানুলভ দৃষ্টিভঙ্গি পৰিস্ফুট হৈছিল। কিন্তু পাছৰ উপন্যাসত সি সম্পূৰ্ণভাৱে হেৰাই যায়। খেতিয়ক নাইবা গাঁৱৰ জীৱনৰ লৈতে লেখকৰ নিবিড় পৰিচয় সৰহভাগ উপন্যাসতে ফুটি উঠিছে যদিও আৰু প্ৰতিখনতে লেখকৰ সমাজ-সচেতনতাৰ পৰিচয় বহন কৰিছে যদিও 'আজিৰ মানুহ'ৰ পাছত প্ৰকাশিত 'নতুন পথ' (১৯৫৬), 'ভাৱাঘৰ', (১৯৫৭), 'মাটিকাৰ' (১৯৫৮), 'এয়েতো জীৱন' (১৯৬১), 'আচল মানুহ', (১৯৬৩), 'বৈৰী মানুহ' (১৯৬৭), 'সীমাৰ কাজিয়া' (১৯৬৮), 'ইতিহাসে সকীয়াই' (১৯৭৯) আদিত উপন্যাস-কলাৰ সৌন্দৰ্য্য ব্যাহত হৈছে। লেখকৰ নিজৰ আদৰ্শ-প্ৰতিষ্ঠাৰ অত্যুৎসাহে উপন্যাস সমূহক বক্তৃতাধৰ্মী ৰচনাত পৰিণত কৰিছে। কলাৰ সৌন্দৰ্য্যৰ বাবে আৱশ্যকীয় সংযত প্ৰকাশভঙ্গি আৰু শৃঙ্খলাবোধৰ অভাৱ সেইবোৰত অনুভৱ কৰা যায়। খেতিয়ক জীৱনৰ ৰূপ চিত্ৰিত হোৱা আন এজন লেখকৰ উপন্যাসৰ কথা এই প্ৰসঙ্গতে উল্লেখ কৰিব পাৰি। ধন গগৈৰ 'সোণৰ নাঙল' (১৯৫৬) আৰু 'ভূমিকন্যা' (১৯৬২)ত নাঙল আৰু মাটিৰ লৈতে খেতিয়কৰ সম্পৰ্কৰ কথা প্ৰকাশ পাইছে। আধুনিকতাই স্পৰ্শ নকৰা গাঁৱলীয়া জীৱনৰ ছবি প্ৰয়োগতে প্ৰতিভাত হৈছে। বিষয়বস্তুৰ উপযোগী সৰল প্ৰকাশভঙ্গি উপন্যাস দুখনৰ বৈশিষ্ট্য।

**ৰাধিকা মোহন গোস্বামী**ঃ চৰিত্ৰ-চিত্ৰণৰ এক উজ্জ্বল প্ৰচেষ্টা চকুত পৰে ৰাধিকা মোহন গোস্বামীৰ 'চাকনৈয়া' (১৯৫৪)ত। যুদ্ধোত্তৰ কালত নৈতিক

মানদণ্ডৰ অৱনতি ঘটা সমাজৰ চাকনৈয়াত পৰি ৰুদ্ধকাই থকা আদৰ্শ-নিষ্ঠ যুৱকৰ মানসিক সংঘাত উপন্যাসখনত পৰিস্ফুট কৰা হৈছে। মানৱীয় আদৰ্শৰ পৰা পিছলি নপৰা নায়ক বিবেকৰ চৰিত্ৰ বিশ্লেষণেই ঔপন্যাসিকৰ মূল লক্ষ্য হৈ পৰিছে। বাস্তৱ পৰিস্থিতি, স্বাভাৱিক সংলাপ আৰু মনোবিশ্লেষণধৰ্মী চৰিত্ৰই উপন্যাসখনক বৈশিষ্ট্যপূৰ্ণ ৰচনালৈ উন্নীত কৰিছে। গোস্বামীৰ আন এখন উপন্যাস 'বা-মাৰলি' (১৯৫৮)ত বিদেশী ভাবাদৰ্শৰ আমদানিয়ে গ্ৰাস কৰিবলৈ ওলোৱা জাতীয় আদৰ্শৰ সঙ্কটাপন্ন অৱস্থা প্ৰদৰ্শন কৰা হৈছে। প্ৰথমখনৰ তুলনাত এইখনত চৰিত্ৰ-চিত্ৰণৰ ওপৰত গুৰুত্ব ভালেখিনি কমিছে।

**নৱকান্ত বৰুৱা ঃ** কপিলী নদীৰ পাৰৰ সামগ্ৰীক জীৱনৰ ছবি প্ৰতিফলিত হৈছে নৱকান্ত বৰুৱাৰ 'কপিলী পৰীয়া সাধু' (১৯৫৪)ত। ইংৰাজ ঔপন্যাসিক টমাচ হাৰ্ডিৰ 'The Return of the Native'ত এগ্‌ডন হিথ্ অৰণ্য যেনেদৰে এটা জীৱন্ত চৰিত্ৰত পৰিণত হৈছে আৰু উপন্যাসৰ প্ৰতিটো চৰিত্ৰই এগ্‌ডন হিথক কেন্দ্ৰ কৰিয়েই ঘূৰিছে, ঠিক তেনেদৰে এইখন উপন্যাসতো কপিলী নদীয়ে এটা বিশিষ্ট চৰিত্ৰৰ ৰূপত অৱতীৰ্ণ হৈ কাহিনীৰ গতিত অসামান্য প্ৰভাৱ বিস্তাৰ কৰিছে। কবি বৰুৱাৰ কাব্যিক প্ৰতিভাৰ স্বাক্ষৰ উপন্যাসখনৰ অন্যতম আকৰ্ষণ বুলি ক'ব পাৰি। প্ৰায় কুৰি বছৰৰ ব্যৱধানৰ পাছত বৰুৱাৰ আন এখন উপন্যাস প্ৰকাশ পাইছে 'ককাদেউতাৰ হাড়' (১৯৭৩)। বুৰঞ্জী-বিখ্যাত থৰ্ক্ষি বৰুৱা বংশৰ ভোগাই বৰুৱা আৰু নদৈৰ বাখৰ বৰাৰ এটি প্ৰচলিত কাহিনীয়ে উপন্যাসখনৰ বিষয়বস্তু। বুৰঞ্জীক আশ্ৰয় কৰি ৰচা হ'লেও কাহিনীত কল্পনাৰ ৰংগেই সৰহ। বৰুৱাৰ মনোৰম প্ৰকাশ-ভঙ্গিয়ে উপন্যাসখন সোৱাদ লগা কৰিছে। সেই সময়ৰ অৰ্থনৈতিক অৱস্থাৰ এটি আভাসো উপন্যাসখনে দিছে। বৰুৱাৰ শেহতীয়া উপন্যাস 'গৰমা কুঁৱৰী' (১৯৮০)ত অসম বুৰঞ্জীত উল্লেখ থকা মুক্তভি অথবা গৰমা কুঁৱৰীৰ চৰিত্ৰৰ বৈশিষ্ট্য প্ৰদৰ্শন কৰা হৈছে। আগৰ উপন্যাসখনৰ বৈশিষ্ট্য ইয়াতো ৰক্ষা পৰিছে।

**যোগেশ দাস (১৯২৭) ঃ** দ্বিতীয় মহাযুদ্ধৰ কবলত পৰা সামাজিক জীৱনৰ ৰূপ চিত্ৰিত হৈছে যোগেশ দাসৰ 'ডাৱৰ আৰু নাই' (১৯৫৫)ত। মহা-

যুদ্ধৰ সময়ৰ অৰ্থনৈতিক সংকট আৰু নৈতিক অধঃপতনৰ চিত্ৰ উপন্যাসখনে দাঙি ধৰিছে। বিশেষকৈ যুদ্ধৰ পৰিস্থিতিয়ে মানসিক পৰিবৰ্তন ঘটোৱা এচাম লোকৰ নৈতিক অৱক্ষয়ৰ প্ৰতিচ্ছবি চাহ বাগিছাৰ পটভূমিত থিয় কৰোৱা এটি কাহিনীৰ মাজেদি স্পষ্টভাবে প্ৰকাশ পাইছে। উপন্যাসখনত দুই শ্ৰেণীৰ চৰিত্ৰৰ সমাবেশ হোৱা দেখা গৈছে—যুদ্ধৰ প্ৰভাৱলৈ অহা এটা শ্ৰেণীয়ে বিবেক আৰু নৈতিকতাক সম্পূৰ্ণভাবে বিসৰ্জন দি নিজক হেৰুৱাইছে আৰু আনটো শ্ৰেণীয়ে যুদ্ধৰ প্ৰভাৱৰ পৰা আঁতৰি থাকি চিৰন্তন নৈতিক মূল্যবোধক জয়ী কৰি ৰখাৰ চেষ্টা কৰিছে। সৰল আৰু সংযত ভাষাৰে যুদ্ধ-জীৱনৰ স্বৰূপ প্ৰকাশ কৰা আৰু লগতে চাহ বাগিচাৰ এখনি মনোৰম চিত্ৰ দাঙি ধৰা 'ডাৱৰ আৰু নাই' ষষ্ঠ দশকৰ এখন লেখত লবলগীয়া উপন্যাস। ইয়াৰ পাছত প্ৰকাশিত দাসৰ 'জোনাকীৰ জুই' (১৯৫৬), 'ছাঁ জুই খেদি' (১৯৬১), 'নিৰুপায় নিৰুপায়' (১৯৬৩) 'হেজাৰ ফুল' (১৯৬৭), 'উৎকণ্ঠ উৎকণ্ঠ' (১৯৬০), 'নেদেখা জুইৰ ধোঁৱা' (১৯৭২), 'অবৈধ' (১৯৭২), 'এনাজৰী' আদি উপন্যাসত মধ্যবিত্ত জীৱনৰ সমস্যা, আশা-আকাঙ্ক্ষা, হা-হুমুনিয়াহ বাস্তৱ ৰূপত দাঙি ধৰা হৈছে। অৱশ্যে, জীৱনৰ গভীৰলৈ অৱগাহন কৰি জীৱন যাতনাৰ স্বৰূপ উদ্ঘাটন কৰাৰ চেষ্টা সৰহভাগতে নাই। প্ৰথমখনৰ বাদে বাকী কেইখনত দৃষ্টি-ভঙ্গিৰ গভীৰতা বিশেষভাবে পৰিলক্ষিত নহ'লেও সৰল, সংযত আৰু সৰস প্ৰকাশভঙ্গিয়ে আটাইকেইখন উপন্যাসকে জনপ্ৰিয় কৰি তুলিছে।

**আব্দুল মালিক ঃ** সুন্দৰ পৰিস্থিতি আৰু মধুৰ প্ৰকাশভঙ্গিৰ দ্বাৰা সাধাৰণ একোটা কাহিনীক সুখপাঠ্য কৰি তুলিব পৰা ঔপন্যাসিক আব্দুল মালিকে অসমীয়া পাঠকক আটাইতকৈ সৰহ সংখ্যক উপন্যাসৰ যোগান ধৰিছে। ৰোমাণ্টিক প্ৰণয়েই মালিকৰ উপন্যাসৰ ঘাই বস্তু যদিও উপন্যাসসমূহৰ ঠায়ে ঠায়ে লেখকৰ সামাজিক চেতনাই ভুমুকি নমৰাকৈ থকা নাই। এসময়ত মাৰ্ক্সীয় দৰ্শনৰ দ্বাৰা অনুপ্ৰাণিত হোৱা মালিক সমাজৰ অন্যায়, অবিচাৰৰ প্ৰতি সজাগ; দুখীয়া, নিপীড়িত শ্ৰেণীৰ প্ৰতি

এই প্ৰসংগতে আন তিনিখন জীৱনীমূলক উপন্যাসৰ নাম ল'ব পাৰি। অম্বিকাগিৰি ৰায় চৌধুৰীৰ জীৱনক লৈ **কুমুদ গোস্বামীয়ে** 'উদ্ধাৰ পোহৰ' (১৯৮৫) আৰু ওমৰ খায়ামৰ জীৱনক লৈ **প্ৰদীপ শইকীয়াই** 'ওমৰ খায়াম' (১৯৮৭) ৰচনা কৰিছে। পাছৰখনত বিষয়-বস্তু উপস্থাপনৰ মনোহাৰিত্ব মন কৰিবলগীয়া। শ্বহীদ কনকলতাৰ জীৱনৰ আধাৰত **বীৰেন বৰকটকী**য়ে লিখিছে, 'মৃত্যু গচকি আনা জয়জিনি' (১৯৮৮)।

প্ৰণয়ৰ বিভিন্ন দিশ চিত্ৰিত হোৱা কেইজনমান লেখকৰ নাম এই চেগতে উল্লেখ কৰিব পাৰি। **কৃষ্ণ প্ৰসাদ বৰঠাকুৰ** (লুইতৰ পাৰৰ ধুনীয়া ছোৱালীজনী, লুইতৰ ইপাৰে সিপাৰে) **অৰুণ কুমাৰ দাস** (সপোন যেতিয়া ভাঙে, ধূপ নীৰৱে জ্বলে, ব্যৰ্থ লগ্ন), **কামাখ্যা সত্তাপণ্ডিত** (জীৱনৰ দাবী, ফাগুণৰ জুই, হে আকাশ, হে মৃত্যু, সেন্দুৰীয়া মেঘ, মেৰতাৰ ফুল, জীৱনায়ন) আৰু **কুমাৰ কিশোৰ** (কপিলী নীৰৱে কান্দে, শিখা, শতাব্দীৰ স্বপ্ন, কবৰ আৰু কঙ্কাল, বন্যা ঢৌত বন্দীপ, এমুঠি তৰাৰ জিলিমিলি, জুই ধোৱা ছাই, কিঙ্কিনীৰ কলঙ্ক) আদিয়ে প্ৰণয়াত্মক কাহিনীক নানা ৰূপত সজাই পৰাই তুলিছে। সামাজিক চেতনাই ঠাই বিশেষে ভুমুকি মাৰিলেও প্ৰণয় আৰু যৌনসম্পৰ্কীয় বৰ্ণনাৰ প্ৰাধান্য এওঁলোকৰ সৰহভাগ ৰচনাতে পৰিলক্ষিত হয়।

**বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য:** কোনো এক ৰাজনৈতিক দৰ্শনৰ প্ৰতি সচেতন হৈ উপন্যাস ৰচনা কৰোঁতা সকলৰ ভিতৰত বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য অন্যতম। তেওঁৰ প্ৰথম উপন্যাস 'ৰাজপথে ৰিঙিয়ায়' (১৯৫৫)ত এই সচেতনতাই স্পষ্টভাৱে আত্মপ্ৰকাশ লভিছে। মাথোন এদিনৰ ঘটনাকলৈ লিখা এই উপন্যাসখনত প্ৰচলিত শাসনপদ্ধতি আৰু শাসনত অধিষ্ঠিত বুৰ্জোৱা শ্ৰেণীৰ বিৰুদ্ধে সমাজবাদত বিশ্বাসী লেখকৰ বিদ্ৰোহাত্মক মনোভাৱ প্ৰকাশ পাইছে। বিষয়বস্তু উপস্থাপনত নতুনত্ব থাকিলেও উপন্যাসখনত কাহিনীৰ সবল আৰু সংহত ৰূপ এটি ফুটি উঠিল। 'ৰাজপথে ৰিঙিয়ায়'ত প্ৰকাশ পোৱা ৰাজনৈতিক চিন্তাধাৰা সুস্থ আৰু সংহত ৰূপত বিকশিত হৈছে নগা জীৱনৰ পটভূমিত ৰচনা কৰা 'ইয়াৰুইঙ্গম'

(১৯৬১)ত। যুগৰ পৰিবৰ্ত্তনৰ লগে লগে বিশেষকৈ দ্বিতীয় মহাযুদ্ধৰ পাছৰ পৰা নগাপাহাৰত গা-কৰি উঠা ৰাজনৈতিক চেতনাৰ ৰূপ আৰু লগতে টাংখুল নগাৰ সামাজিক জীৱনৰ এখনি মনোৰম চিত্ৰ উপন্যাসখনে দাঙি ধৰিছে। টাংখুল সকলৰ সামাজিক জীৱনধাৰাৰ সৈতে লেখকৰ আন্তৰিকতাপূৰ্ণ পৰিচয় ইয়াত ফুটি উঠিছে। 'ইয়াৰুইঙম'ৰ আগে-পাছে প্ৰকাশিত তেওঁৰ উপন্যাস দুখন হ'ল, 'আই' (১৯৫৮) আৰু 'শতঘ্নী' (১৯৬৫)। আধুনিক সভ্যতাই গাঁৱলীয়া জীৱনৰ বং কিদৰে সলনি কৰি দিছে, সভ্যতাৰ গহ্বৰত গাঁৱৰ সহজ-সৰল ৰূপ কিদৰে নাইকিয়া হৈ আহিছে তাকেই চিত্ৰিত কৰা হৈছে 'আই'ত, ঢেঁকিয়াখোৱা গাঁৱৰ কাহিনীৰ মাজেদি। চীনা আক্ৰমণৰ পটভূমিত ৰচনা কৰা 'শতঘ্নী' যুদ্ধ-বিষয়ক উপন্যাস। উপন্যাসখনত কাহিনীৰ গাঁথনি বৰ দুৰ্বল। দেশপ্ৰেমৰ উচ্ছ্বাসত ঔপন্যাসিক প্ৰায় উটি গৈছে। ভট্টাচাৰ্য্যৰ আন কেইখনমান উপন্যাস হৈছে—'নষ্টচন্দ্ৰ' (১৯৬৭), 'মৃত্যুঞ্জয়' (১৯৭০), 'প্ৰতিপদ' (১৯৭০), 'বল্লৰী' (১৯৭৩) আৰু 'কালৰ হুমুনিয়া' (১৯৮২)। পকেট-পুথিৰ আকাৰত প্ৰকাশিত 'কবৰ আৰু ফুল' (১৯৭২) আন এখন উপন্যাস। 'প্ৰতিপদ' আৰু 'বল্লৰী'ত ৰাজনৈতিক সচেতনতা অধিক প্ৰকট। এই সচেতনতাই উপন্যাস দুখনৰ কলাত্মক দিশটোৰ কিছু হানি নকৰাকৈয়ো থকা নাই। কাহিনীৰ মাজত ঔপন্যাসিকৰ ৰাজনৈতিক মনটোৱে গা কৰি উঠা দেখা গৈছে। ১৯৩৯ চনৰ ডিগবৈৰ বনুৱা ধৰ্মঘটক কেন্দ্ৰ কৰি 'প্ৰতিপদ' লিখা হৈছে। 'মৃত্যুঞ্জয়'ত স্বাধীনতা-যুঁজত সৰু সুৰা মানুহৰ ভূমিকাৰ কথা প্ৰকাশ পাইছে। 'কালৰ হুমুনিয়া'ত চাহবাগিচাৰ পটভূমিত জনজীৱনৰ সংগ্ৰামী চেতনা দেখুৱাবলৈ বিচৰা হৈছে। সকলো দিশলৈ চাই 'ইয়াৰুইঙম'কে তেওঁৰ শ্ৰেষ্ঠ ৰচনা বুলি ক'ব লাগিব। নগাজীৱনৰ ভিত্তিত ৰচনা কৰা কৈলাশ শৰ্মাৰ উপন্যাস তিনিখনৰ নামো এই প্ৰসঙ্গতে ল'ব পাৰি। এই উপন্যাস তিনিখন হৈছে, 'বিদ্ৰোহী নগাৰ হাতত' (১৯৫৭), 'অনাৰী নাগিনী' (১৯৬৩) আৰু 'ভালিমীৰ সপোন' (১৯৭২)। 'অনাৰী নাগিনী'ত নাগিনী গাভৰুৰ প্ৰণয়া-

মূলক কাহিনী এটি বৰ্ণনা কৰা হৈছে। ইয়াত স্থানীয় বিদ্ৰোহী নগাৰ ধ্বংসাত্মক কাৰ্য্যকলাপৰ লগতে সাধাৰণ নগা-জীৱনৰ আভাস পোৱা গৈছে। এমুঠি নগাৰ কাৰ্যকলাপ বুলি ভাৰত চৰকাৰৰ আওঁকণীয়া মনোভাৱৰ সুযোগ লৈ নগাবিদ্ৰোহীয়ে যে এক জটিল আৰু ব্যাপক ৰূপ ধাৰণ কৰিছিল তাকে দেখুৱাবৰ প্ৰয়াস কৰা হৈছে। প্ৰথম অংশত সংহতিপূৰ্ণ এটি কাহিনীৰ মাজেদি আৰু পিছৰখিনিত বিক্ষিপ্ত কিছুমান ঘটনাৰ মাজেদি সেইটো দাঙি ধৰা হৈছে। ঘটনাৱলী আৰু নগা জীৱনৰ লগতে লেখকৰ নিবিড় পৰিচয় উপন্যাস খনত ফুটি উঠিছে। কিন্তু কাহিনীৰ মাজেদি লেখকৰ নিজস্ব এটি চিন্তা বা দৃষ্টিভঙ্গি পৰিস্ফুট হৈ নুঠিল।

**পদ্ম বৰকটকী** (১৯২৭ ): পশ্চিমীয়া ধৰণ-কৰণ লৈ ধনী মানুহ হোৱা আৰু আড়ম্বৰপূৰ্ণ জীৱন যাপন কৰা সমাজৰ অভিজাত শ্ৰেণীৰ স্বৰূপ উদঙাই দেখুৱাবলৈ বিচৰা হৈছে পদ্ম বৰকটকীৰ উপন্যাসত। ভদ্ৰতাৰ মুখা পিন্ধি সমাজত আধিপত্য লভা এচাম লোকৰ কৃত্ৰিম, কুৎসিৎ ৰূপ তেওঁ তুলি ধৰিবলৈ চেষ্টা কৰিছে। বিশেষকৈ, বাহ্যিক আড়ম্বৰৰ আঁৰত থকা তেনে-লোকৰ বিকৃত আৰু বীভৎস যৌন জীৱনৰ চিত্ৰ তেওঁ নিসংকোচে অংকন কৰিছে। বৰকটকী সমাজ-সচেতন লেখক। অৰ্থনৈতিক অসমতা আৰু সামাজিক অন্যায় অবিচাৰৰ অৱসান তেওঁ বিচাৰে। বৰকটকীৰ উপন্যাসত ৰাজনৈতিক চেতনাৰ আভাসো নথকা নহয়। কিন্তু তেওঁৰ প্ৰথমৰ ৰচনাসমূহত যৌন-সম্পৰ্কীয় বিষয়-বস্তুৱেই প্ৰধান্য লভিছে আৰু ঠায়ে ঠায়ে এই বিষয়ক বৰ্ণনাৰ নগ্নতাও চকুত পৰে। মনৰ ল'পোৰা (১৯৫৯) ধৰৰ বিচাৰি (১৯৬০) আদি উপন্যাসত এনে চাতুৰীৰ বৰ্ণনাৰে পাঠকক উত্তেজিত কৰি ৰখাৰ প্ৰৱণতা পৰিলক্ষিত হয়। কোনো খেদ নাই (১৯৬৩) তেওঁৰ এখনি বুৰঞ্জীমূলক উপন্যাস। শিৱসিংহ ৰজাৰ ৰাণী ফুলেশ্বৰীক লৈ উপন্যাসখন ৰচনা কৰা হৈছে। বুৰঞ্জীৰ এই চৰিত্ৰটিত ঔপন্যাসিকে নিজস্ব দৃষ্টিভংগি অথবা ৰাজনৈতিক চিন্তাধাৰা আৰোপ কৰিছে। বুৰঞ্জীৰ ফুলেশ্বৰী হ'ল ক্ষমতালোভী আৰু স্বেচ্ছাচাৰী। [illegible]-কাৰ [illegible] ফুলেশ্বৰীয়ে [illegible] পাই [illegible]

জীৱনৰ সমস্যাই এইজনা লেখকৰ উপন্যাসতো প্ৰকাশ লাভ কৰিছে। আন বিষয়েই নহওক, কাকতিৰ উপন্যাসত ('এক নক্ষত্ৰৰ নিশা,' 'ছুপ-বীয়া,' 'ৰ'দ আৰু কুঁৱলী,' 'শেঁতা ৰ'দ,' 'ভগ্নাংশ') উপস্থাপন-ৰীতিৰ অগতানুগতিকতা মন কৰিবলগীয়া। বিশেষকৈ, 'ছুপবীয়া' আৰু 'ভগ্নাংশ' (১৯৬৯) ত উপস্থাপন-ৰীতিৰ অভিনৱত্বই লেখকৰ সন্ধানী মনৰ পৰিচয় দিছে।

**মেদিনী চৌধুৰী** (১৯২৯): গল্পৰ পৰা উপন্যাসলৈ অহা মেদিনী চৌধুৰীয়ে কেইখনো ভিন্নস্বাদৰ উপন্যাসৰ যোগান ধৰিছে। 'অনন্যা ভ্ৰান্তৰ', কাহিনীৰ ৰূপত লিখা এখন মনোৰম উপন্যাস। নতুন সভ্যতাৰ সোঁতত উটি যাবলৈ ধৰা এখন গাঁৱৰ কাহিনী বৰ্ণনা কৰা হৈছে, 'ভাত নদী নাছিল' (১৯৭৭) ত। মহাপুৰুষ মাধৱদেৱ আৰু কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাৰ জীৱনৰ আধাৰত লিখা ক্ৰমে 'বগুৰা বেহাৰ' (১৯৭৬) আৰু 'ফেৰেংগাদাও' (১৯৮২) দুখন জীৱনীমূলক উপন্যাস।

**লক্ষ্মীনন্দন বৰা** (১৯৩২): গাঁৱলীয়া জীৱনক বিষয়বস্তু হিচাপে লৈ উপন্যাস জগতত প্ৰৱেশ কৰোঁতা সকলৰ ভিতৰত লক্ষ্মীনন্দন বৰাৰ নাম উল্লেখযোগ্য। সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ স্বৰূপ গাঁৱৰ সহজ-সৰল আৰু গহীন পৰিবেশে লেখকক উপন্যাস ৰচিবলৈ প্ৰেৰণা যোগাইছিল আৰু তাৰেই নিদৰ্শন তেওঁৰ প্ৰথমৰ উপন্যাস কেইখন। গাঁৱৰ অকৃত্ৰিম জীৱনৰ প্ৰতি লেখকৰ মোহ সেইবোৰত ফুটি উঠিছে। নাগৰিক সভ্যতাৰ বিস্তাৰে গাঁৱৰ জীৱনৰ প্ৰাচীন মূল্যবোধ কিদৰে ভাঙি পেলোৱাৰ উপ-ক্ৰম কৰিছে, তাৰো ইঙ্গিত সেইবোৰে বহন কৰিছে। 'গঙা চিলনীৰ পাখি' (১৯৬৫)ত বৰাই সংযত বৰ্ণনাৰে গাঁৱলীয়া জীৱনৰ যি ছবি আঁকিছে, তাত গাঁৱৰ প্ৰাচীনৰূপেই বিশেষকৈ উজ্জ্বলি উঠিছে। অৱশ্যে, সামাজিক জীৱনত দেখা দিয়া পৰিবৰ্তন আৰু চহৰীয়া পৰিবেশৰ দ্ৰুত সম্প্ৰসাৰণৰ লগে লগে বৰাৰ দৃষ্টিভংগিৰো পৰিবৰ্তন হৈছে। চকুৰ আগতে গাঁৱৰ সেইবোৰ অনাড়ম্বৰ জীৱনধাৰা আৰু সংস্কৃতি, পৰম্পৰাৰে জড়িত গাম্ভীৰ্যপূৰ্ণ পৰি-বেশ নাইকিয়া হৈ গৈছে, নাগৰিকসভ্যতাৰ হেঁচাত গাঁৱৰ প্ৰাচীন ৰূপ

প্ৰায় মৰিমূৰ হৈ গৈছে। চহৰমুখীসকলত পৰাধনীয়া আৱদ্ধ হৈছে। সামাজিক জীৱনত দুৰ্নীতি আৰু ব্যাভিচাৰে প্ৰবলভাৱে গা কৰি উঠিছে। ফলত, লেখকৰ দৃষ্টিও ক্ৰমে চহৰীয়া জীৱনৰ ফালে চাল খাইছে আৰু মানুহৰ নৈতিক অধঃপতনৰ চিত্ৰই উপন্যাসত প্ৰাধান্য লভিছে। পতনোন্মুখ সমাজৰ ওপৰত লেখকৰ ক্ৰোধ ঠায়ে ঠায়ে স্পষ্ট হৈ উঠিছে। স্বচ্ছ প্ৰকাশভংগি আৰু আৰ্টৰ সৌন্দৰ্য্যৰ ফালৰ পৰা 'গংগা চিলনীৰ পাখি'ত ধৰাই যি সম্ভাৱনাৰ প্ৰতিশ্ৰুতি দিছিল, পাছৰ উপন্যাসবোৰত সেইখিনি ৰক্ষা পৰিছে বুলি ক'ব নোৱাৰি। তেওঁৰ আন আন উপন্যাসৰ ভিতৰত 'নিশাৰ পূৰৱী' (১৯৬২), 'আকাশ চমকি যয়', 'মেঘালী দুলৰ,' 'বলুকাত বিজুলী' (১৯৬৮), 'শিখাৰ সুৰতি' (১৯৬৮), 'মাটিৰ মেঘৰ ঘা' (১৯৭০), 'উত্তৰ পুৰুষ' (১৯৭০), 'ৰাধিকাপুৰ আৰু মা-লক্ষ্মী নিকেতন' (১৯৮১), 'পাতাল ভৈৰবী' (১৯৮৬) আদিয়েই প্ৰধান।

গাঁৱৰ জীৱন চিত্ৰিত কৰা আৰু দুজন লেখকৰ কথা এইখিনিতে উল্লেখ কৰিব পাৰি। তেওঁলোক হ'ল অমূল্য বৰুৱা আৰু দেবেন্দ্ৰ নাথ আচাৰ্য্য (১৯৩৭-১৯৮১)। অমূল্য বৰুৱাই, 'এই পদুমনি' আৰু 'সময় সৰবে বয়'ত গাঁৱৰ সংগ্ৰামী জীৱনৰ ছবি আঁকিছে। সৰল কথন-ভংগি আৰু বাস্তৱ পৰিৱেশৰ ৰূপদান উপন্যাস দুখনৰ আকৰ্ষণৰ প্ৰধান কাৰণ। খাচী পাহাৰৰ পটভূমিত লিখা বৰুৱাৰ আন এখন উপন্যাস 'উখুন জংঘো (১৯৭৩)ত অৰ্থনৈতিক শোষণৰ চিত্ৰ দাঙি ধৰা হৈছে। দেবেন্দ্ৰ নাথ আচাৰ্য্যৰ 'অন্য যুগ অন্য পুৰুষ' (১৯৭০)ত চহৰীয়া পৰিৱেশৰ সোঁতত ক্ৰমে উটি যাবলৈ ধৰা গাঁৱলীয়া জীৱনৰ নিখুঁত চিত্ৰ এটি অংকন কৰা হৈছে। উপন্যাসখনত বিষয়বস্তুৰ লগতে খাপ খোৱা মনোৰম, অকৃত্ৰিম প্ৰকাশভংগিয়ে লেখকৰ উজ্জ্বল ভৱিষ্যতৰ প্ৰতিশ্ৰুতি দাঙি ধৰিছে। বুৰঞ্জীৰ পটভূমিত লিখা আচাৰ্যৰ 'কালপুৰুষ' (১৯৭৬) আৰু 'জংগম' (১৯৮২) দুখন বৈশিষ্ট্যপূৰ্ণ উপন্যাস। প্ৰথমখন সপ্তদশ শতিকাৰ আহোম ৰাজত্বৰ পটভূমিত আৰু দ্বিতীয়খন মানদেশৰ পটভূমিত লিখা। দুয়োখনতে ভাষাৰ বৈশিষ্ট্য বিশেষভাৱে মন কৰিবলগীয়া।

(১৯৮২)ত কার্বি সমাজৰ চিত্র সুন্দৰভাবে পৰিস্ফুট হৈছে। কার্বি গীত-মাত, কিম্বদন্তী আদিৰে উপন্যাসখন সমৃদ্ধ।

**ত্ৰৈলোক্য ভট্টাচাৰ্য্যই** ঐতিহাসিক সমল সার্থকভাবে উপস্থাপন কৰিছে 'সাঁচিপাতৰ পুথি' (১৯৭৩)ত। অসমৰ সংকটপূর্ণ সময় এছোৱাৰ জীয়া কাহিনী উপন্যাসখনত সংযতভাবে পৰিবেশন কৰা হৈছে। পৰবৰ্তী উপন্যাস 'চৰাইদেও' (১৯৭৭) অসমৰ বুৰঞ্জীৰ অতি গুৰুত্বপূৰ্ণ এটি অধ্যায়ৰ আধাৰত ৰচিত। আহোম স্বৰ্গদেও জয়ধ্বজসিংহৰ ৰাজত্বকালত নবাব মীৰজুমলাৰ অসম আক্ৰমণ আৰু ত্যাগৰ ঘটনা উপন্যাসখনত আছে। শেহতীয়াভাবে প্ৰকাশিত 'উত্তৰাকাণ্ড' ( ১৯৮৭ ) ৰামায়ণৰ কাহিনীৰ আধাৰত ৰচিত।

**ধীৰেন বৰঠাকুৰৰ** 'ৰাঙীচাহেবা' (১৯৮০) চিপাহী বিদ্ৰোহৰ পটভূমিত লেখা এখন মনোৰম উপন্যাস।

এইসকলৰ উপৰিও নবীন-প্ৰবীণ ভালেমান লেখকে উপন্যাস সাহিত্যৰ ভঁৰাল সমৃদ্ধ কৰিছে। তেওঁলোকৰ ভিতৰত দেবেন্দ্ৰ নাথ ভট্টাচাৰ্য (আধুনিক, ক'লা ভাৰৰ), **তিলক দাস** (শিল্পী, মিলনৰ পথ বন্ধ কৰি, জীৱন বুৰঞ্জীৰ দুটি পাত), প্ৰেমধৰ ৰাজখোৱা (ভুলৰ সমাধি), জমিৰুদ্দিন আহমদ (অভিযাত্ৰী, চন্দন), প্ৰেম নাৰায়ণ দত্ত (পা-ফু চিৰিজৰ অন্তৰ্ভুক্ত ডিটেক্‌টিভ উপন্যাস বাজিৰ উপৰিও নিয়তিৰ নিৰ্মালি, প্ৰণয়ৰ স্ফূৰ্তি আদি সামাজিক উপন্যাস), ধৰ্মেশ্বৰ কটকী (জীৱনৰ তাপত বালি, জীৱনৰ ভগা বৰঘৰ, মায়ামৃগ), কমলেশ্বৰ চলিহা (সুন্দৰৰ আঘাত, বালিগড়া), মথুৰা ডেকা (দেৱগিৰি), সদা মৰল (সোণাপুৰ), সুৰেশ গোস্বামী (মহাবণৰ কিনিনি, সাতৰঙৰ নতুন কাবেং, বশিষ্ঠৰ কাবেং, ভজাগড়া), **হলীৰাম ডেকা** (অকালৰ চিঠি), সৌমাৰ (কামিনী কাঞ্চন, সাহিত্যিকৰ সাধনা, যৌতুক), নাৰায়ণ বেজবৰুৱা (নতুন দিগন্ত, প্ৰেৰণাৰ প্ৰতীক), শুচিব্ৰতা ৰায়চৌধুৰী ('ৰামাৱলী), যতীন গোস্বামী (ঢৌ যেতিয়া নামে, মাটিৰ বুকুত), বিপু বুঢ়াগোহাঞি (বেজনাৰ অশ্ৰু নৈ, মৰহা ফুলৰ জীয়া পাপৰি), **পশুপতি ভৰৰাজ** (উৰন্ত মেঘৰ ছাঁ, হিমচাঙৰ দুটি পাৰ, ৰঙা ৰঙা তেজ), **কাঞ্চন বৰুৱা**

(অসমীত যাব হেবাল সীমা), বাম হাজৰিকা (জোনাকীৰ বিয়া), **উমা বৰুৱা** (লুইতৰ পাৰে পাৰে, চিয়েম নদীৰ ঢৌ, নিশাৰ অন্ধকাৰে আবৰি), নবীন চন্দ্ৰ ডেকা (এম, এল, এ, মৃগতৃষ্ণা), নন্দিনী চক্ৰবৰ্ত্তী (অলপ মৰম অলপ তৃষ্ণা, সূৰ্য্য হেনো লুকাই আছে এই অৰণ্যত, ফাগুন ফাগুন লাগে), ঈশ্বৰ মহন্ত (মৰহি যোৱা কঁহুৱা ফুল, অৰণ্য ধুলি আৰু ধৰণী), **প্ৰবীণা শইকীয়া** (উত্তৰায়ণ, সিংহদুৱাৰ), **ৰাধিকা মোহন ভাগৱতী** (বনৰীয়া ফুল, ৰক্তজবা), **নবীন বৰুৱা** (কটন কলেজ, প্ৰেমিকা, ফিনিক্স পখীৰ গান), **নিৰোদ চৌধুৰী** (দেহদেউল, কুঁৱলীৰ আৰৰ কুকুহা, হীৰাপাহাৰা, দেৱী, কালহীৰা, পানী), নীলিমা দত্ত (আকাশ বন্তি), লক্ষীকান্ত মহন্ত (জীৱন কিয়নো লাগে, জীৱনৰ জোনাক বিচাৰি), ৰমা বেজবৰুৱা (নাৰীৰ মন, অধীৰ লগন, অগ্নিস্নান), ইমৰান শাহ (জবানবন্দী), **মহিম বৰা** (পুতলা ঘৰ, হেৰোৱা দিগন্তৰ মায়া), ৰাজেন হাজৰিকা (উৎকণ্ঠা মহা-নগৰী, নেপথ্য), কমল গগৈ (অহীৰ ভৈৰৱ), **পোৱেন বৰকটকী** (এক দধীচিৰ অন্বেষণত), **বসন্ত দাস** (লংছেন), ভূপেন শৰ্মা। (উদ্দীন উত্তৰীয়), ব্ৰজেন বৰা (জোনাক নাছিল বনত), ভগৱান শৰ্মা ('মেৰঘৰ') আদিৰ নাম উল্লেখ কৰিব পাৰি। **শীলভদ্ৰ** (১৯২৮) ই কেইখানো সুখ-পাঠ্য আঞ্চলিক উপন্যাস ৰচনা কৰি পাঠকৰ হৃদয় স্পৰ্শ কৰিছে। তেওঁৰ চৌপাশৰ মধ্যবিত্ত সমাজখনৰ ছবি নিজস্ব কথন ভঙ্গিৰে দাঙি ধৰিছে 'কাঁহতগুৰি' 'মধুপুৰ আৰু 'তৰংগিনী' 'আগমনিৰ ঘাট', 'অবিচ্ছিন্ন', 'গধূলি', 'মধুপুৰ' আদি উপন্যাসত। মধুপুৰ তেওঁৰ প্ৰিয় বিষয়। **বীৰেন বৰকটকীৰ** 'তৰুলীৰ পাৰে পাৰে', (১৯৮১)ৰ কথাও এই প্ৰসংগত উল্লেখযোগ্য **মামণি ৰয়ছম গোস্বামী** (১৯৪২)য়ে নতুন পটভূমিত নতুন বিষয়বস্তুৰ অৱতাৰণা কৰি অসমীয়া উপন্যাসৰ পৰিসৰ বৰ্ধনত সহায় কৰিছে। তেওঁৰ ব্যক্তিগত জীৱনৰ বৈচিত্ৰময় অভিজ্ঞতাৰে পাছৰ উপন্যাসসমূহ সমৃদ্ধ। 'চিনা-ৰৰ সোঁত', 'নীলকণ্ঠি ব্ৰজ', 'অহিৰণ' 'মামৰে ধৰা তৰোৱাল আৰু দুখন উপন্যাস' আদিত অভিজ্ঞতাসম্পন্না এগৰাকী লেখিকাৰ পৰিচয় পোৱা গৈছে। 'মামৰে ধৰা তৰোৱাল' উত্তৰ প্ৰদেশৰ পটভূমিত শ্ৰমিক

যি কোনো প্ৰান্তীয় ভাষাৰ চুটিগল্পৰ সৈতে ফেৰ মাৰিব পৰা হৈছেগৈ।

মহাযুদ্ধই অসমৰ সামাজিক আৰু নৈতিক জীৱন সলনি কৰি দিলে। সমাজৰ প্ৰাচীন মূল্যবোধত প্ৰচণ্ড আঘাত হানিলে। অৰ্থনৈতিক সংকট সামাজিক দুৰ্নীতি, নৈতিক অৱক্ষয় আদিয়ে মানুহৰ মনলৈ অৱসাদ আনিলে। যুদ্ধৰ তিক্ত অভিজ্ঞতাই মানুহক বাস্তৱানুৰাগী কৰি তুলিলে। সাহিত্যৰ আন আন বিভাগৰ দৰে চুটি গল্পতো বাস্তৱমুখী ধাৰণাই গা কৰি উঠিল। 'আৱাহন'ৰ সময়তে আৰম্ভ হোৱা ফ্ৰয়দীয় প্ৰভাৱ এতিয়া অধিক বহল আৰু স্পষ্ট হ'ল। ফ্ৰয়দীয় দৃষ্টিভঙ্গিৰে মনোবৈজ্ঞানিক সত্যৰ বাস্তৱ ৰূপায়ণৰ ওপৰত গল্পকাৰ সকলে গুৰুত্ব আৰোপ কৰা দেখা গ'ল। সামাজিক সমস্যা তীব্ৰতৰ হৈ অহাৰ লগে লগে লেখকৰ সামাজিক দায়বদ্ধতাও বৃদ্ধি পাবলৈ ধৰিলে। স্বাধীনতাই জনগণৰ আশা পূৰণ কৰা দূৰৈৰ কথা, সাধাৰণ মানুহৰ অৱস্থা ক্ৰমে বেয়াৰ ফালেহে ঢাল খাবলৈ ধৰিলে। ৰাজনৈতিক স্বাধীনতা মানুহে পালে যদিও অৰ্থনৈতিক দিশত জনসাধাৰণৰ অৱস্থা অধিক শোচনীয় হৈ পৰিল। অৰ্থনৈতিক সমস্যাৰ পৰা উদ্ভূত বিবিধ সমস্যাই মানুহক জৰ্জৰিত কৰিলে। সামাজিক অন্যায়, অবিচাৰ, দুৰ্নীতি, শোষণ আদিৰ দানবীয় ৰূপে সমাজক গ্ৰাস কৰাৰ উপক্ৰম কৰিলে। এই সমস্যাবোৰৰ প্ৰতি প্ৰগতিবাদী লেখকসকল সজাগ হৈ উঠিল। প্ৰচলিত সমাজ-ব্যৱস্থাৰ পৰিবৰ্তন ঘটাই নতুন সমাজতান্ত্ৰিক সমাজপ্ৰতিষ্ঠা কৰিবলৈ তেওঁলোকে আগ্ৰহ প্ৰকাশ কৰিলে। বাস্তৱবাদৰ ধাৰণা আৰু অধিক স্পষ্ট হৈ আহিল। মাৰ্ক্সবাদে জনপ্ৰিয়তা লাভ কৰিলে। মাৰ্ক্সীয় ভাবধাৰাৰে অনুপ্ৰাণিত হৈ পুঁজিবাদী সমাজ-ব্যৱস্থাৰ অৱসান ঘটাবলৈ সাহিত্যিক সকলে চেষ্টা কৰিলে। সমাজতান্ত্ৰিক বাস্তৱতা ৰূপায়িত কৰাৰ চেষ্টা চলিল। তৰুণ গল্প লেখক-সকল এই দায়িত্বৰ প্ৰতি অধিক সচেতন হোৱা দেখা গৈছে। বিশ্বসাহিত্যৰ সৈতে সম্পৰ্ক বেছি ঘনিষ্ঠ হৈ অহাৰ ফলত ৰচনাকৌশলৰ প্ৰতিও কোনো কোনো লেখকৰ মন আকৃষ্ট হৈছে। আঙ্গিকৰ অভিনৱত্ব, আৰু প্ৰকাশ-ভঙ্গিৰ মাধুৰ্য্য তেওঁলোকৰ ৰচনাত খাই বৈশিষ্ট্যৰূপে দেখা দিছে।

**আব্দুল মালিক :** 'আৱাহন'ৰ সময়তে গল্প-ৰচনাত হাতদিয়া মালিক এই সময়ছোৱাৰ প্ৰখ্যাত আৰু জনপ্ৰিয় চুটি গল্প লেখক। নিচেই সাধাৰণ একোটা কথাকে ৰসাল কৰি তুলিব পৰা হেতুকে আৰু ভাষাৰ ওপৰতো বিশেষ দখল থকা কাৰণেই উপন্যাসতকৈ চুটি গল্পতহে তেওঁৰ খ্যাতি অধিক। জীৱনৰ অভিজ্ঞতাগত লিখা তেওঁৰ সৰহভাগ গল্পই প্ৰেম আৰু যৌন সম্পৰ্কীয় বিষয়ক। ভিন্ ভিন্ ঘটনা আৰু চৰিত্ৰৰ সমাবেশ ঘটা এই গল্প সমূহত লেখকৰ বৈচিত্ৰ্যপূৰ্ণ অভিজ্ঞতাৰ স্বাক্ষৰ পোৱা যায়। ফ্ৰয়দীয় মনোবৈজ্ঞানিক সত্য প্ৰকাশৰ চেষ্টাও দুই-চাৰিটাত নথকা নহয়। কিন্তু মালিকৰ ৰোমান্টিক গল্পসমূহত অভিজ্ঞতাৰ গভীৰতা নাইবা অনুভূতিৰ গাঢ়তা পৰিস্ফুট হোৱা বুলি ক'ব নোৱাৰি। প্ৰতিটো গল্পতে ভাষাৰ লালিত্যই পাঠকক বিমুগ্ধ কৰিলেও জীৱনৰ কোনো গভীৰ সত্যতা তাত নিৰ্হিত নাথাকে। তদুপৰি, অনাৱশ্যক বৰ্ণনা আৰু সংলাপে তেওঁৰ ভালেমান গল্পৰেই কলাসুষমা লাঘৱ কৰিছে। অৱশ্যে, ৰোমান্টিক গল্পসমূহৰ মাজতেই মালিকৰ গাল্পিক-প্ৰতিভা সীমিত নহয়। সামাজিক বাস্তৱতা তেওঁৰ গল্পৰ আন এটা দিশ। এসময়ত মাৰ্ক্সীয় ভাৱধাৰাৰে অনুপ্ৰাণিত হোৱা মালিক সমাজৰ নিপীড়িত আৰু নিষ্পেষিত সকলৰ প্ৰতি সহানুভূতিশীল। সামাজিক অন্যায়, অবিচাৰৰ প্ৰতি তেওঁ সচেতন শেহৰ কালে লিখা গল্পসমূহত মালিক বাস্তৱতাৰ প্ৰতি অধিক সচেতন হোৱা দেখা গৈছে। এই গল্পসমূহত অৰ্থনৈতিক নিপীড়ন, শ্ৰেণী-বৈষম্য আদি সামাজিক সমস্যাৰ বাস্তৱ প্ৰতিফলন ঘটিছে। উদাৰ মানৱতাবোধ আৰু সংযত প্ৰকাশভঙ্গি শেহতীয়া গল্পসমূহৰ বৈশিষ্ট্য। অসমীয়া সাহিত্যলৈ মালিকে আটাইতকৈ সৰহ সংখ্যক গল্পৰ যোগান ধৰিছে। 'পৰশমণি' (১৯৪৬), 'ৰঙা-গড়া' (১৯৫৪), 'এজনী নতুন ছোৱালী' (১৯৬২), 'শিল আৰু শিখা' (১৯৬৩), 'শিখৰে শিখৰে' (১৯৬৩), 'অন্তৰী অন্তৰা' (১৯৬৫), 'বহুত বেদনা এটোপা চকুলো' (১৯৬৬), 'প্ৰাণাধিকা' (১৯৬৮), 'হুৰ নৰৰ প্ৰহৰ উত্তৰ' (১৯৬৮) আদিকে ধৰি তেওঁৰ ভালেমান গল্প-সংকলন প্ৰকাশ পাইছে। শেহতীয়া

সাহস তেওঁলোকৰ নাই। জটিল পৰিস্থিতিৰ ওপৰত আত্মসমৰ্পণ কৰিয়েই তেওঁলোকে সন্তুষ্টি লাভ কৰে। এনে দুৰ্বল প্ৰকৃতিৰ নিষ্ক্ৰিয় চৰিত্ৰই দাসৰ হাতত আকৰ্ষণীয়ভাবে আত্মপ্ৰকাশ কৰা দেখা গৈছে। এই চৰিত্ৰসমূহৰ দোষ-ত্ৰুটি তেওঁ সহানুভূতিৰে বিবেচনা কৰে। যোগেশ দাসৰ বিশেষত্ব হ'ল, মিতব্যয়ী বৰ্ণনা আৰু সৰল প্ৰকাশভঙ্গি। সমকালীন সমস্যাৰ আভাস তেওঁৰ গল্পত আছে। অৰ্থনৈতিক নিপীড়ন আৰু সামাজিক অবিচাৰকে ধৰি সমসাময়িক সমাজৰ সমস্যা তেওঁ পৰিস্ফুট কৰিছে; কিন্তু সমস্যাৰ তীব্ৰতা দাসৰ গল্পত সৰবকৈ অনুভূত নহয়। 'পপীয়া তৰা' (১৯৫৭) 'আন্ধাৰৰ আঁৰে আঁৰে,' (১৯৫৯), 'ত্ৰিবেণী' (১৯৬১) 'মদাৰৰ বেদনা' (১৯৬৩), 'হেজাৰ লোকৰ ভিৰ' (১৯৬৫) আৰু 'পৃথিবীৰ অসুখ' (১৯৭৯) তেওঁৰ প্ৰকাশিত গল্প পুথি। 'পৃথিবীৰ অসুখ'ত সন্নিবিষ্ট মাৰ্পটা গল্পত আধুনিক সমাজ তথা পৃথিবীৰ এক সমালোচনামূলক প্ৰতিচ্ছবি প্ৰকাশ পাইছে।

**হোমেন বৰগোহাঞিঃ** ফ্ৰয়দীয় মনোবৈজ্ঞানিক সত্য আগত ৰাখি মানুহৰ অৱচেতন মনত থকা গোপন কামনাবাসনাক পোহৰলৈ অনা হৈছে হোমেন বৰগোহাঞিৰ গল্পত। তেওঁৰ প্ৰথম স্তৰৰ গল্পসমূহত ফ্ৰয়দীয় চিন্তাধাৰাৰ প্ৰভাৱ অতি স্পষ্ট। জীৱনৰ কদৰ্য্য কালচোৰ দুৱাৰ খুলি উৎকেন্দ্ৰিক, উদণ্ড আৰু কগ্ন মনৰ চৰিত্ৰৰ মানসিক বিশ্লেষণৰ মাজেদি জীৱনৰ গভীৰ সত্য প্ৰকাশ কৰিবলৈ বিচৰা হৈছে এই গল্পসমূহত। অৱশ্যে, তেওঁৰ পাচৰ গল্পসমূহত ফ্ৰয়দীয় তত্ত্বতকৈ সমাজবাদী চিন্তাধাৰাইহে প্ৰকাশ লাভ কৰিছে। অৰ্থনৈতিক অসমতা আৰু সামাজিক অবিচা-ৰৰ নিষ্ঠুৰ দৃশ্য শক্তিশালীভাবে এইবোৰত দাঙি ধৰা হৈছে। শোষিত আৰু নিষ্পেষিত সকলৰ বেদনাৰ সুৰ ইয়াত ধ্বনিত হৈছে। লেখকৰ সমাজ সচেতনতা আৰু মানৱ-প্ৰীতিৰ পৰিচয় এইবোৰৰ মাজেদি পৰি-স্ফুট হৈছে। অন্যায়, অবিচাৰৰ ৰূপ প্ৰদৰ্শন কৰোঁতে আৰু দৰিদ্ৰ আৰু পীড়িত লোকৰ যন্ত্ৰণাৰ স্বৰূপ উদ্ঘাটন কৰিবলৈ যাওঁতে ঠাই বিশেষে নগ্ন বৰ্ণনাকো অৱতাৰণা কৰা হৈছে। এই নগ্নতাই নীতি-

বাদীসকলক ক্ষুণ্ণ কৰিব পাৰে; কিন্তু বাস্তিকতাৰ আঁৰত থকা সমাজৰ নগ্ন আৰু বীভৎস বাস্তৱ ৰূপ এইবোৰে উদঙাই দেখুৱাইছে। সমসাময়িক সমাজৰ সমস্যা এইবোৰৰ মাজেদি নিৰ্ভীক আৰু জীৱন্ত ভাবে প্ৰকাশ পাইছে। প্ৰচলিত সমাজ-ব্যৱস্থাৰ বিৰুদ্ধে লেখকৰ ক্ৰোধ আৰু বিদ্বেষ এইবোৰত প্ৰকট হৈ উঠিছে। বৰগোহাঞিৰ ৰচনাত জীৱনবোধৰ গভীৰতাই পাঠকক অভিভূত কৰে। বলিষ্ঠ প্ৰকাশভঙ্গি তেওঁৰ ৰচনাৰ আন এক সম্পদ। 'বিভিন্ন কোৰাচ' (১৯৫৭) আৰু 'প্ৰেম আৰু মৃত্যুৰ কাৰণে' (১৯৫৮) তেওঁৰ প্ৰকাশিত গল্প-পুথি।

**লক্ষ্মীনন্দন বৰা**ঃ গাঁৱলীয়া জীৱনৰ দুই এক্কোটা উজ্জ্বল মুহূৰ্ত আকৰ্ষণীয়ভাৱে চিত্ৰিত কৰিছে লক্ষ্মীনন্দন বৰাই। অসমীয়া সংস্কৃতিৰ অঙ্গ-ভাওনা, সবাহ আদিৰ প্ৰতি গাওঁবাসীৰ অকৃত্ৰিম আগ্ৰহ, গাৱঁলীয়া জীৱনৰ সৈতে ঘনিষ্ঠভাবে জড়িত মাটি আৰু গৰুৰ প্ৰতি খেতিয়কৰ মোহ এইবোৰৰ মাজেদি প্ৰকাশিত হৈছে। অৱশ্যে, তাৰ লগতেই পৰিস্ফুট হৈছে এইবোৰৰ প্ৰতি টঙ্গি অচা এচামৰ অনাদৰ আৰু অৱহেলা। গ্ৰাম্য জীৱনৰ পোচীন ৰূপ আৰু পৰিবেশ ক্ৰমে নাইকিয়া হৈ আহিব লাগিছে। আধুনিকতাৰ পৰশ লাগি লক্ষ্যভ্ৰষ্ট হোৱা এচাম লোকৰ নৈতিক অৱক্ষয়ে আৰু কৃষ্টি সংস্কৃতি আদিৰ প্ৰতি উদাসীনতাই তাক কলুষিত কৰিছে। বৰাৰ কিছুমান গল্পত এইসকল লোকৰ প্ৰতি ব্যঙ্গবাণ নিক্ষেপ কৰা হৈছে। নিখুঁত গ্ৰাম্য পৰিবেশ সৃষ্টিত বৰাৰ নিপুণতাৰ পৰিচয় আছে। কিন্তু জীৱনৰ গভীৰতালৈ প্ৰৱেশ কৰাৰ চেষ্টা তেওঁ নকৰে। আধুনিক জটিল জীৱনৰ সমস্যা তেওঁৰ গল্পত ৰূপায়িত হোৱা নাই; সমাজ-ব্যৱস্থাৰ পৰিবৰ্তনৰ কাৰণে দেখা দিয়া বৈপ্লৱিক চিন্তাধাৰাৰ ইঙ্গিতো তেওঁৰ গল্পত নাই। বৰাৰ সাৰ্থকতা হ'ল, গাঁৱলীয়া দৈনন্দিন জীৱনৰ কিছুমান ঘটনা বাস্তৱ ৰূপত দাঙি ধৰাত। 'দৃষ্টিৰূপা' (১৯৫৮), 'সেই সুৰে উতলা' (১৯৬০), কাঁচিয়লিৰ কুৱলী' (১৯৬১), 'গৌৰী ৰূপক' (১৯৬২), 'মন মাটি মেঘ' (১৯৬২), 'অচিন কইনা' (১৯৬২), 'কঠিন মায়া' (১৯৬৩), 'মাজত ভূঁধাৰ নৈ' (১৯৬৬), 'গোপন পধুলি'

(১৯৬৯), 'এৰাবাৰীৰ লেছেৰি' (১৯৮৫) আদি তেওঁৰ গল্প-পুথি। শেহতীয়া গল্প-সংগ্ৰহ 'এৰাবাৰীৰ লেছেৰি'ত গাঁৱলীয়া জীৱনৰ ৰূপ বেছ ভালদৰে প্ৰকাশিত হৈছে

**মেদিনী চৌধুৰী**ঃ নিষ্পেষিত আৰু অৱহেলিত সকলৰ বেদনাৰ সুৰ ধ্বনিত হৈছে মেদিনী চৌধুৰীৰ গল্পত। অৰ্থনৈতিক বৈষম্য আৰু সামাজিক অবিচাৰৰ ফলত সমাজৰ এচাম লোকৰ জীৱনলৈ নামি অহা বিপৰ্যয়ৰ কাহিনী তেওঁৰ 'সিহঁত কেৱল মৰে' 'প্ৰৱঞ্চক' আদি গল্পত স্পষ্টভাবে দাঙি ধৰা হৈছে। কলাৰ সৌকুমাৰ্য্য আৰু কলাকৌশলৰ চাক-চিক্যতকৈ সামাজিক বাস্তৱতাৰ প্ৰতি চৌধুৰী অধিক সচেতন। অভাৱ-অনাটনত জৰ্জৰিত লোকৰ বাস্তৱ চিত্ৰ নগ্ন ৰূপত প্ৰদৰ্শন কৰাটোৱেই তেওঁৰ লক্ষ্য। গাঁৱলীয়া জীৱনৰ প্ৰতি আকৰ্ষণ তেওঁৰ গল্পৰ আন এটা বৈশিষ্ট্য

**মহিম বৰা** (১৯২৬)ঃ কম সংখ্যক গল্পৰে অসমীয়া সাহিত্যত প্ৰতিষ্ঠা লাভ কৰোঁতাসকলৰ ভিতৰত মহিম বৰাৰ নাম উল্লেখযোগ্য। বিশেষকৈ আবেগ-প্ৰধান আৰু ভাবাত্মক গল্প-সৃষ্টিত তেওঁৰ স্বকীয় বৈশিষ্ট্য ফুটি উঠিছে। এই ভাবাত্মক পৰিস্থিতিৰ সহায় লৈ একোটা চৰিত্ৰ সুন্দৰভাবে পৰিস্ফুট কৰাত বৰাই যি দক্ষতাৰ পৰিচয় দিছে, তাৰ তুলনা সমসাময়িক আন কোনো লেখকৰ ৰচনাত বিচাৰি পোৱা নাযায়। বৰাৰ কিছুমান গল্পত জীৱনবোধৰ গভীৰতা উপলব্ধি কৰা যায়। মানৱপ্ৰীতিৰ নিদৰ্শনো তেওঁৰ গল্পত আছে। কিন্তু এইবোৰৰ পৰিচয়ে তেওঁৰ গল্পত কলাৰ সৌন্দৰ্য লাঘৱ নকৰে। তেওঁৰ গল্পৰ গাঁথনি সবল আৰু প্ৰকাশভংগি সংযত আৰু মধুৰ। বৰাৰ গল্পত ঠায়ে ঠায়ে শ্লেষৰ সুন্দৰ প্ৰয়োগ মনকৰিবলগীয়া। 'কাঠনিবাৰী ঘাট' (১৯৬১), 'বহুভুজী ত্ৰিভুজ' (১৯৬৭), 'মই পিপলি আৰু পুজা' (১৯৭৭), 'এখন নদীৰ মৃত্যু' (১৯৭২) আৰু 'বাতি ধলা ফুল' (১৯৭৮) তেওঁৰ প্ৰকাশিত গল্প-সংগ্ৰহ। 'কাঠনিবাৰী ঘাট'তেই তেওঁৰ গল্প প্ৰতিভাৰ সাতটাইবোৰ বৈশিষ্ট্য প্ৰকাশ পাইছে। তৃতীয়খন শিশুৰ উপযোগী ৰসাত্মক গল্পৰ পুথি

**সৌৰভ কুমাৰ চলিহা** (১৯৩০) **:** কলা-কৌশল আৰু প্ৰকাশভঙ্গিৰ অভিনৱত্বৰে অসমীয়া গল্পক এক বিশিষ্ট মৰ্যাদা দান কৰিছে সৌৰভ কুমাৰ চলিহাই। চুটি গল্পৰ প্লট সম্পৰ্কে থকা গতানুগতিক ধাৰণা তেওঁ সলনি কৰি দিছে। আধুনিক জীৱনৰ জটিলতালৈ চাই চৰিত্ৰৰ অন্তৰ্দ্বন্দ্বৰ ওপৰত তেওঁ গুৰুত্ব আৰোপ কৰিছে আৰু চৰিত্ৰৰ মানসিক বিশ্লেষণৰ বাবে বৈজ্ঞানিক দৃষ্টিভঙ্গি গ্ৰহণ কৰিছে। তেওঁৰ গল্পত মানৱমনৰ বৌদ্ধিক বিশ্লেষণৰ চেষ্টা আছে। আধুনিক জীৱনৰ বিচ্ছিন্নতা, নাগৰিক জীৱনৰ ব্যক্তি-চেতনাৰ স্বৰূপ উদ্ঘাটিত হৈছে তেওঁৰ গল্পত। জেমছ্ জইচ, ভাৰ্জিনিয়া উলফ্ আদি লেখক লেখিকাই অৱলম্বন কৰা চেতনা-স্ৰোত ৰীতিৰ সাৰ্থক প্ৰয়োগ ঘটিছে, চলিহাৰ ভালেমান গল্পত। আধুনিক চিন্তা-চৰ্চা আৰু জ্ঞান-বিজ্ঞানৰ সৈতে পৰিচয় থকা বুদ্ধিনিষ্ঠ মনৰ খোৰাক তেওঁৰ গল্পত আছে। চলিহাৰ গল্পৰ কাহিনী আপাত-দৃষ্টিত অসংলগ্ন আৰু সেইবাবে সাধাৰণ পাঠকে তেওঁৰ গল্পৰ ৰস আস্বাদন কৰিব নোৱাৰে। পাৰিভাষিক শব্দ প্ৰচুৰ পৰিমাণে ব্যৱহৃত হোৱা কাৰণেও সৰ্বসাধাৰণ পাঠকে তেওঁৰ গল্প বুজিবলৈ টান পায়। ৰচনাৰীতিৰ দ্ৰুত বেগ আৰু ভাষাৰ বলিষ্ঠতাৰ প্ৰতি চলিহা সচেতন; তেওঁৰ ভাষা ব্যঞ্জনাধৰ্মী আৰু ঠায়ে ঠায়ে কাব্যিক। অৱশ্যে, পাৰিভাষিক শব্দ-প্ৰয়োগৰ আগ্ৰহে ঠাই বিশেষে ভাষাৰ বিশুদ্ধতা নষ্ট নকৰাকৈ থকা নাই। চলিহাৰ কেইবাটাও গল্প-সংকলন প্ৰকাশ পাইছে—'অশান্ত ইলেক্ট্ৰন' (১৯৬২), 'ঘূপৰীয়া' (১৯৬৩), 'এহাত ডাবা' (১৯৭২) আৰু 'গোলাম' (১৯৭৩)।

**ভবেন্দ্ৰ নাথ শইকীয়া** (১৯৩২) **:** দৈনন্দিন জীৱনৰ কিছুমান সৰু-সুৰা কথা আকৰ্ষণীয়ভাৱে প্ৰকাশ কৰা হৈছে ভবেন্দ্ৰ নাথ শইকীয়াৰ গল্পত। শইকীয়াৰ মধুৰ নিজস্ব প্ৰকাশভঙ্গি আৰু সূক্ষ্ম পৰ্যবেক্ষণ শক্তিয়ে পাঠকক আকৰ্ষণ কৰে। আনৰ চকুত নপৰা নিচেই সাধাৰণ বিষয় একোটাৰ খুটিনাটি মনোৰম ভাষাত প্ৰকাশ কৰিব পৰাটোৱেই তেওঁৰ লেখাৰ বিশেষত্ব। শ্লেষৰ সাৰ্থক প্ৰয়োগেও তেওঁৰ দুই-একোটা গল্পৰ সৌন্দৰ্য্য বৃদ্ধি কৰিছে। অৱশ্যে, শইকীয়াৰ গল্পত কলা-কৌশল আৰু বিষয়বস্তুৰ বিচিত্ৰতা নাই। নিৰ্দ্ধাৰিত এক ৰচনা-ৰীতিয়ে তেওঁৰ সৰহভাগ গল্পতে কাহিনী নিয়ন্ত্ৰণ কৰা দেখা গৈছে।

ত্ৰৈলোক্য নাথ গোস্বামীয়ে ক'বৰ দৰে, তেওঁৰ গল্পৰ ঘটনা এটা নিৰূপিত বাটেৰে আগবাঢ়ি যায়। ৰচনা-ৰীতি আৰু বিষয়বস্তুৰ পিনে চাই তেওঁৰ গল্প-প্ৰতিভা একেটা স্তৰতে আবদ্ধ থকা বুলি ক'ব প্যাৰি। বিষয়বস্তুৰ গভীৰতা ফুটাই তোলাৰ চেষ্টা শইকীয়াৰ গল্পত পৰিলক্ষিত নহয়। আধুনিক জটিল জীৱনৰ সমস্যা তেওঁৰ গল্পত ৰূপায়িত হোৱা নাই। জীৱনৰ গভীৰ সত্য তেওঁৰ ৰচনাত নিহিত নাথাকে। কিন্তু সাধাৰণ কথাৰ মাজতেই পাঠকক সন্তোষ দিব পৰা ক্ষমতা তেওঁৰ আছে। আৰু তাৰ বাবে তেওঁৰ প্ৰধান সম্বল হৈছে, বাস্তৱ আৰু সৰল, মধুৰ কথনভঙ্গি। 'প্ৰহৰী' (১৯৬৩), 'গহ্বৰ' (১৯৬৯), 'বৃন্দাবন' (১৯৬৯), 'সন্তুৰ' (১৯৭০), 'ভবেন্দ্ৰ নাথ শইকীয়াৰ শ্ৰেষ্ঠ গল্প' (১৯৭৩), 'শৃংখল' (১৯৭৫), 'শৃংখল' তেওঁৰ গল্প-পুথি।

**বোন্তিনী কাকতি :** মধ্যবিত্ত জীৱনৰ চিত্ৰ প্ৰতিফলিত হৈছে বোন্তিনী কাকতিৰ গল্পত। সামাজিক জীৱনতকৈ ব্যক্তিকেন্দ্ৰিক জীৱনৰ ছবিহে তেওঁৰ ৰচনাত প্ৰধানকৈ পৰিস্ফুট হৈছে যদিও অৰ্থনৈতিক সংকট আৰু শ্ৰেণী-বৈষম্যকে ধৰি আমাৰ সামাজিক জীৱনত উদ্ভৱ হোৱা কিছুমান সমস্যাৰ ফলত এচাম লোকৰ জীৱনলৈ নামি অহা বিপৰ্যয়ৰ দৃশ্য তেওঁ সুন্দৰভাৱে আঁকিবৰ চেষ্টা কৰিছে। 'একাক এন্ধাৰ' আৰু 'কুৎসিৎ' তেওঁৰ প্ৰকাশিত গল্প পুথি।

**চন্দ্ৰ প্ৰসাদ শইকীয়া :** নগৰীয়া মধ্যবিত্তৰ ব্যক্তিচৰিত্ৰ ৰূপায়ণ কৰিছে চন্দ্ৰপ্ৰসাদ শইকীয়াই সাধাৰণতে, জীৱনৰ আদৰ্শবাদী কালটোৰ ওপৰত তেওঁ অধিক গুৰুত্ব আৰোপ কৰা দেখা যায় আৰু সেইকালৰ পৰা তেওঁৰ দৃষ্টিভঙ্গি ৰোমাণ্টিক। মানুহৰ সততা আৰু মহত্বৰ ওপৰত তেওঁৰ গভীৰ আস্থা আছে। শইকীয়াৰ গল্পৰ সৰহভাগ মূল চৰিত্ৰই সৎ আৰু আদৰ্শপৰায়ণ। আদৰ্শৰ পিছে পিছে ধাবিত হোৱা এই চৰিত্ৰসমূহৰ ধৈৰ্য্য আৰু সাহসৰ অভাৱ নহয়। প্ৰতিকূল পৰিবেশৰ ওপৰলৈ উঠাৰ মনোবল তেওঁলোকৰ আছে। পাঠকৰ সহানুভূতি এই চৰিত্ৰসমূহে সহজে আকৰ্ষণ কৰে। অৱশ্যে, কেইটামান চৰিত্ৰত ইয়াৰ ব্যতিক্ৰম নঘটা

নহয়। আদৰ্শৰ বাটেদি আগবাঢ়ি যাওঁতে এই চৰিত্ৰ কেইটা কল্পনা-বিলাসী আৰু ভাব-প্ৰৱণ হৈ পৰা দেখা গৈছে। সৰল আৰু সাৱলীল প্ৰকাশ-ভঙ্গি শইকীয়াৰ গল্পৰ বিশেষত্ব। তেওঁৰ প্ৰকাশিত গল্প-সংকলন কেইটি হ'ল— 'মায়ামৃগ', 'এদিন' 'নাচপতি ফুল' আৰু 'অংগীকাৰ'।

নিচেই সাধাৰণ বিষয় এটাকো আকৰ্ষণীয়ভাৱে পৰিৱেশন কৰি তোলাৰ চেষ্টা চকুত পৰে **নিৰোদ চৌধুৰী** ('মাৰ' গল্প 'অঙ্গে অঙ্গে শোভা', 'বায়ু বহে পুৰবৈয়া', 'নিশিগন্ধা', 'হংসমিথুন') আৰু **ইমৰান শাহৰ** ('পিয়াহুৰ চন্দা', 'বন্দী বিহঙ্গমে কান্দে' ইত্যাদি) গল্পত। দুয়োজন গল্পকাৰে কেইটামান গল্পত চৰিত্ৰৰ মনোবিশ্লেষণৰ প্ৰতি নজৰ ৰাখিছে। কিন্তু ৰোমাণ্টিক আতিশয্যৰ প্ৰতি মোহ সৰহভাগতে পৰিলক্ষিত হয়। চৌধুৰীৰ গল্পত অপ্ৰয়োজনীয় বৰ্ণনা আৰু অনাৱশ্যক সংলাপৰ অৱতাৰণাই ঠায়ে ঠায়ে কলাসুষমা ব্যাহত কৰিছে। তেওঁৰ শেহতীয়া গল্প-সংকলন 'নিৰোদ চৌধুৰীৰ নিৰ্বাচিত গল্প' (১৯৮০)ত কেইবাটাও নিটোল কাহিনীৰ সোৱাদ লগা গল্প আছে। মধ্যবিত্ত-জীৱন এইবোৰৰ বিষয়। শাহৰ দুই-এক গল্পত চৰিত্ৰ-চিত্ৰণ উজ্জ্বল হৈছে। তেওঁৰ শেহতীয়া গল্পসমূহত বাহুল্য-বৰ্জনৰ চেষ্টা আছে।

**পদ্ম বৰকটকী** ('অশ্লীল', 'ৰীতাৰ প্ৰেম', 'বহাগৰ প্ৰথম নিশা') আৰু **নিৰুপমা বৰগোহাঞিয়েও** ('অনেক আকাশ', 'জলছবি') গল্প সাহিত্যলৈ অৰিহণা যোগাইছে। বৰকটকীয়ে প্ৰচলিত সমাজ-ব্যৱস্থাৰ স্বৰূপ নগ্ন ৰূপত প্ৰকাশ কৰিবলৈ বিচাৰে আৰু তাৰ বাবে তেওঁ প্ৰেম আৰু যৌন সম্পৰ্কীয় বিষয়-বস্তুৰ সহায় লয়। অৰ্থনৈতিক নিপীড়ন আৰু সামাজিক অবিচাৰৰ ফলত কিদৰে মানুহৰ নৈতিক অৱনতি ঘটে আৰু মনুষ্যত্ব লোপ পায় তাৰ ইংগিত তেওঁৰ গল্পত আছে। কিন্তু যৌন সম্পৰ্কীয় বৰ্ণনাৰ আধিক্যৰে পাঠকৰ অন্তৰত শিহৰণ জগাই তোলাৰ আগ্ৰহ তেওঁৰ নথকা নহয়। নিৰুপমা বৰগোহাঞিৰ গল্পত দৈনন্দিন আৰু পাৰিবাৰিক জীৱনৰ সাধাৰণ কিছুমান ঘটনা প্ৰাণস্পৰ্শীভাৱে প্ৰকাশ পাইছে। বিষয়বস্তুৰ সৈতে খাপ খোৱা তেওঁৰ সহজ-সৰল

বৰ্ণনাই অন্তৰ স্পৰ্শ কৰে।

**অপূৰ্ব শৰ্মা** (১৯৪৩)ৰ ('শুভাবাৰ্তা') কেইটামান গল্পত আংগিক আৰু বিষয়ৰ সুন্দৰ সমন্বয় সাধন হৈছে। শিল্পগুণৰ প্ৰতি মনোযোগ দি সংযত ভাষাৰে তেওঁ বিষয়বস্তু দাঙি ধৰিব পাৰে। চেতনাস্ৰোত কৌশলৰ সহায়েৰে চৰিত্ৰ বিশ্লেষণৰ চেষ্টা তেওঁৰ কোনো কোনো গল্পত পৰিলক্ষিত হয়। **নগেন শইকীয়া** ১৯৩৯ৰ ('কুঁৱেৰ গাতীবকৰা, 'ছবি আৰু ফ্ৰেম', 'বন্ধ কোঠাত ধুমুহা', 'অপাৰ্থিব' পাৰ্থিব') কিছুমান গল্পত চৰিত্ৰ চিত্ৰণৰ ওপৰত আৰু কিছুমানত কৌশলৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে। আংগিকৰ অভিনৱত্বৰ প্ৰতি তেওঁৰ মোহ আছে **প্ৰণৱজ্যোতি ডেকাৰ** ('কৈলাস নাগ') গল্পই গতানুগতিকতা অতিক্ৰম কৰি বাস্তৱতা পৰিস্ফুট কৰিছে। **কুমুদ গোস্বামীৰ** ('ছুৱাৰ') গল্পত সংযত ভাষাৰে পৰিস্থিতিৰ বৰ্ণনা আকৰ্ষণীয় হৈছে। **অৰুণ গোস্বামীৰ** ('প্ৰতিপদৰ জোন', 'মাছ-মৰীয়া ছোৱালীৰ লাজ') গল্পত বৰ্তমানৰ সমাজ-ধাৰণাৰ বিৰুদ্ধে বিদ্ৰোহৰ মনোভাব প্ৰকাশ পাইছে। কিন্তু শিল্পগুণৰ অভাৱেও তেওঁৰ কিছুমান গল্পৰ ক্ষতি কৰিছে। অৱশ্যে 'মাছমৰীয়া ছোৱালীৰ লাজ'ৰ দৰে ভাল গল্পও তেওঁ লিখিছে

**শীলভদ্ৰই** ('কোনো ক্ষোভ নাই,' 'মধুৰকাৰ', 'ৰকৰা কদম', 'শীল-ভদ্ৰৰ কুৰিটা গল্প') নিজৰ কথন-ভংগীৰে মধ্যবিত্ত সমাজৰ বাস্তৱ জীৱনৰ সুখ-দুখ ঘটনাক গল্পত ৰূপ দিছে। দুই-এটা গল্পত ব্যক্তিগত জীৱনৰ ক্ষা-ভ্ৰতাশ থাকিলেও সৰহভাগতে ফুটি উঠিছে গোৱালপাৰৰ সমাজখনৰ লগত লেখকৰ নিবিড় পৰিচয়। শীলভদ্ৰৰ গল্পত গোৱালপৰীয়া উপভাষাৰ প্ৰয়োগ, বুদ্ধিদীপ্ত হাস্যৰস মন কৰিবলগীয়া। **মামণি ৰয়চম গোস্বামীৰ** প্ৰথম পৰ্যায়ৰ গল্পসমূহত ৰোমাণ্টিক বাস্তৱতাৰ ধাৰা পৰিস্ফুট হৈছে। তেওঁৰ শেহতীয়া গল্পত নগ্ন আৰু নিৰ্মম বাস্তৱক দাঙি ধৰাৰ চেষ্টা পৰিলক্ষিত হয়। কেইটামান গল্পত মনস্তাত্ত্বিক জীৱনৰ চিত্ৰ সুন্দৰভাৱে ফুটি উঠিছে।

**স্নেহ দেৱীয়ে** (১৯১৬) ('স্নেহ দেৱীৰ গল্প', 'কৃষ্ণাৰ দ্বিতীয় জোনাক',

'স্নেহ দেৱীৰ শ্ৰেষ্ঠ গল্প') পাৰিবাৰিক জীৱনৰ কথা সৰল, সাৱলীল ভাৱাৱে প্ৰকাশ কৰিছে। **দেৱব্ৰত দাসৰ** ('অৰ্পিতাৰ এৰাতি') গল্পত পৰিশীলিত ৰীতিৰ মাজেদি সামাজিক দৈন্য প্ৰকাশিত হৈছে।

গল্প সাহিত্যলৈ বৰঙণি যোগোৱা আন লেখক-লেখিকা সকলৰ ভিতৰত **বীৰেশ্বৰ বৰুৱা** ('প্ৰথম ৰাগিনী') ভদ্ৰ বৰা, প্ৰীতি বৰুৱা ('নিৰৰ্থক'), ৰূপেন চৌধুৰী ('সঞ্চয়ন') **আলিমুননিছা পিয়াৰ** ('মাজনিশা তৰাই উচুপে,' 'জীৱন সাগৰত উপকূল নাই') **অতুলানন্দ গোস্বামী** ('হামদৈ পুলৰ জোন,' 'গ', 'পলাতক','নামঘৰীয়া') **অণিমা ভৰালী** ('বেলি ফুলৰ সপোন'), যতীন গোস্বামী (অলপ মেঘ'), ক্ষীৰোদ শইকীয়া, ছাইফুল ইছলাম, **নিলীমা শৰ্মা** ('অন্য স্মৃতি'), মহেন্দ্ৰ বৰঠাকুৰ, **নবীন চৌধুৰী** ('দুই নদীৰ দুপাৰে'), ভলী তালুকদাৰ ('মধুলেখা'), যদু বৰপুজাৰী ('সপ্তক', 'বদ্বীপ'), প্ৰণিতা দেৱী ('মৌচুমী যেতিয়া নামে'; **ভদ্ৰেশ্বৰ বাজখোৱা**, **সদা শইকীয়া** ('অকুণ্ঠ স্বীকৃতি'), **বিজু হাজৰিকা** ('সাজ' 'ৰূপ সৰেতনী') গোবিন্দ প্ৰসাদ শৰ্মা ('দূষিত সুৱাস') কনক সেন ডেকা ('ৰঙীন পৰ্দা'), ভুবন মোহন মহন্ত ('হৃদয়' 'আয়োজন') **পোলেন বৰকটকী**, হৰেন্দ্ৰ কুমাৰ ভূঞা **ৰোহিণী কুমাৰ বৰা** ('নদীৰ নাম নলজৰা'),নলিনী শৰ্মা, **বিজয় শঙ্কৰ শৰ্মা**, যমুনা শৰ্মা চৌধুৰী ( 'কাদম্বৰী' ), **ভূপেন্দ্ৰ নাৰায়ণ ভট্টাচাৰ্য্য**, বিৰিঞ্চি কুমাৰ মেধি (অভিনন্দিত অৱসাদ), **বিপুল খাটনিয়াৰ** ('খোজৰ শব্দ'), কমলা বৰগোহাঁই ('মই এটা সাপ'; আদিৰ নাম উল্লেখ কৰিব পাৰি।

বিদেশী গল্পৰ অনুবাদেও এই সময়ছোৱাৰ গল্প-সাহিত্য সমৃদ্ধ কৰাত সহায় কৰিছে। অনূদিত গল্পৰ কেইটিমান সঙ্কলন হ'ল—নিৰুপমা ফুকনৰ 'বিশ্ব গল্প চয়নিকা', অনিল শৰ্মাৰ 'চেখভৰ গল্প', অৰুণ কুমাৰ বৰুৱাৰ 'মোপাহাঁৰ গল্প', বাংময়ৰ 'এলেন পোৰ শ্ৰেষ্ঠ গল্প', ডঃ প্ৰসন্ন গোস্বামীৰ 'বিদেশী গল্পৰ সম্ভাৰ', প্ৰফুল্ল দত্ত গোস্বামীৰ 'গল্প দেশী আৰু বিদেশী', বিনোদ শৰ্মাৰ 'পাৰ্ল বাকৰ শ্ৰেষ্ঠ গল্প', কনক মহন্তৰ 'জাৱৰ দেশৰ গল্প', মুস্তাফিজুৰ ৰহমানৰ 'মৌচুমী' (অ' হেনৰীৰ গল্পৰ অনুবাদ), দধি মহন্তৰ 'অক্টোবৰৰ এৰাতি', (পাউস্তভস্কিৰ নতুন ধৰণৰ চোভিয়েত গল্পৰ অনুবাদ),

আৰু ডঃ মহেন্দ্ৰ বৰাৰ 'দেশে দেশে গল্প'। বঙালী, হিন্দীকে ধৰি ভাৰতৰ আন আন ভাষাৰ গল্পৰ অনুবাদো প্ৰকাশ কৰা হৈছে। ৰবীন্দ্ৰনাথৰ কেইটিমান সুন্দৰ গল্পৰ অনুবাদ বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্যৰ 'এধুৰি এটা চুটি গল্প'।

# সমালোচনা আৰু প্ৰবন্ধ

বেজবৰুৱা আৰু বাণীকান্ত কাকতিৰ সময়ৰে পৰা অসমীয়া সমালোচনা-সাহিত্যৰ ধাৰা নিৰবচ্ছিন্নভাবে প্ৰবাহিত হৈ আহিছে। বাণীকান্ত কাকতিৰ পাছত আমাৰ সমালোচনা-সাহিত্যৰ মুঠেও উন্নতি হোৱা নাই বুলি দুই-এজনে অভিযোগ কৰা শুনা যায়। এই অভিযোগ বৰ যুক্তি-সংগত নহয়। অৱশ্যে, এবাৰৰ কথা বোধকৰো ক'ব পৰা যায় যে স্বাধীনতাৰ পাছৰে পৰা সাহিত্যৰ আনবোৰ বিভাগে যিদৰে উন্নতি কৰিছে তাৰ তুলনাত সমালোচনা সাহিত্য ভালেখিনি পিছপৰি আছে। স্বাধীনতাৰ পাছত শিক্ষাৰ প্ৰসাৰ ঘটাত আৰু দেশ-বিদেশৰ সাহিত্যৰ সৈতে আমাৰ সম্পৰ্ক স্থাপন হোৱাত নব নব ভাবধাৰা আৰু ৰচনা-ৰীতিৰ প্ৰভাব আমাৰ সাহিত্যত পৰিছে। নতুন চিন্তা আৰু বিচাৰ-পদ্ধতিয়ে আমাৰ সমালোচকসকলকো প্ৰেৰণা দান নকৰাকৈ থকা নাই। সাহিত্যক নিৰ্দ্ধাৰিত কোনো মাপকাঠিৰে বিচাৰ কৰিব নোৱাৰি। সময়ৰ পৰিবৰ্ত্তনৰ লগে লগে লেখকৰ দৃষ্টিভঙ্গি আৰু ৰচনা ৰীতিৰো পৰিবৰ্ত্তন হয়। সাহিত্যৰ ইতিহাস প্ৰকৃততে সমাজ বিবৰ্ত্তনৰ ইতিহাস। সমাজৰ বিবৰ্ত্তনৰ লগে লগে জীৱনৰ মূল্যবোধো সলনি হয় আৰু সেই অনুসৰি সাহিত্যৰ ৰূপ আৰু ৰীতিৰো পৰিবৰ্ত্তন ঘটে। গতিকে, যুগৰ দাবী অনুযায়ী আৰু সমালোচকৰ দৃষ্টিভঙ্গি অনুসৰি সমালোচনা-ৰীতিৰ পৰিবৰ্ত্তন হয় অথবা সমালোচনা পদ্ধতিৰ প্ৰকাৰ সলনি হয়। অসমীয়া সমালোচনা-সাহিত্য নিশ্চয় একেটা ঠাইতে বৈ থকা নাই। সাহিত্য-বিচাৰৰ নতুন পদ্ধতি আৰু কৌশলে অসমীয়া সাহিত্যত প্ৰৱেশ লাভ কৰিছে। ব্যাখ্যাত্মক সমালোচনাৰ পৰা আৰম্ভ কৰি সাহিত্য-বিচাৰৰ আন আন পদ্ধতি অসমীয়া সমালোচকে অৱলম্বন

কৰিছে। লেখকৰ সামাজিক দায়বদ্ধতাৰ কথা উপলব্ধি কৰি সমাজ-তাত্ত্বিক আলোচনাৰ আৰিও প্ৰৱৰ্তন কৰা হৈছে। আমাৰ সমালোচনা পাশ্চাত্ত্য সাহিত্যৰ প্ৰভাৱত গঢ় লৈ উঠিলেও আৰু ইংৰাজী সমালোচনা-সাহিত্যৰ প্ৰভাৱ ইয়াত অধিক স্পষ্ট হ'লেও জাতীয় আদৰ্শৰ প্ৰভাৱো একেবাৰে শূন্য নহয়। ইংৰাজী সমালোচনা ৰীতিৰ লগতে সংস্কৃত আলঙ্কাৰিকসকলৰ সাহিত্য তত্ত্ব অথবা ৰস-বিচাৰৰ আদৰ্শও এদল সমালোচকৰ চকুৰ আগত থকা দেখা গৈছে। কিন্তু পাশ্চাত্য-প্ৰভাৱ ক্ৰমে বহল হৈ পৰাৰ লগে লগে আৰু পশ্চিমীয়া সাহিত্য-জগতৰ আধুনিক কলা-কৌশল আৰু চিন্তাধাৰাৰ সৈতে লেখকৰ পৰিচয় অধিক ঘনিষ্ঠ হৈ অহাৰ লগে লগে সংস্কৃত সাহিত্যৰ প্ৰভাৱ নাইকিয়া হৈ আহিছে আৰু সংস্কাৰ-মুক্ত নবীন সমালোচকসকলৰ ওপৰত পাশ্চাত্য সমালোচনা-পদ্ধতিয়ে সম্পূৰ্ণভাবে প্ৰভাৱ বিস্তাৰ কৰিছে। মৌলিক চিন্তা আৰু সূক্ষ্ম অধ্যয়নৰ পৰিচয় দিয়া বৌদ্ধিক প্ৰতিভাসম্পন্ন সমালোচকৰ সংখ্যা সৰহ ন'হলেও পৰিচয়মূলক আলোচনা অথবা প্ৰবন্ধ-লেখকৰ সংখ্যা আশানুৰূপ ভাবে বাঢ়িছে। ভাষা, সাহিত্য, সংস্কৃতি, বুৰঞ্জী, দৰ্শন, বিজ্ঞান আদি বিষয়ক প্ৰবন্ধই এই সময়চোৱাৰ সাহিত্য ভঁৰাল সমৃদ্ধ কৰিছে। বিভিন্ন দিশৰ অধ্যয়নত সহায় কৰাৰ উপৰিও অসমীয়া ভাষাৰ প্ৰকাশিকা শক্তি বৃদ্ধি কৰাত আৰু অসমীয়া কথা-শৈলীৰ বিকাশত এই প্ৰবন্ধ সমূহৰ ভূমিকা মনকৰিবলগীয়া।

**বিৰিঞ্চি কুমাৰ বৰুৱা ঃ** অসমীয়া সাহিত্যৰ সকলো অঙ্গ পুষ্ট কৰাৰ অভিপ্ৰায়েৰে বিৰিঞ্চি কুমাৰ বৰুৱাই সাহিত্যৰ আন আন বিভাগৰ দৰে সমালোচনা সাহিত্যতো হাত দিছিল। এই উদ্দেশ্যে পোনতে তেওঁ সাহিত্য-তত্ত্ব বিষয়ক পুথি 'কাব্য আৰু অভিব্যঞ্জনা' (১৯৪১) ৰচনা কৰে। ক্ৰোচেৰ নন্দনতত্ত্বৰ আহিত সংস্কৃত আলঙ্কাৰিকসকলৰ সাহিত্য-বিচাৰৰ আলোচনা পুথিখনত সন্নিবিষ্ট হৈছে। পুথিখনত লক্ষ্মীনাৰায়ণ সিংহৰ 'কাব্যমে অভিব্যঞ্জনা বাদ' নামৰ হিন্দী গ্ৰন্থখনৰ প্ৰভাৱ স্পষ্ট। অসমীয়া ভাষা, সাহিত্য আৰু সংস্কৃতিত বৰুৱাই বিশেষ ভাবে আলোকপাত

কৰি গৈছে। ভালেমান মূল্যবান প্ৰবন্ধৰ উপৰিও এই বিষয়ক তেওঁৰ পুথিসমূহৰ ভিতৰত 'অসমীয়া কথা সাহিত্য' (পূৰ্বভাগ)' (১৯৫৩), 'অসমীয়া ভাষা আৰু সংস্কৃতি' (১৯৫৭), 'অসমৰ লোক-সংস্কৃতি' (১৯৬১) আৰু ইংৰাজীত লিখা 'Assamese Literature',(১৯৪১) 'Studies in Early Assamese Literature' (১৯৫৩) 'Modern Assamese Literature' (১৯৬০), 'Sankardeva, Vaisnava Saint of Assam' (১৯৫৯) আৰু গৱেষণা গ্ৰন্থ 'A Cultural History of Assam' (১৯৫১) উল্লেখযোগ্য। এইবোৰত বৰুৱাৰ বিস্তৃত অভিজ্ঞতাৰ স্বাক্ষৰ আছে। কিন্তু সৃষ্টিধৰ্মী সাহিত্যৰ সমানে সমালোচনা সাহিত্যত তেওঁ সুনাম অৰ্জন কৰিব পৰা নাই। বৰুৱাৰ আলোচনা বাহুকৈ ব্যাখ্যাত্মক। বহুতো ক্ষেত্ৰত আলোচনা পৰিচয়মূলক হৈ থাকে আছে। আলোচ্য বিষয়ৰ গভীৰতালৈ প্ৰৱেশ কৰাৰ অথবা সূক্ষ্ম অনুসন্ধান-ক্ষমতাৰ পৰিচয় সেইবোৰত নাই। উদাৰ আৰু সহানুভূতিশীল পাঠকৰ দৃষ্টিভঙ্গিৰে বৰুৱাই সাহিত্যৰ মূল্যায়ন কৰিবলৈ চেষ্টা কৰিছে। পুৰণি পুথিৰ সম্পাদনাতো বৰুৱাৰ উল্লেখনীয় বৰঙণি আছে।

**ত্ৰৈলোক্য নাথ গোস্বামী ঃ** বাণীকান্ত কাকতিৰ পাছত সমালোচক হিচাপে যিসকলে প্ৰতিভাৰ পৰিচয় দিছে সেইসকলৰ ভিতৰত ত্ৰৈলোক্য নাথ গোস্বামী অন্যতম। তাত্ত্বিক আৰু ব্যৱহাৰিক উভয় দিশতে তেওঁ হাত দিছে। ইংৰাজী আৰু সংস্কৃত সাহিত্যৰ গভীৰ অধ্যয়ন থকা গোস্বামীৰ সমালোচনাত ভাৰতীয় পৰম্পৰাৰ ৰস-বিচাৰৰ আদৰ্শ অধিক স্পষ্টভাৱে লক্ষ্য কৰা যায়। অৱশ্যে, কোনো বিশেষ সমালোচকৰ সমালোচনা-পদ্ধতি অসমীয়া সাহিত্যত তেওঁ প্ৰয়োগ কৰা নাই। বিস্তৃত অধ্যয়নৰ ফলত সাহিত্য সম্বন্ধে স্পষ্ট ধাৰণা এটি তেওঁৰ মনত গঢ় লৈ উঠিছে আৰু তাৰেই আধাৰত তেওঁ সাহিত্য বিচাৰ কৰাৰ প্ৰয়াস কৰিছে। সাহিত্যৰ স্বৰূপ উপলব্ধি কৰাত গোস্বামীৰ অধ্যয়নপুষ্ট আৰু সংস্কাৰমুক্ত মনে বিশেষভাৱে সহায় কৰিছে। নিৰ্দ্ধাৰিত কোনো আদৰ্শৰ বশৱৰ্তী নহৈ সমালোচনাত প্ৰবৃত্ত হোৱা হেতুকে নবীন প্ৰবীণ উভয়ৰে ক্ষেত্ৰত তেওঁ নিৰপেক্ষতাৰ পৰিচয় দিব পাৰিছে। গোস্বামীৰ

সমালোচনা বিশ্লেষণাত্মক। বিষয়বস্তুৰ ভিতৰলৈ সোমোৱাৰ ক্ষমতা গোস্বামীৰ আছে। অৱশ্যে, তেওঁৰ দক্ষতাৰ পৰিচয় সকলোতে সমভাবে ফুটি উঠা বুলি ক'ব নোৱাৰি। কোনো কোনো ক্ষেত্ৰত তেওঁ আলোচ্য বিষয়ৰ উপৰিভাগতে আবদ্ধ হৈ থকা দেখা গৈছে আৰু তেতিয়া তেওঁৰ সমালোচনাও হৈ পৰিছে পৰিচয়মূলক আৰু প্ৰশংসাপৰ। 'আধুনিক গল্প সাহিত্য'তেই ইয়াৰ নিদৰ্শন আছে। বাহুল্য-বৰ্জনৰ আদৰ্শ গোস্বামীয়ে চকুৰ আগত ৰাখে। তেওঁৰ সমালোচনা দীঘলীয়া উদ্ধৃতিৰে ভাৰাক্ৰান্ত নহয়। ভাব আৰু ভাষাৰ আড়ষ্টতাও তেওঁৰ সমালোচনাত নাই। সাধাৰণতে সৃষ্টিধৰ্মী লেখকৰ প্ৰতি তেওঁ উদাৰ আৰু শ্ৰদ্ধাশীল। গোস্বামীৰ সমালোচনামূলক পুথিসমূহ—'সাহিত্য-আলোচনা' (১৯৫০), 'আধুনিক গল্প-সাহিত্য' (১৯৬৫), 'সমুদ্ৰ মন্থন' (১৯৬৮), 'ইংৰাজী সমালোচনাৰ ধাৰা আৰু অসমীয়া সাহিত্যত ইয়াৰ প্ৰভাৱ' (১৯৭০), 'সাহিত্য-কলা আৰু তাৰ বিচাৰ' (১৯৭২), 'সাহিত্য-সমীক্ষণ' (১৯৮১) আৰু 'নন্দনতত্ত্ব : প্ৰাচ্য আৰু পাশ্চাত্য' (১৯৮১)। শেহৰখন নন্দনতত্ত্ব বিষয়ক প্ৰথম উল্লেখযোগ্য অসমীয়া গ্ৰন্থ। ইয়াৰ উপৰিও ভালেমান পুথিত তেওঁৰ মূল্যবান প্ৰবন্ধ সন্নিবিষ্ট হৈছে। গোস্বামীৰ 'সাহিত্য-আলোচনা' সংস্কৃত আলঙ্কাৰিক-সকলৰ সাহিত্য-বিচাৰৰ আদৰ্শত লিখা সাহিত্য-তত্ত্ব বিষয়ক আলোচনা গ্ৰন্থ। কিন্তু ভাৰতীয় পৰম্পৰাৰ লগতে পশ্চিমীয়া সমালোচনা ৰীতিৰ এক প্ৰকাৰ সমন্বয় সাধনৰ চেষ্টা তেওঁ কৰিছে। ইয়াৰ কিছুদিন আগতে প্ৰকাশিত উমা শৰ্মাৰ 'কাব্যভূমি' (১৯৪৮)ত সাহিত্য তত্ত্বৰ আলোচনাই ঠাই পাইছিল।

**মনোৰঞ্জন শাস্ত্ৰী** (১৯১১-১৯৮৭) **:** ধৰ্ম আৰু দৰ্শন বিষয়ক আলোচনাত মনোৰঞ্জন শাস্ত্ৰীয়ে পাণ্ডিত্যৰ পৰিচয় দিছে। আলোচনী আৰু বাতৰি কাকতত তেওঁৰ ভালেমান গহীন প্ৰবন্ধ সিঁচৰতি হৈ আছে। বৈষ্ণৱ ধৰ্মক লৈ লিখা তেওঁৰ গ্ৰন্থ, 'অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা' (১৯৫৪)ত শাস্ত্ৰীৰ তত্ত্ব অন্বেষণৰ চেষ্টা পৰিলক্ষিত হয়। তেওঁৰ অনুসন্ধিৎসা আৰু পাণ্ডিত্যৰ অন্য এক নিদৰ্শন 'কুমাৰিল ভট্টপাদ আৰু আচাৰ্য্য ধৰ্মকীৰ্তি' (১৯৮৬),

সংস্কৃত সাহিত্যত বুৎপত্তি থকা শাস্ত্ৰীৰ আলোচনাসমূহ পুৰণি পুথিৰ পহীন তথ্য-পাতিৰে সমৃদ্ধ। কিন্তু ধৰ্ম-বিষয়ক আলোচনাত নিজৰ মত প্ৰক্ষেপ কৰাৰ চেষ্টা থকা হেতুকে কোনো কোনো ঠাইত আলোচনা ক্ৰটী-পূৰ্ণ হৈ পৰা দেখা গৈছে। 'অসমৰ বৈষ্ণৱ দৰ্শনৰ ৰূপৰেখা'ৰ ক্ষেত্ৰত এই কথা বিশেষভাবে প্ৰযোজ্য। শাস্ত্ৰীৰ 'সাহিত্য-দৰ্শন' (১৯৬২)ত সংস্কৃত সাহিত্য তত্ত্বৰ গভীৰ আৰু বহল আলোচনা কৰা হৈছে। অৱশ্যে, ঠাই বিশেষে আলোচনা জটিল হোৱাত বিষয়বস্তু বুজিবলৈ টান হৈছে।

**হেম বৰুৱা :** অসমীয়া আৰু পাশ্চাত্য উভয় সাহিত্যৰে আলোচনা কৰিছে হেম বৰুৱাই। বৰুৱা এক অধ্যয়নপুষ্ট মনৰ অধিকাৰী। পাশ্চাত্য সাহিত্যৰ ব্যাপক অধ্যয়ন তেওঁৰ আছে, আৰু সিয়েই তেওঁক সাহিত্যৰ মানদণ্ড নিৰ্ণয়ত আৰু অসমীয়া আৰু পাশ্চাত্য সাহিত্যৰ তুলনামূলক আলোচনাত সহায় কৰিছে। বৰুৱাৰ সমালোচনামূলক পুথিৰ ভিতৰত 'আধুনিক সাহিত্য' (১৯৫০), 'সানমিহলি' (১৯৫৭), 'এই গাঁও এই গীত' (১৯৬১), 'সাহিত্য আৰু সাহিত্য' (১৯৬১), 'আঁচুকুল' (১৯৬৮), 'স্মৃতিৰ পাপৰি' (১৯৭০) আৰু ইংৰাজীত লিখা 'Idle Hours' (১৯৬৫), 'Assamese Literature' (১৯৬২), 'Folk-song of India' (১৯৬৫) আৰু 'Lakshminath Bezbarua' (১৯৬৭) আদিয়েই প্ৰধান। তেওঁৰ প্ৰথম সমালোচনামূলক পুথি 'আধুনিক সাহিত্য'ৰ সাতটি প্ৰবন্ধত আধুনিক পাশ্চাত্য সাহিত্যৰ কেইটামান দিশৰ চমু আলোচনা কৰা হৈছে। 'সানমিহলি', 'আঁচুকুল', 'স্মৃতিৰ পাপৰি' আৰু 'Idle Hours' সাহিত্য আৰু সংস্কৃতি বিষয়ক প্ৰবন্ধৰ সংকলন। পুথিকেইখনত অন্তৰ্ভুক্ত সৰহভাগ প্ৰবন্ধই পৰিচয়মূলক যদিও কেইটামানত লেখকৰ মৌলিক চিন্তা-চৰ্চাৰ স্বাক্ষৰ আছে। 'সাহিত্য আৰু সাহিত্য'ত কবিতাৰ আলোচনাই প্ৰাধান্য লভিছে। পাশ্চাত্য আৰু অসমীয়া সাহিত্যৰ তুলনামূলক অধ্যয়নৰ পৰিচয় ইয়াত ফুটি উঠিছে। ভাৰতীয় লোকগীত সম্পৰ্কে আলোচনা কৰিছে 'এই গাওঁ এই গীত'ত। সেই একেজাতীয় বিষয়বস্তুৱেই ঠাই পাইছে ইংৰাজীত লিখা 'Folk-songs

of India'ত। তেওঁ লিখা 'অসমীয়া সাহিত্যৰ বুৰঞ্জী', 'Assamese Literature' ৰ সৰহভাগ আলোচনাই পৰিচয়মূলক যদিও বৈষ্ণৱ সাহিত্যৰ বিচাৰত বৰুৱাই নিজস্ব দৃষ্টিভঙ্গি প্ৰদৰ্শন কৰিছে। এইবোৰৰ উপৰিও আছে যুটীয়া ভাবে ৰচনা কৰা তেওঁৰ গ্ৰন্থ,'Fairs and Festivals of Assam' (১৯৫৬),ইংৰাজীৰ পৰা অনূদিত আৰু 'পছোৱা'ত প্ৰকাশিত তেওঁৰ প্ৰবন্ধসমূহৰ সংকলন 'পছোৱাৰ ৰেঙনি' (১৯৬৯) আৰু বিভিন্ন পুথি আৰু আলোচনীলৈ আগবঢ়োৱা কেইটামান মূল্যবান প্ৰবন্ধ। তেম বৰুৱাৰ সকলোবোৰ আলোচনা একে স্তৰৰ নহয়। তেওঁৰ কিছুমান আলোচনা উপৰুৱা আৰু বিক্ষিপ্ত। যৌথভাৱে ভাবে প্ৰকাশিত 'ছিন্নমূল' (১৯৭৩) ৰ অন্তৰ্গত প্ৰবন্ধবোৰত এই কথা বিশেষভাবে প্ৰযোজ্য। বৰুৱাৰ ৰচনাত অধ্যয়নৰ ছাপ আছে। কিন্তু এই অধ্যয়ন তেওঁৰ আলোচনাক কেতিয়াবা ত্ৰুটিৰ কাৰণো হৈ পৰিছে। ইয়াৰ বাবেই তেওঁৰ কোনো কোনো আলোচনা পাশ্চাত্য সাহিত্যৰ উদ্ধৃতিৰে ভাৰাক্ৰান্ত হৈ পৰা দেখা গৈছে।

**প্ৰফুল্ল দত্ত গোস্বামী:** অসমীয়া লোক-সাহিত্যত আলোকপাত কৰি লিখা গোস্বামীৰ 'অসমৰ জনসাহিত্য' (১৯৪৮) অসমৰ লোক-সাহিত্য অধ্যয়নৰ প্ৰথম উল্লেখযোগ্য প্ৰচেষ্টা। এই বিষয়ক তেওঁৰ ইংৰাজী গ্ৰন্থ 'Folk Literature of Assam'(১৯৬৫), 'Tales and Ballads of Assam' (১৯৭০) আৰু 'The spring time Bihu of Assam' (১৯৬৬) য়ে অসমৰ বাহিৰত অসমীয়া লোক-সাহিত্যৰ প্ৰচাৰত সহায় কৰিছে। গোস্বামীৰ ৰচনাত চিন্তা-চৰ্চাৰ পৰিচয় আছে; কিন্তু কম পৰিসৰতে বহুতো কথা সামৰিবলৈ যোৱাত আলোচ্য বিষয়ত ভালেখিনি দুৰ্বলতা বৈ গৈছে। তেওঁৰ সাহিত্যতত্ত্ব বিষয়ক গ্ৰন্থ 'সাহিত্য আৰু জীৱন'ত সাহিত্যৰ এটি দিশৰ বহল আলোচনা সন্নিবিষ্ট হৈছে। 'Assamese Drama' নামৰ সৰু পুথিখনেও অসমীয়া নাটকৰ খুলমূল আভাস দাঙি ধৰিছে। গোস্বামীৰ আন কেইখনমান পুথি 'এইযুগৰ সাহিত্য' (১৯৬৯), 'Essays on the Folklore and culture of North-Eastern India' (১৯৮২) আৰু 'জাপানৰ

জনশ্ৰুতি' আৰু অন্যান্য ৰচনা (১৯৮৪) ত সাহিত্য আৰু লোক-সংস্কৃতিৰ ভালেমান সংবাদ আছে।

**অতুল বৰুৱা** (১৯১৯): সৃষ্টিধৰ্মী লেখকৰ প্ৰতি উদাৰ আৰু সহানুভূতিশীল মনোভাব লৈ অতুল বৰুৱা সমালোচনাত প্ৰবৃত্ত হয়। তেওঁৰ সমালোচনা সাধাৰণতে পৰিচয়মূলক আৰু প্ৰশংসাপৰ। বিষয়বস্তুৰ সূক্ষ্ম বিশ্লেষণলৈ নগৈ তাৰ উপবিভাগৰ সৌন্দৰ্য্য-সন্ধান কৰিয়েই তেওঁ ক্ষান্ত থাকে। বৰুৱাৰ আলোচনাত জটিলতা নাই। সহজ-সৰল ভাবে আলোচ্য বিষয়ৰ পৰিচয় প্ৰদান কৰিব পৰাটোৱেই তেওঁৰ বিশেষত্ব। সাহিত্যতত্ত্বৰ জটিল কথাবোৰো সাধাৰণ পাঠকৰ উপযোগীকৈ তেওঁ দাঙি ধৰিব পাৰিছে—'সাহিত্যৰ ৰূপৰেখা' (১৯৫৭) ত। বৰুৱাৰ 'সমালোচনা সাহিত্য' (১৯৬৮) ৰ প্ৰবন্ধবিলাকত সাহিত্যতত্ত্বৰ খলমল আলোচনা সন্নিবিষ্ট হৈছে আৰু তাৰ পাছত ন-পুৰণি দুখন গ্ৰন্থৰ সৌন্দৰ্য্য-বিচাৰ কৰা হৈছে। 'সাহিত্যদৃষ্টি' (১৯৬০) ত সাহিত্য আৰু সাহিত্যিক বিষয়ক সাতটা প্ৰবন্ধই ঠাই পাইছে। বৰুৱাৰ আন কেইখনমান পুথি হ'ল, 'অসমীয়া কাব্যত প্ৰেমৰ বৌৰতী স্তুতি' (১৯৭০), 'লোকদেৱতা শিৱ' (১৯৬৭), 'মনসা কাব্য আৰু ওজাপালি' (১৯৭৪)

**তীৰ্থ নাথ শৰ্মা** (১৯১১): সংখ্যাত সৰহ নহ'লেও তীৰ্থ নাথ শৰ্মাৰ প্ৰবন্ধসমূহত আৰু বিশেষকৈ বৈষ্ণৱ সাহিত্য বিষয়ক প্ৰবন্ধ কেইটাত পাণ্ডিত্যৰ পৰিচয় পোৱা গৈছে। আলোচ্য বিষয়ৰ ভিতৰলৈ প্ৰৱেশ কৰি তেওঁ নতুন তথ্য উদ্ঘাটনৰ চেষ্টা কৰে। ভাষা-সাহিত্য, ধৰ্ম, সংস্কৃতি আদি বিভিন্ন দিশ তেওঁৰ আলোচনাই সামৰি লৈছে। সংস্কৃত সাহিত্যত ব্যুৎপত্তি থকা শৰ্মাৰ বলিষ্ঠ ভাষাই বিষয়বস্তুৰ গাম্ভীৰ্য্য সম্পূৰ্ণভাৱে অটুট ৰখাত সহায় কৰে। পাশ্চাত্য সমালোচনাতকৈ প্ৰাচ্য পৰম্পৰাৰ প্ৰভাৱ তেওঁৰ ৰচনাত অধিক স্পষ্ট। সংস্কৃত অলঙ্কাৰ শাস্ত্ৰৰ প্ৰতি তেওঁৰ অনুৰাগ আছে আৰু তাৰেই নিদৰ্শন হৈছে সাহিত্যতত্ত্ব বিষয়ক গ্ৰন্থ, 'সাহিত্য বিদ্যা পৰিক্ৰমা' (১৯৬২)। 'পঞ্চ-পুষ্প'

(১৯৬৮) ত শৰ্মাৰ সক-বৰ পয়ত্ৰিশটা প্ৰবন্ধ ধৰি ৰখা হৈছে। ইয়াৰ কেইবাটাও প্ৰবন্ধত শৰ্মাই নিজস্ব চিন্তা-চৰ্চা আৰু অধ্যয়নশীলতাৰ পৰিচয় দিছে। এসময়ত কলিকতাৰ এ. এচ, এল ক্লাবৰ জৰিয়তে studies in Sankardeva and Madhavadeva নামৰ এলানি আলোচনামূলক প্ৰবন্ধ তেওঁ আগবঢ়াইছিল। 'আউনীআটী সত্ৰৰ বুৰঞ্জী' (১৯৭৫) তেওঁৰ ইতিবৃত্তমূলক ৰচনা। শেষতীয়া গ্ৰন্থ 'ভক্তিবাদ' (১৯৭৭) ত ভক্তিতত্ত্বৰ আলোচনা কৰা হৈছে।

**মহেশ্বৰ নেওগ** (১৯১৮): অসমীয়া সাহিত্য সংস্কৃতি আৰু নৃত্য কলাই অসমৰ বাহিৰত স্বীকৃতি লাভ কৰাৰ বাবে যিসকল লোকে নিষ্ঠাৰে কাম কৰি আহিছে সেইসকলৰ ভিতৰত মহেশ্বৰ নেওগৰ স্থান সকলোৰে আগত। সমালোচক আৰু গৱেষক হিচাপে নেওগে সৰ্বভাৰতীয় খ্যাতি অৰ্জন কৰিছে। নেওগৰ সমালোচনাতো গবেষকৰ দৃষ্টিভঙ্গিয়েই প্ৰধানকৈ পৰিলক্ষিত হয়। তেওঁৰ সমালোচনাই ভাষা, সাহিত্য, ধৰ্ম, দৰ্শন, সঙ্গীত, নৃত্য, চিত্ৰকলা আদি সকলো দিশ সামৰি লৈছে। অসমীয়া সাহিত্যৰ প্ৰতিটো দিশতে নেওগে আলোকপাত কৰিছে আৰু নতুন তথ্য-পাতি উদ্ঘাটন কৰিছে। নেওগৰ ৰচনাত গভীৰ অধ্যয়ন, বহল অভিজ্ঞতা আৰু বুদ্ধিদীপ্ত অনুসন্ধিৎসাৰ স্বাক্ষৰ আছে। অৱশ্যে, নেওগৰ জ্ঞান-গৰিমা আৰু বিশ্লেষণী শক্তিৰ পৰিচয় সকলো ৰচনাতে সমভাৱে প্ৰকাশিত হোৱা নাই। নেওগৰ পাণ্ডিত্যৰ পৰিচয় বিশেষভাৱে ফুটি উঠিছে বৈষ্ণৱ সাহিত্য আৰু শঙ্কৰদেৱ সম্পৰ্কীয় গ্ৰন্থসমূহত। এই বিষয়ক তেওঁৰ গ্ৰন্থসমূহ হৈছে 'শ্ৰীশ্ৰীশঙ্কৰদেৱ' '(১৯৪৮), 'Sankardeva and his Predecessors' (১৯৫৩), Sankardeva and his times', History of Vaisnava Faith and Movement in Assam' (১৯৬৫) আৰু 'Sankardeva' (১৯৬৭)। অসমৰ নৱবৈষ্ণৱ আন্দোলনৰ গুৰি ধৰোতা শঙ্কৰদেৱৰ ধৰ্ম-সাহিত্যদৰ্শন আদি বিষয়ে বহল আৰু পাণ্ডিত্যপূৰ্ণ আলোচনা নেওগেই আগবঢ়াইছে। 'অসমীয়া গীতি সাহিত্য' (১৯৫৮), 'অসমীয়া প্ৰেম গাথা' (১৯৬১), 'অসমীয়া সাহিত্যৰ ৰূপ-ৰেখা'

(১৯৬২) আৰু 'আধুনিক অসমীয়া সাহিত্য' (১৯৬৭) অসমীয়া সাহিত্য বিষয়ক নেওগৰ কেইখনমান পুথি। অসমীয়া সংস্কৃতিলৈ নেওগৰ অৱদান অবিস্মৰণীয়। এই বিষয়ক তেওঁৰ এখন পুথি হ'ল, 'পুৰণি অসমীয়া সমাজ আৰু সংস্কৃতি' (১৯৫৭)। অসমীয়া সংস্কৃতিৰ বিশিষ্ট অঙ্গ, নৃত্য আৰু সঙ্গীতৰ বিষয়ে নেওগে ভালেমান কথা উদ্ধাৰ কৰিছে আৰু তেওঁৰ সম্পাদনাতে এই সম্পৰ্কীয় কেইবাখনো মহমূলীয়া গ্ৰন্থ প্ৰকাশিত হৈছে। 'মহ ৰেখাত বৰগীত' (১৯৫৮), 'Rhythm in the vaishnava Music in Assam' (১৯৬২), 'Tradition and Style' (১৯৮১)ৰ উপৰিও যুটীয়াভাবে সম্পাদিত, 'সত্ৰীয়া নৃত্য আৰু তাল' (১৯৭৩) নামৰ বৃহৎ গ্ৰন্থখন অসমীয়াৰ আপুকগীয়া সম্পদ। অসমৰ চিত্ৰকলা সম্পৰ্কেও নেওগে আলোচনা কৰিছে আৰু এই বিষয়ক তেওঁৰ ইংৰাজী পুথিখন হৈছে, 'The art of Painting in Assam' (১৯৬৫)। নেওগৰ প্ৰত্নতাত্ত্বিক গবেষণাৰ নিদৰ্শন, 'প্ৰাচ্য শাসনাৱলী' (১৯৭৩) নামৰ সুবৃহৎ গ্ৰন্থখন। উত্তৰ গুৱাহাটীৰ কানাই বৰশী বোৱা শিলালিপিৰ পৰা আৰম্ভ কৰি প্ৰায় ছশবছৰ কালৰ শিলালিপি আৰু তাম্ৰফলিৰ ইতিহাস ইয়াৰ অন্তৰ্ভুক্ত হৈছে। এই গ্ৰন্থখন নেওগৰ অক্লান্ত পৰিশ্ৰম, অসীম ধৈৰ্য্য আৰু তীক্ষ্ণ বিচাৰ-বুদ্ধিৰ সাক্ষীস্বৰূপ। গ্ৰন্থৰ আৰম্ভণিতে সন্নিবিষ্ট সুদীৰ্ঘ পাতনিখনেও নেওগৰ চিন্তা-চৰ্চাৰ পৰিচয় বহন কৰিছে। প্ৰথম অসমীয়া সংবাদপত্ৰ 'অৰুনোদই'ৰ সম্পাদনাতো (১৯৮৩) নেওগৰ তথ্যপূৰ্ণ আলোচনাৰ নিদৰ্শন পোৱা গৈছে। এইবোৰৰ উপৰিও নেওগে প্ৰায় ডেৰ কুৰিতো অধিক গ্ৰন্থ বিজ্ঞানসন্মতভাবে সম্পাদন কৰি উলিয়াইছে আৰু অসম তথা ভাৰতৰ বিভিন্ন পুথি আৰু আলোচনীলৈ কুৰিমান গবেষণামূলক প্ৰবন্ধ আগবঢ়াইছে। তেওঁৰ 'পাঠ-সমীক্ষা' (১৯৮৮) পাঠ-সমীক্ষকসকলৰ হাত-পুথি।

**মহেশ্বৰ নাথ শৰ্মা** (১৯১৭)ঃ সাহিত্যৰ গৱেষণা আৰু আলোচনাত একেবাৰে দীৰ্ঘদিন ধৰি আত্মনিয়োগ কৰা বুৰঞ্জীয়ে লোক কেইজনৰ ভিতৰত সত্যেন্দ্ৰ নাথ শৰ্মাও এজন। উদাৰ আৰু নিৰপেক্ষ দৃষ্টিভঙ্গিৰে

সমালোচনাত প্ৰবৃত্ত হৈ শৰ্মাই অসমীয়া সাহিত্যলৈ উল্লেখযোগ্য বৰঙণি আগবঢ়াইছে। প্ৰাচীন আৰু আধুনিক উভয় সাহিত্যতে তেওঁ আলোকপাত কৰিছে। ভাৰতীয় পৰম্পৰাৰ প্ৰভাৱ তেওঁৰ সমালোচনাত লক্ষ্য কৰা যায়। ঐতিহাসিক দৃষ্টিভঙ্গি তেওঁৰ সমালোচনাৰ আন এটা বৈশিষ্ট্য। শৰ্মাৰ আলোচনামূলক পুথিসমূহ হৈছে -'অসমীয়া উপন্যাসৰ ভূমিকা' (১৯৫৫), 'অসমীয়া সাহিত্যৰ ইতিবৃত্ত' (১৯৫৯), 'অসমীয়া নাট্য সাহিত্য' (১৯৬২), 'সাহিত্যৰ আভাস' (১৯৬৩), 'পৰম্পৰাগত প্ৰাচ্য নাট্যাভিনয়' (১৯৭০), 'অসমীয়া কাহিনী কাব্যৰ প্ৰবাহ' (১৯৭০) আৰু 'অসমীয়া উপন্যাসৰ গতিধাৰা' (১৯৭৬)। শৰ্মাৰ আলোচনাত ভাব-ভাষাৰ জটিলতা নাই সহজ-সৰল ভাবে তেওঁ আলোচ্য বিষয়বস্তুৰ তাৎপৰ্য্য ব্যাখ্যা কৰি পুথিৰ দোষ-গুণ নিৰ্ণয় কৰে। ব্যাখ্যাত্মক আলোচনা তেওঁৰ আদৰ্শ। 'অসমীয়া নাট্য-সাহিত্য'ৰ বাহিৰে আনবোৰত তেওঁ সূক্ষ্ম বিশ্লেষণী-শক্তি অথবা তীক্ষ্ণ দৃষ্টিৰ পৰিচয় দিব পৰা নাই। এটি নিৰ্দ্ধাৰিত পদ্ধতিয়ে তেওঁৰ সেই আলোচনাসমূহ নিয়ন্ত্ৰণ কৰা দেখা গৈছে। 'অসমীয়া সাহিত্যৰ ইতিবৃত্ত'ত শৰ্মাই সমালোচকৰ বিচাৰবুদ্ধি আৰু উদাৰতাৰ পৰিচয় দিছে। সাহিত্যৰ বুৰঞ্জী হিচাপে এই পুথিখনৰ জনপ্ৰিয়তা সৰ্বাধিক। অসমীয়া সাহিত্যৰ প্ৰতিটো যুগৰ পটভূমি আৰু ধাৰাৰ লগতে প্ৰতিজন লেখকৰ সাহিত্য কীৰ্ত্তিৰ বহুলমূল আলোচনা ইয়াত সন্নিবিষ্ট হৈছে। কিন্তু তেওঁৰ সমালোচনা-প্ৰতিভাৰ শ্ৰেষ্ঠ নিদৰ্শন হৈছে, 'অসমীয়া নাট্য-সাহিত্য'। লোক নাট্যানুষ্ঠানৰ পৰা আৰম্ভ কৰি আধুনিক কালৰ একাঙ্কিকালৈকে অসমীয়া নাটকৰ বহল আলোচনা এই গ্ৰন্থখনত আছে। ইয়াতেই তেওঁৰ অধ্যয়নপুষ্ট মন আৰু বিশ্লেষণী-শক্তিৰ পৰিচয় বিশেষভাৱে ফুটি উঠিছে। প্ৰাচ্য আৰু পাশ্চাত্য নাট্য-জগতৰ লৈতে লেখকৰ নিবিড় পৰিচয়ৰ ইঙ্গিত এই গ্ৰন্থই দিছে। 'সাহিত্যৰ আভাস' বিভিন্ন আলোচনীত প্ৰকাশিত তেওঁৰ সমালোচনামূলক প্ৰবন্ধৰ সংকলন। 'The Neo Vaisnavite movement and the Satra institution of Assam,' (১৯৬৬), আৰু 'Epics and Puranas in

Early Assamese Literature' (১৯৭৮) তেওঁৰ ৰচিত দুখন ইংৰাজী গ্ৰন্থ। শৰ্মাৰ শেহতীয়া গ্ৰন্থ 'ৰামায়ণৰ ইতিবৃত্ত' (১৯৮৪) ত ভাৰতীয় ৰামায়ণী সাহিত্যৰ বহল পৰিচয় দাঙি ধৰা হৈছে এইবোৰৰ উপৰিও কেইবাখনো প্ৰাচীন পুথি তেওঁ সম্পাদন কৰি উলিয়াইছে।

**ভবানন্দ দত্ত** (১৯১৯-১৯৫৯): অসমীয়া সমালোচনা-সাহিত্যত এটি নতুন ধাৰা প্ৰৱৰ্তন কৰাৰ চেষ্টা কৰিছিল, ভবানন্দ দত্তই। ৰোমাণ্টিক ভাবাদৰ্শৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰি বাস্তৱধৰ্মী সাহিত্যৰ ভেটি নিৰ্মাণ কৰিবলৈ আগবাঢ়ি অহা এইজন লেখকে সামাজিক অৱস্থাৰ পটভূমিত সাহিত্যৰ মূল্যায়ন কৰিবলৈ বিচাৰিছিল। কলাকৃতিক সমাজ জীৱনৰ পৰা বিচ্ছিন্ন নকৰি সমাজতাত্ত্বিক দৃষ্টিভংগিৰে তেওঁ সমালোচনাত প্ৰবৃত্ত হৈছিল। সমাজ-কল্যাণৰ আদৰ্শ তেওঁৰ চকুৰ আগত আছিল আৰু সাহিত্য-বিচাৰত কলাত্মক দিশটোৰ লগতে সামাজিক দিশটোৰ অনুসন্ধান কৰিছিল। মাৰ্ক্সীয় দৰ্শনৰ প্ৰভাৱত গঢ় লোৱা দত্তৰ সমালোচনাত বিশ্লেষণী শক্তিৰ পৰিচয় লক্ষ্য কৰা যায়। কিন্তু অকাল মৃত্যুয়ে তেওঁৰ প্ৰতিভা সম্পূৰ্ণভাৱে বিকশিত হ'বলৈ নিদিলে। 'আৱাহন'ত প্ৰকাশিত আৰু বৰ্তমানে 'অসমীয়া কবিতাৰ কাহিনী' (১৯৪৯) ত সন্নিবিষ্ট প্ৰবন্ধ কেইটাৰ জৰিয়তে দত্তই এই নতুন পদ্ধতিৰ সমালোচনাৰ পাতনি মেলিছিল ৰবীন্দ্ৰনাথৰ বিষয়ে লিখা তেওঁৰ কেইটামান সমালোচনামূলক প্ৰবন্ধ 'ৰবীন্দ্ৰ প্ৰতিভা' (১৯৬৯) ত সন্নিবিষ্ট হৈছে। মহেন্দ্ৰ বৰাৰ কেইটামান সমালোচনাত আৰু বিশেষকৈ কবিতা আৰু ছন্দ সম্পৰ্কীয় আলোচনাত মৌলিক প্ৰতিভাৰ স্বাক্ষৰ আছে। আধুনিক অসমীয়া কবিতাক জনপ্ৰিয় কৰি তোলাত বৰাৰ আলোচনাই বিশেষভাৱে সহায় কৰিছে। কিন্তু তেওঁৰ সূক্ষ্ম বিচাৰ বুদ্ধি বাৰুকৈ পৰিস্ফুট হৈছে ছন্দ বিষয়ক আলোচনাত। 'অসমীয়া কবিতাৰ ছন্দ' (১৯৬২)নামৰ পুথিখনে বৰাৰ মৌলিক চিন্তাচৰ্চা আৰু সূক্ষ্ম বিশ্লেষণী-শক্তিৰ পৰিচয় দিছে। অসমীয়া কবিতাৰ ছন্দ সম্পৰ্কে বহল আৰু প্ৰণালীবদ্ধ আলোচনাৰ ইয়েই প্ৰথম প্ৰচেষ্টা। বৰাৰ 'সাহিত্য উপক্ৰমণিকা' (১৯৮৫) সাহিত্যতত্ত্ব বিষয়ক

হাতপুথি। সাহিত্য সম্পৰ্কীয় তেওঁৰ আন এখন পুথি, 'সাহিত্য আৰু সাহিত্য' (১৯৮৮)। অসমীয়া লিপিৰ বিষয়েও তেওঁ আলোচনা কৰিছে। এই বিষয়ে তেওঁৰ ইংৰাজীত লিখা পুথিখনৰ নাম The Evolution of Assamese Script (১৯৮১)। ছন্দ বিষয়ক আন এখন পুথি **নৱকান্ত বৰুৱাৰ** 'অসমীয়া ছন্দ-শিল্পৰ ভূমিকা' (১৯৬৪)।

**হোমেন বৰগোহাঞি ঃ** কবি, গল্পকাৰ আৰু ঔপন্যাসিক হিচাপে খ্যাত হোমেন বৰগোহাঞিৰ কেইটামান প্ৰবন্ধত সমালোচকৰ দক্ষতা আৰু তীক্ষ্ণ দৃষ্টিৰ পৰিচয় ফুটি উঠিছে। বৰগোহাঞিৰ আছে, আধুনিক চিন্তা-চৰ্চাৰে সমৃদ্ধ এটি মন আৰু এক উন্নত ৰুচি। সিয়েই তেওঁক নিৰ্ভীক আৰু আৰু নিৰপেক্ষভাৱে সমালোচনাত প্ৰবৃত্ত হ'বলৈ উদগনি দিছে। সমালোচনাৰ মাজত সদায়ে তেওঁ নতুনত্বৰ সন্ধান কৰে আৰু আধুনিক মনোভাবৰ পৰিচয় দিয়ে। অসমীয়া চুটি গল্প আৰু আধুনিক অসমীয়া কবিতা সম্পৰ্কীয় আলোচনা বৰগোহাঞিৰ ব্যাপক অধ্যয়নৰ আৰু বৌদ্ধিক বিচাৰৰ পৰিচায়ক। সমকালীন সাহিত্যৰ সৈতে তেওঁৰ ঘনিষ্ঠ পৰিচয়ৰ ইংগিত ইয়াত আছে। পুৰণি সাহিত্যৰ নতুন মূল্যায়নৰ চেষ্টাও তেওঁ কৰিছে। 'বিভিন্ন নৰক' (১৯৬৬), 'বিশ্বাস আৰু সংশয়' (১৯৬৮) আৰু 'জিজ্ঞাসা' (১৯৮০) তেওঁৰ আলোচনামূলক পুথি।

**হীৰেন গোহাঁই** (১৯৪০) **ঃ** পশ্চিমীয়া সমালোচকৰ আদৰ্শেৰে সমালোচনাত প্ৰবৃত্ত হৈ অসমীয়া সমালোচনা—সাহিত্যত নতুন পদ্ধতি আৰু কৌশল প্ৰৱৰ্তন কৰোঁতাসকলৰ ভিতৰত হীৰেন গোহাঁইৰ নাম উল্লেখযোগ্য। সমালোচকৰ বাবে আৱশ্যকীয় ব্যাপক অধ্যয়ন আৰু তীক্ষ্ণ দৃষ্টি তেওঁৰ আছে। আলোচ্য বিষয়ৰ ভিতৰলৈ সোমাই গভীৰভাৱে বিশ্লেষণ কৰি চোৱাৰ চেষ্টা তেওঁৰ সমালোচনাত পৰিলক্ষিত হয়। প্ৰখ্যাত ইংৰাজ সমালোচক এলিয়ট আৰু লিভিছৰ দ্বাৰা তেওঁ কিছুপৰিমাণে অনুপ্ৰাণিত হৈছে। ইংগ-মাৰ্কিন নব্য সমালোচনাৰ প্ৰভাৱো তেওঁৰ ওপৰত আছে। লিভিছৰ আৰ্হিৰে তেওঁ পুৰণিৰ নতুন-মূল্যায়নৰ চেষ্টা কৰিছে। এই প্ৰসঙ্গত অম্বিকাগিৰী-ৰায়চৌধুৰী, যতীন্দ্ৰনাথ দুৱৰা আদিৰ বিষয়ে কৰা তেওঁৰ আলোচনা

সমূহলৈ আঙুলিয়াই দেখুৱাব পাৰি। এইবোৰকে ধৰি আন বহুতো আলোচনাত গোহাঁইৰ বৈদগ্ধ্যৰ পৰিচয় আছে। কিন্তু তেওঁৰ জটিল ভাষাই কেতিয়াবা আলোচ্য বিষয়ৰ মৰ্ম উপলব্ধি কৰাত বাধাৰ সৃষ্টি কৰে। সাম্প্ৰতিক কালত সমাজবাদী বাস্তৱতাৰ প্ৰতি ঘাইকৈ লক্ষ্য ৰাখি গোহাঁয়ে সাহিত্যৰ বিচাৰ কৰা দেখা গৈছে। হাংগেৰিয়ান সমা-সমালোচক জৰ্জ লুকাচে পোনতে প্ৰবৰ্তন কৰা মাৰ্ক্সীয় সমালোচনাৰ ধাৰা অসমীয়া সাহিত্যত তেওঁ মুকলি কৰিছে। 'সাহিত্যৰ সত্য' (১৯৭০) 'বাস্তৱৰ স্বপ্ন', 'সমাজ আৰু সমালোচনা' (১৯৭১), 'সাহিত্য আৰু চেতনা' (১৯৭৩), 'সৃষ্টি আৰু মুক্তি' (১৯৭২), 'কালক্ৰমৰ' (১৯৭৭), 'বিদ্যায়তন', 'উপন্যাসৰ আধুনিক সমালোচনা' (১৯৮৫) আৰু 'অসমীয়া জাতীয় জীৱনত মহাপুৰুষীয়া পৰম্পৰা' গোহাঁইৰ প্ৰকাশিত সমালোচনামূলক পুথি

**ভবেন বৰুৱা** (১৯৮০) ঃ ইংগ-মাৰ্কিন নব্য-সমালোচনাৰ আৰ্হিৰে ভবেন বৰুৱাই অসমীয়া সাহিত্যত সমালোচনাৰ নতুন পদ্ধতি প্ৰয়োগ কৰিছে। কবিতাৰ শব্দ-প্ৰয়োগ অথবা প্ৰকাশ-ভংগীৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰি আগবঢ়োৱা কেইটামান সমালোচনাত বৰুৱাৰ বিশ্লেষণী-ক্ষমতা আৰু মননশীলতাৰ পৰিচয় পোৱা গৈছে। এই প্ৰসঙ্গত 'ৰামধেনু'ত প্ৰকাশিত 'প্ৰাগুৰুত্বৰ সমস্যা আৰু অসমীয়া সংস্কৃতি' নামৰ প্ৰবন্ধ আৰু 'অসমীয়া'ত প্ৰকাশিত কেইটামান বিশেষ কবিতাৰ সমালোচনালৈ আঙুলিয়াব পাৰি। ইংৰাজী সাহিত্যত উইলিয়াম এম্পছনে সমালোচনাৰ এই পদ্ধতি অৱলম্বন কৰিছিল। এনেধৰণৰ সমালোচনাত সমালোচকৰ পাণ্ডিত্য আৰু সূক্ষ্ম অনুসন্ধানক্ষমতাৰ নিদৰ্শন পোৱা যায়। অৱশ্যে, প্ৰতিটো অংশৰে সূক্ষ্মাতিসূক্ষ্ম বিশ্লেষণৰ ফলত কাব্যৰ সামগ্ৰিক আবেদন হেৰাই যোৱাৰ আশংকা নথকা নহয়। কবিতাৰ উপৰিও 'জীৱনৰ বাটত'কে ধৰি কেইখনমান উপ-ন্যাসৰ আলোচনাতো ভবেন বৰুৱাই সূক্ষ্ম বিচাৰবুদ্ধি আৰু বিশ্লেষণী-শক্তিৰ পৰিচয় দিছে। **ইমৰান শ্বাহৰ** ('দৰ্শন আৰু মনন', 'কবিতাৰ সবিশেষ')ৰ কবিতা সম্পৰ্কীয় কেইটামান আলোচনাত চিন্তা-চৰ্চা আৰু মননশীলতাৰ পৰিচয় আছে। এইসকলৰ উপৰিও তলেমান লেখকে সাহিত্য আৰু সংস্কৃতিৰ

বিভিন্ন দিশৰ আলোচনা আগবঢ়াইছে। **উপেন্দ্ৰ চন্দ্ৰ লেখাৰু** (১৯০৫-১৯৭৯) য়ে 'অসমীয়া ৰামায়ণী সাহিত্য' (১৯৪৮) ত ৰামায়ণক লৈ লিখা অসমীয়া সাহিত্যৰ পৰিচয়মূলক আলোচনা দাঙি ধৰিছে। ৰজনীকান্ত বৰদলৈৰ ঔপন্যাসিক-প্ৰতিভাৰ আভাস দিছে, 'অসমীয়া সাহিত্য-সেৱক ৰজনীকান্ত বৰদলৈ' (১৯৪৮) ত। লেখাৰুৱে সম্পাদন কৰি উলিওৱা 'কথাগুৰুচৰিত' তেখেতৰ সাহিত্যিক জীৱনৰ কীৰ্তিস্তম্ভ। **সত্য প্ৰসাদ বৰুৱাই** 'নাটক আৰু অভিনয় প্ৰসংগ' (১৯৬২) ত নাটক আৰু অভিনয় সম্পৰ্কীয় বহুতো সংবাদ দিছে। সংস্কৃত, পাশ্চাত্য আৰু অসমীয়া নাটকৰ কেইটামান দিশৰ উপৰিও ৰংগমঞ্চৰ ভালেমান কথা পুথিখনত সন্নিবিষ্ট হৈছে। 'নাট্যকাৰ ৰবীন্দ্ৰনাথ' (১৯৬৭) ত ৰবীন্দ্ৰনাথৰ নাট্য প্ৰতিভাৰ বিষয়ে আৰু 'বাৰটোলট্ ব্ৰেখ্ ট্' (১৯৮০) ত জাৰ্মান নাট্যকাৰ ব্ৰেখ্‌টৰ প্ৰতিভাৰ বিষয়ে চমুকৈ আলোচনা কৰা হৈছে। মঞ্চৰ লগত জড়িত কেইবাজনো বিশ্ববিখ্যাত শিল্পীৰ পৰিচয় দাঙি ধৰিছে 'মঞ্চপ্ৰতিভা' (১৯৮০) ত। **ৰাপচন্দ্ৰ মহন্তই** সাহিত্য তত্ত্বৰ কথা থৰচি মাৰি আলোচনা কৰিছে 'জীৱন আৰু সাহিত্য' (১৯৬৭) ত। 'মহাপুৰুষ শঙ্কৰদেৱ' আৰু 'নামঘোষা-তত্ত্বদৰ্শন' তেওঁৰ ভক্তি ধৰ্ম সম্পৰ্কীয় পুথি।

লোক-সাহিত্য আৰু সংস্কৃতি বিষয়ক ভালেমান কথাৰ সন্ধান দিছে, **লীলা গগৈ** (১৯২৮)য়ে 'অসমীয়া লোক সাহিত্যৰ ৰূপৰেখা' (১৯৬৮), 'বিহু এটি সমীক্ষা' (১৯৬৯), 'টাই সংস্কৃতিৰ ৰূপৰেখা' (১৯৭০), 'সীমান্তৰ মাটি আৰু মানুহ' (১৯৬৩) আৰু 'অসমৰ সংস্কৃতি' (১৯৮০)ত। থকতা আৰু সৰল ভাষা গগৈৰ ৰচনাৰ বৈশিষ্ট্য। **নিৰ্মলপ্ৰভা বৰদলৈৰ** 'অসমৰ লোক সংস্কৃতি' (১৯৭২) লোকজীৱনৰ স্বৰূপ অঙ্কন কৰাৰ প্ৰচেষ্টা। 'দেৱী' (১৯৮৩) সংস্কৃতি বিষয়ক তেখেতৰ আন এখন গ্ৰন্থ। **শিৱনাথবৰ্মনৰ** 'নে মনুষ্যা' আৰু 'লোককৃষ্টিৰ উৎস' (১৯৮২) দুখন চিন্তাগধুৰ পুথি। দ্বিতীয়খন সাংস্কৃতিক নৃতত্ত্বৰ তথ্যসমৃদ্ধ আলোচনা। **বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যৰ** 'ভেৰশ বছৰৰ অসমীয়া সংস্কৃতিত এভুমুকি' আন এখন গ্ৰন্থ। আলোচনাত অংশ গ্ৰহণ কৰা আন আন লেখকসকলৰ ভিতৰত ভাৰত চন্দ্ৰ দাস, বিশ্বনাৰায়ণ শাস্ত্ৰী

(‘ভাৰতীয় সভ্যতা আৰু সংস্কৃতি’). **ৰজনীকান্ত দেৱশৰ্মা, মহেশ্বৰ শৰ্মা** (‘সাহিত্য সংস্কৃতিৰ প্ৰবাহ’), **মুকুন্দ মাধৱ শৰ্মা** (‘উপমা কালিদাসস্য’), **বীৰেন বৰকটকী** (‘সাহিত্যৰ পটভূমি’, ‘পাশ্চাত্য সাহিত্যত এভুমুকি’, ‘সাহিত্য সংস্কৃতিৰ দুটি এটি’), দ্বিজেন নাথ (‘গোৱালপৰীয়া লোকসাহিত্যত দৃষ্টিপাত’), **প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য** (‘অসমৰ লোকউৎসৱ’, ‘অসমৰ জনজাতি’), **কেশদা মহন্ত** (‘অসমীয়া ৰামায়ণী সাহিত্য’), **হেমন্ত কুমাৰ শৰ্মা** (‘অসমীয়া সাহিত্যত দৃষ্টিপাত’, ‘অসমীয়া সাহিত্যৰ বেঙুনি’), আব্দুছ ছাত্তাৰ (‘অসমীয়া সাহিত্যৰ বিবিধ আলোচনা’, ‘সংমিশ্ৰণত অসমীয়া সংস্কৃতি’), **শশী শৰ্মা** (‘সাহিত্য দৃষ্টি’ ‘মাধৱ কন্দলিৰ ৰামায়ণ’) ভুবনেশ্বৰী বৈশ্য (‘বৈষ্ণৱ যুগৰ অসমীয়া সাহিত্য’), ভবেন নাৰ্জী (‘বড়ো কছাৰীৰ সমাজ আৰু সংস্কৃতি’), পৰাগ চলিহা (‘অসমীয়া সংস্কৃতি আৰু সাহিত্য’), যতীন গোস্বামী (‘অসমীয়া সাহিত্যৰ চমু বুৰঞ্জী’, ‘সাহিত্য-চিন্তা’), **হৰি নাথ শৰ্মা দলৈ** (‘সাহিত্য আৰু সংস্কৃতি’ ‘শঙ্কৰদেৱৰ প্ৰতিভা’, ‘অসমৰ শক্তি সাধনা আৰু শাক্ত সাহিত্য’, ‘সাহিত্য-প্ৰৱেশ’) **বিষ্ণু প্ৰসাদ ৰাভা** (‘অসমীয়া কৃষ্টিৰ চমু আভাস’), নাৰায়ণ ঘাটোৱাৰ (‘ঝুমুৰ গীতৰ মাজেদি বনুৱাৰ জীৱনত এভুমুকি’). সাৰোজ কুমাৰ দত্ত (‘সাহিত্য জিজ্ঞাসা’), ৰামমল ঠাকুৰীয়া (‘সাহিত্য বিচাৰ’), **নন্দ তালুকদাৰ** (‘কবি আৰু কবিতা’, ‘অসমীয়া সাহিত্য-বিচিত্ৰা’, ‘সংবাদ পত্ৰৰ ব’দ কাঁচলিত অসমীয়া সাহিত্য’), **হৰিশ্চন্দ্ৰ ভট্টাচাৰ্য** (‘অসমীয়া নাট্য-সাহিত্যৰ জিলিঙনি’), পৰীক্ষিত হাজৰিকা (‘অসমীয়া প্ৰবন্ধ মঞ্জৰী’, ‘আলোচনা সাহিত্য’), সত্যেন্দ্ৰ নাৰায়ণ গোস্বামী (‘প্ৰাকৃত সাহিত্য’, ‘অসমীয়া সাহিত্যৰ কথা’), নবীন চন্দ্ৰ শৰ্মা (‘অসমীয়া সাহিত্যৰ আলোক-ৰেখা’, ‘পুৰণি অসমীয়া সাহিত্যৰ সুবাস’, ‘অসমীয়া লোক-সংস্কৃতিৰ আভাস’), ডম্বৰুধৰ দেউৰী (‘দেউৰী সংস্কৃতি’), যোগেন্দ্ৰ নাথ পণ্ডিত (‘বৈষ্ণৱ-দৰ্শন আৰু সাহিত্যৰ পটভূমি’,) তাৰিণীকান্ত ভট্টাচাৰ্য (‘শঙ্কৰদেৱৰ নাট্য প্ৰতিভা’), **প্ৰফুল্ল কটকী** (‘ক্ৰমবিকাশত অসমীয়া কথা শৈলী’, ‘স্বাধীনোত্তৰ অসমীয়া উপন্যাস সমীক্ষা’), **গোবিন্দপ্ৰসাদ শৰ্মা** (‘জীৱনী’: অসমীয়া জীৱনী,

'বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য : ঔপন্যাসিক'), দীনেশ্বৰ ভট্টাচাৰ্য্য (অসমীয়া প্ৰগতিশীল কবিতাৰ ধাৰা'), **বজিত কুমাৰ দেৱ গোস্বামী** আদিৰ নাম উল্লেখ কৰা যায়। **যুগল দাসে** ('অসমৰ লোক-কলা') স্থাপত্য, ভাস্কৰ্য্য চিত্ৰকলা সম্পৰ্কে আৰু **প্ৰদীপ চলিহা** আৰু সুৰেশ গোস্বামীয়ে শঙ্কৰী নাট্য-কলা, সঙ্গীত আৰু নৃত্য সম্পৰ্কে আলোচনা কৰিছে। বিভিন্ন লেখকৰ ৰচনা সংগ্ৰহ কৰি সম্পাদনা কৰাৰ ব্যৱস্থাও কোনো কোনোৱে কৰিছে। ব্যক্তিগত চেষ্টাৰ উপৰিও অসম প্ৰকাশন পৰিষদ, অসম একাদেমি, অসম সাহিত্য সভা, গুৱাহাটী বিশ্ববিদ্যালয়, ডিব্ৰুগড় বিশ্ববিদ্যালয় আদি অনুষ্ঠানৰ চেষ্টা প্ৰশংসনীয়।

ভাষা বিষয়ক আলোচনা যিসকলে কৰিছে সেইসকলৰ ভিতৰত **উপেন্দ্ৰ নাথ গোস্বামী** (ভাষা আৰু সাহিত্য, ভাষা বিজ্ঞান, A Study on Kamrupi—a dialect of Assamese, 'অসমীয়া ভাষাৰ ৰূপ কথা' 'অসমীয়া লিপি') আৰু **গোলোক চন্দ্ৰ গোস্বামী** ('অসমীয়া বৰ্ণ প্ৰকাশ,' 'ধ্বনি বিজ্ঞানৰ ভূমিকা', 'Structure of Assamese')ৰ নাম প্ৰথমেই ল'ব পাৰি। উপেন্দ্ৰ নাথ গোস্বামীয়ে সাহিত্য বিষয়ক আলোচনাতো ভাগ লৈছে। অন্যান্য সকলৰ ভিতৰত **প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য** (A Descriptive Analysis of the Bodo Language), দণ্ডধৰ হাজৰিকা, 'প্ৰাথমিক ভাষাতত্ত্ব', **বিশ্বেশ্বৰ হাজৰিকা**, নগেন ঠাকুৰ (পালি, প্ৰাকৃত অপভ্ৰংশ আৰু অসমীয়া ভাষা', নাৰায়ণ দাস ('বিশ্ব লিপিৰ ভূমিকা'), ভবেন নাৰ্জী, মহেন্দ্ৰ পাটন, পৰীক্ষিত হাজৰিকা, ৰাজেন ৰাভা, বসন্ত কুমাৰ গোস্বামী, মণি ৰাভা, লংকাম টেৰন, মোহিনী ব্ৰহ্ম আদিৰ নাম উল্লেখ কৰিব পাৰি।

বুৰঞ্জীমূলক আলোচনাত প্ৰতাপ চন্দ্ৰ চৌধুৰী (The history of civilization of the people of Assam), সৰ্বানন্দ ৰাজকুমাৰ (চুটীয়া, ভূঞা আৰু মটক ৰাজ্য), সদানন্দ চলিহা (আধুনিক ইউৰোপ), লীলা গগৈ ('বুৰঞ্জীয়ে পৰশা নগৰ', 'হেৰোৱা দিনৰ কথা', 'আহোম জাতি আৰু অসমীয়া সংস্কৃতি', নকুল চন্দ্ৰ ভূঞা (বাৰভূঞাৰ চমু বুৰঞ্জী),

কেশৱ নাৰায়ণ দত্ত (Aspects of the heritage of Assam, Landmarks of the Freedom straugglе in Assam), পদ্মেশ্বৰ গগৈ (The Tai and the Tai kingdom), ভুবন সন্দিকৈ (চাংকৰ ফুকনৰ বুৰঞ্জী), লক্ষ্মী দেৱী (অসমৰ বুৰঞ্জীৰ আখ্যান) ৰ উপৰিও দীনেশ্বৰ শৰ্মা (মঙ্গলদৈৰ বুৰঞ্জী), হেমচন্দ্ৰ দত্ত (ভাৰতৰ স্বাধীনতাৰ ইতিবৃত্ত), ৰামমল ঠাকুৰীয়া (ভাৰতৰ স্বাধীনতাৰ প্ৰথম যুদ্ধ), অম্বিকাচৰণ চৰকাৰ (কোঁচ ৰাজবংশী জাতিৰ ইতিহাস আৰু সংস্কৃতি), জমিৰুদ্দিন আহমদ (মুছলিম জাতিৰ চমু ইতিহাস), লক্ষীধৰ বৰা (ভাৰতৰ স্বাধীনতা আন্দোলনৰ ইতিহাস), দেবেন্দ্ৰ নাথ শৰ্মা (ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ ইতিহাস), বিজয় চন্দ্ৰ ভাগৱতী, অমলেন্দু গুহ, ধ্ৰুবজ্যোতি বৰা (মোৱামৰীয়া গণ-অভ্যুত্থান), সুশীল শৰ্মা (অসমীয়াৰ ইতিহাস : সংঘাত আৰু সংশয়) আদিয়ে বৰঙণি যোগাইছে।

দৰ্শন আৰু মনোবিজ্ঞানৰ আলোচনা আগবঢ়াইছে ৰাধানাথ ফুকন (সাংখ্য দৰ্শন, বেদান্ত দৰ্শন, কথাৰে উপনিষদ, জন্মান্তৰ ৰহস্য), শৰৎ গোস্বামী (ছক্ৰেটিছ, প্লেটো আৰু এৰিষ্টটল', 'মনোবিজ্ঞান'), ভবানন্দ দত্ত (দৃষ্টি আৰু দৰ্শন, Philosophy and India), হৰনাথ শৰ্মা বৰদলৈ (চেতন আৰু অৱচেতন, সমাজ-সমীক্ষা, অপৰাধ আৰু অনাচাৰ), নিলীমা দত্ত, দীপালী দত্ত আদিয়ে। ভৈৰৱ উজা (উম্মুল কোৰাণ), আলিমুন্‌নিছা পিয়াৰ (পোহৰৰ পথ), ৰাপচন্দ্ৰ মহন্ত (ভাৰতীয় ধৰ্ম-সাধনা) আদিৰ ধৰ্ম-বিষয়ক আলোচনাই স্বীকৃতি লভিছে।

যৌনতত্ত্বৰ আভাস দিছে ললিত কুমাৰ বৰুৱা (ইলা ভনীটিলৈ বুকলি চিঠি), অতুল চন্দ্ৰ বৰুৱা (প্ৰজাপতিৰ নিৰ্বন্ধ, মদন আৰু ৰসন্ত), খাদেশ্বৰ শৰ্মা (যৌনতত্ব আৰু দাম্পত্য জীৱন) আৰু দুই-চাৰিজনে। সামাজিক অনুষ্ঠান হিচাপে বিয়াত পালন কৰা বিবিধ আচাৰ নীতিৰ কথা লিখিছে মুকুন্দ শৰ্মাই (বিবাহ বিচিত্ৰা)।

নৃতত্ত্বৰ কথা সহজ-সৰল ভাৱে দাঙি ধৰিছে কুমুদমোহন দাসে (মানৱৰ আদি কথা, বিৱৰ্তনৰ পথত মানুহ, বিবিধ মানৱ, মানুহ)।

বিজ্ঞান জগতৰ বতৰা দিছে কামেশ্বৰ দাস বিপিন বিহাৰী দাস, মোহিনী কুমাৰ বৰুৱা (বিজ্ঞানৰ সাধু), লক্ষ্মীনাথ দাস, দীপেন্দ্ৰ নাথ শৰ্মা, সৰোজ দত্ত মৃগেন্দ্ৰ নাৰায়ণ মহন্ত (আপেক্ষিকতাবাদ), প্ৰসন্ন গোস্বামী, বিনয় কুমাৰ তামুলী (বিশ্বৰহস্য), বিজয় কৃষ্ণ দেৱ শৰ্মা, অনিল কুমাৰ শৰ্মা (চন্দ্ৰলোকলৈ), হিতেন্দ্ৰ বৰুৱা আৰু পাককুটি বৰুৱা (বিজ্ঞান আৰু বৈজ্ঞানিক), সত্যব্ৰত শৰ্মা, দেৱ প্ৰসাদ শৰ্মা, দীনেশ গোস্বামী, শিৱ নাথ বৰ্মন আদিয়ে। দেৱ প্ৰসাদ ফুকন, মথুৰা নাথ ভট্টাচাৰ্য্য ( বহুমূত্ৰ ৰোগ ) আদিয়ে চিকিৎসা বিজ্ঞানৰ দুই-চাৰিটা কথা সৰলভাবে আলোচনা কৰিছে।

পুৰণি মূল্যবান পুথি, আলোচনী, কলি আদি বিজ্ঞানসম্মতভাবে পাঠ-সমীক্ষা পদ্ধতিৰে সম্পাদন কৰি উলিয়াইছে, **উপেন্দ্ৰ চন্দ্ৰ লেখাৰু, কালিৰাম মেধি, হৰিনাৰায়ণ দত্ত বৰুৱা, বিৰিঞ্চি কুমাৰ বৰুৱা, মহেশ্বৰ নেওগ, সত্যেন্দ্ৰ নাথ শৰ্মা, কেশৱানন্দ দেৱ গোস্বামী** আৰু **নবীন চন্দ্ৰ শৰ্মাই**। উপেন্দ্ৰ চন্দ্ৰ লেখাৰুৰ 'কথা গুৰুচৰিত', কালিৰাম মেধিৰ 'অঙ্কাৱলী', হৰিনাৰায়ণ দত্ত বৰুৱাৰ 'শ্ৰীমদ্ভাগৱত', মহেশ্বৰ নেওগৰ 'বৰদোৱা-গুৰু চৰিত', 'প্ৰাচ্য শাসনাৱলী', 'গুৰু-চৰিত কথা', সত্যেন্দ্ৰ নাথ শৰ্মাৰ 'অংকমালা' কেশৱানন্দ দেৱ গোস্বামীৰ 'অংকমালা', 'নামঘোষা', নবীন চন্দ্ৰ শৰ্মাৰ 'শিৱ-পুৰাণ' 'ডাক-প্ৰবচন'ৰ নাম উদাহৰণ হিচাপে ল'ব পাৰি।

পুৰণি উৰলি যোৱা নথিৰ পৰা বহুতো তথ্য উদ্ধাৰ কৰিছে, **যোগেন্দ্ৰ নাৰায়ণ ভূঞাই**। গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ চেষ্টাত ভালেমান পুৰণি পুথি সংগৃহীত হৈছে। এইবোৰ সম্পাদিত হ'লে বহুতো কথাৰ সন্ধান পোৱা যাব পাৰে আৰু অসমীয়া সাহিত্যৰ বুৰঞ্জী নতুনকৈ লিখাৰ প্ৰয়োজন হ'ব পাৰে।

লোক-গীত সংগ্ৰহ আৰু সম্পাদনা কৰিছে, **অতুল চন্দ্ৰ হাজৰিকা** (অসমীয়া লোক গীতি সংগ্ৰহ), **ৰাম চন্দ্ৰ দাস** (মোৰ আইৰ প্ৰাণৰ গীত, কাতৰি), **ভবেন্দ্ৰ নাৰ্জী**, (বড়ো কছাৰীৰ জন-সাহিত্য), **লীলা গগৈ**

(মণিৰাম দেৱানৰ গীত, অসমীয়া লোক গীত, বিহুগীত আৰু বনঘোষা), **আব্দুল মালিক** (অসমীয়া জিকিৰ আৰু জাৰী), **নকুলচন্দ্ৰ ভূঞা** (বৰগীত), **প্ৰফুল্ল দত্ত গোস্বামী** (বাৰ মাহৰ তেৰ গীত), **ফণীন্দ্ৰ নাথ কলিতা** (বাৰমাহী আৰু বিলাপ গীত), **নন্দীৰাম দত্ত**, **বীৰেন্দ্ৰ নাথ দত্ত** (গোৱালপাৰা লোকগীতি), **হেমন্ত কুমাৰ শৰ্মা** (শা·কৰ্ণা লোকগীতি সংগ্ৰহ) আদিয়ে।

অসমীয়া খণ্ডবাক্য, যোজনা, পটন্তৰ আৰু প্ৰবাদ-বচন আদি সংগ্ৰহ কৰাৰ চেষ্টাও দুই চাৰিজনে কৰি আছিছে। এই প্ৰসঙ্গত **বেণুধৰ ৰাজখোৱা** (অসমীয়া খণ্ডবাক্য কোষ), **চন্দ্ৰধৰ বৰুৱা** (বস্তুকোষ), **হৰেন্দ্ৰ নাথ শৰ্মা** (অসমীয়া বচন ভঙ্গি), **ৰামচন্দ্ৰ দাস** (ফকৰা-যোজনা), প্ৰসন্নলাল বৰুৱা (পটন্তৰ মালা), ডিম্বেশ্বৰ নেওগ (বৰবচী), ইন্দ্ৰ নাৰায়ণ বৰা (অসমীয়া প্ৰবচন), ভীমশেখৰ বৰুৱা (প্ৰবচন), [illegible] বৰুৱা (অসমীয়া প্ৰবচন) **সৰ্বেশ্বৰ ৰাজগুৰু** (অসমীয়া প্ৰবাদ)ৰ নাম ল'ব পাৰি। আৰু,৮ চাস্তাৰৰ 'প্ৰসঙ্গ কোষ', আনন্দনাথ শৰ্মাৰ 'ভাৰত মনীষা' আৰু **হৰিনাথ শৰ্মাদলৈৰ** 'ভাৰত কোষ' আন এক শ্ৰেণীৰ কোষ গ্ৰন্থ। কনক মহন্তৰ 'অসমীয়া বিশ্বকোষ' এই জাতীয় গ্ৰন্থৰ প্ৰথম প্ৰচেষ্টা।

**ব্যক্তিনিষ্ঠ আৰু খুহুটীয়া ৰচনা ঃ** ব্যক্তিনিষ্ঠ আৰু খুহুটীয়া ৰচনা উভয়ে ৰম্য ৰচনাৰ অন্তৰ্ভুক্ত হ'লেও প্ৰতিবিধৰে সুকীয়া বৈশিষ্ট্য আছে। কিছুমান ৰচনাৰ থাই লক্ষণ ব্যক্তিনিষ্ঠতা। কোনো এটা বিষয়ে লেখকৰ মনলৈ অহা কিছুমান কথা লঘুভাৱে তাত বৰ্ণনা কৰা হয়। সাধাৰণতে গহীন দাৰ্শনিক তত্ত্বই সেইবোৰত ঠাই নাপায় যদিও কেতিয়াবা লঘুতাৰ মাজেৰে গহীন কথাৰো অৱতাৰণা কৰা দেখা যায়। এই ৰচনাসমূহক ব্যক্তিনিষ্ঠ ৰচনা বুলি ক'ব পাৰি। এইবোৰ ৰচনাই একাষে লেখকৰ মনৰ বাতৰি বহন কৰে আৰু আনহাতে পাঠকক আনন্দ প্ৰদান কৰে। চাৰ্লছ লেম্বৰ ৰচনাৰ দৰে কোনো কোনো লেখকৰ হাতত এইবোৰ আত্মজীৱনীমূলক হৈ উঠা দেখা যায়। লেম্বৰ পাছত পাশ্চাত্যৰ কিছুমান লেখকে ব্যক্তিমুখী ৰচনাৰ আৰ্হি দাঙি ধৰিছে সেইসকলৰ ভিতৰত

বাঁৰওম, হিলাৰী বেলক, লুকাচ গার্দিনাৰ, চেষ্টাৰটন আদিৰ নাম উল্লেখ কৰিব পাৰি। অসমীয়া সাহিত্যত এইবিধ ৰচনাৰ প্ৰথম নিদর্শন হিচাপে এই শতিকাৰ চতুর্থ দশকৰ আগতেই ৰচনা কৰা আৰু 'আৱাহন'ত প্ৰকাশিত মুনীন বৰকটকীৰ 'কনফেচনছ' নামৰ ৰচনাখনিলৈ আঙুলিয়াব পাৰি। আন আন কিছুমান ৰচনাত বস্তুধৰ্মিতা আৰু ব্যক্তিনিষ্ঠতা মিহলি হৈ থকা দেখা যায়। হাস্যৰস এইবিধ ৰচনাৰ অন্যতম উপজীব্য। করুণ, ব্যঙ্গ আৰু বুদ্ধিনিষ্ঠ হাস্যৰস এইবোৰত সোমাই থাকে। তিলক হাজৰিকা ('কত কথা', 'আড্ডা') ডাঃ হেম বৰুৱা ('চপনীয়া', 'নৱগ্ৰহ', 'মোৰ ঘৰখন'), হেম শর্মা ('বাটৰ দুবৰিবন', 'স্বাগতম', 'মদাৰ ফুলৰ মালা'), কিৰণ শর্মা 'ভগ্ন বৰা ('অৰ্দ্ধং ত্যজতি', 'মধুবেণ'), কিত্তি হাজৰিকা ('নাৰকৰ ডায়েৰী'), ললিত বৰা ('ৰঙ বেৰঙ'), নৱকান্ত বৰুৱা (ৰমণীয়) আৰু দুলাল বৰঠাকুৰ আদি ব্যক্তিনিষ্ঠ ৰচনাৰ বৈশিষ্ট্যপূর্ণ লেখক। এওঁলোকৰ আটাইবোৰ ৰচনাই ব্যক্তিনিষ্ঠ নহয়; কিন্তু ব্যক্তিনিষ্ঠ ৰচনাসমূহৰ মাজতো হাস্যৰসৰ সোৱাদ অনুভৱ কৰা যায়। কুমাৰ মধুসূদন ('কিমাশ্চৰ্য্যম' 'মই যে কৰাম বিয়া'), প্ৰেমনাৰায়ণ দত্ত ('ৰসমাধুৰী') 'চিত্ৰসেন যখৰীয়া, লীলা গগৈ (কপলিং ছিগা বেল, বিয়েৰিং চিঠি), মেদেনী মেধি, চিত্তৰঞ্জন হাজৰিকা, ন্যায়সোধা ফুকন, হৰেন্দ্ৰ দেৱ গোস্বামী (চকুৰঙ্গ) 'ধনকান্ত চেতিয়া ফুকন আদিৰ খুচুৰা ৰচনা সমূহত ব্যঙ্গ আৰু করুণ হাস্যৰস সোমাই আছে। কুমাৰ মধুসূদনকে আদি কৰি এওঁলোকৰ কেইবাজনেও সুখপাঠ্য পেৰডি ৰচনা কৰিছে। মধুসূদনৰ ৰচনাত ঠায়ে ঠায়ে বুদ্ধিদীপ্ত হাস্যৰসৰ প্ৰয়োগ চকুত পৰে।

## জীৱনী আৰু ভ্ৰমণ-সাহিত্য

স্বাধীনতাৰ পৰৱৰ্তী কালছোৱাত অসমীয়া জীৱনী-সাহিত্যৰ উন্নতি সাধন হৈছে যদিও জীৱনী ৰচনাৰ পৰম্পৰাগত পদ্ধতিয়েই অসমীয়া

সাহিত্যত প্ৰৱৰ্ত্তিত হৈ আছে। বিংশ শতিকাত পাশ্চাত্য জগতত জীৱনী-সাহিত্যই বিচিত্ৰ ৰূপ পৰিগ্ৰহ কৰিছে আৰু তাৰ ফলস্বৰূপে নতুন জীৱনী, মনস্তাত্বিক জীৱনী আদিকে ধৰি জীৱনীৰ বিভিন্ন শ্ৰেণী উদ্ভৱ হৈছে। অসমীয়া সাহিত্যত এইবোৰৰ সাৰ্থক চেষ্টা ৰৰকৈ পৰিলক্ষিত হোৱা নাই। দুই-এখন জীৱনীমূলক ৰচনাত নতুন নতুন কৌশল অৱলম্বন কৰা হৈছে যদিও অভিনৱ পদ্ধতিৰে লিখা পূৰ্ণাঙ্গ জীৱনী অসমীয়া সাহিত্যত ওলোৱা বুলি ক'ব নোৱাৰি। অৱশ্যে, যোৱা দুটা দশকত কেইখাখনো কলাসুলভ, সুখপাঠ্য জীৱনীৰ আৱিৰ্ভাৱে কিছু আশাৰ সঞ্চাৰ কৰিছে। এইকেইখনত সকলো দোষ-গুণেৰে নায়কৰ ব্যক্তিত্ব পৰিস্ফুট কৰাৰ লগতে সুখপাঠ্যতাৰ ওপৰত গুৰুত্ব দিয়া হৈছে। জীৱনীৰ সকলো আৱশ্যকীয় ঘটনাকে কালানুক্ৰমিক ভাবে সজাই লিপিবদ্ধ কৰা জীৱনীৰ সংখ্যাই আমাৰ সাহিত্যত সৰহ। নিভুঁল তথ্যপাতিৰ সহায়ত নায়কৰ জীৱন আৰু কৰ্মৰ প্ৰকৃত পৰিচয় দাঙি ধৰি লিখা পাণ্ডিত্যপূৰ্ণ জীৱনীও ইয়াৰ ভিতৰত আছে। আলোচ্য কালছোৱাত প্ৰকাশিত জীৱনীসমূহৰ ভিতৰত লেখক-সাহিত্যিকৰ জীৱনীয়েই প্ৰাধান্য লাভ কৰিছে। এনে-ধৰণৰ জীৱনীত নায়কৰ সাহিত্য-কৰ্মৰ আলোচনা হোৱাটো স্বাভাৱিক। কিন্তু তেনেধৰণৰ আলোচনা যাতে নায়কৰ ব্যক্তিত্ব প্ৰকাশত সহায়ক হয় তাৰ প্ৰতি সচেতন হ'ব লাগে। কেইখনমান জীৱনীত বাহিৰে আনবোৰত আমাৰ জীৱনীকাৰসকলে এই লক্ষ্যৰ প্ৰতি বিশেষ চকু দিয়া যেন নালাগে। তথাপি, গতানুগতিক পদ্ধতিৰ মাজতে আমাৰ জীৱনীৰ মানদণ্ড যে আগতকৈ উন্নত হৈছে আৰু সাহিত্যৰ এই দিশটোৰ প্ৰতি লেখক-পাঠকৰ আগ্ৰহ বাঢ়িছে সেই কথা অস্বীকাৰ কৰিব নোৱাৰি।

বেণুধৰ শৰ্মাৰ 'মণিৰাম দেৱান' (১৯৪৮) আৰু 'গঙ্গাগোবিন্দ ফুকন' (১৯৫০) ইংৰাজ ৰাজত্বৰ সময়ৰ দুজন অসমীয়া বীৰ পুৰুষৰ জীৱন বৃত্তান্ত। পুৰণি পুথিকে ধৰি বিভিন্ন উৎসৰ-পৰা সংগ্ৰহ কৰা তথ্যপাতিৰে সমৃদ্ধ এই জীৱনী দুখনত অসমৰ স্বাধীনতা আন্দোলনৰ ইতিহাস সোমাই আছে। শৰ্মাৰ 'অৰ্ঘ্যাৱলী' (১৯৬৪)ৰ অন্তৰ্ভুক্ত জীৱনীসমূহক জীৱনীমূলক ৰচনা আখ্যা দিব পাৰি। কেইবাজনো লোকৰ জীৱন আৰু কৰ্মৰ পৰিচয়-দীয়াত মনোৰম

ভাবে দাঙি ধৰা হৈছে। শঙ্কৰদেৱৰ জীৱন-দৰ্শন আৰু সাহিত্য-কৰ্মৰ পাণ্ডিত্যপূৰ্ণ আলোচনাৰে তেওঁৰ ব্যক্তিত্ব প্ৰতিফলিত কৰা হৈছে. মহেশ্বৰ নেওগৰ 'শ্ৰীশ্ৰীশঙ্কৰদেৱ' (১৯৪৮) ত। শঙ্কৰদেৱৰ নিৰ্ভৰযোগ্য আটাইখিনি কথাই ঠাই পোৱা নেওগৰ 'Sankardeva' (১৯৬৭) এখন পৰিচয়মূলক জীৱনী। শঙ্কৰদেৱৰ জীৱন আৰু সাহিত্য সম্পৰ্কে আলোচনা কৰা আৰু কেইখনমান জীৱনী হ'ল--ডিম্বেশ্বৰ নেওগৰ 'যুগনায়ক শঙ্কৰদেৱ', বাপচন্দ্ৰ মহন্তৰ 'মহাপুৰুষ শঙ্কৰদেৱ' (১৯৬৮) আৰু হৰকান্ত দাসৰ 'শ্ৰীশ্ৰীশঙ্কৰদেৱ' (১৯৬২) আন আন সাধুপুৰুষ, ধৰ্ম-গুৰু আৰু দাৰ্শনিকৰ জীৱনীৰ ভিতৰত ধৰ্মেশ্বৰ কটকীৰ 'গৌতম বুদ্ধ (১৯৬৫), মহাদেৱ শৰ্মাৰ 'সন্ত-চৰিত' (১৯৬৫), অৰ্জুন চন্দ্ৰ দাসৰ 'মহাপুৰুষীয়া ধৰ্মৰ পঞ্চৰত্ন' (১৯৬৬), ভৱকান্ত গোস্বামীৰ 'শ্ৰীশ্ৰীবঙ্কুলা পদ্ম আতাৰ চৰিত্ৰ' (১৯৬৬), অশ্বিনী চৰণ চৌধুৰীৰ 'বৈষ্ণৱগুৰু শ্ৰীশ্ৰীদামোদৰদেৱ' (১৯৬৬), অতুল বৰুৱাৰ 'নবী কথা' (১৯৬৩), জমিৰুদ্দিন আহমদৰ 'হজৰত মোহম্মদ' (১৯৬৮) আৰু 'মহান খলিফা কেইগৰাকী' (১৯৬৯), প্ৰতাপচন্দ্ৰ চৌধুৰীৰ 'মহাপুৰুষ শ্ৰীশ্ৰীহৰিদেৱ (১৯৬৯), শক্তিনাথ বৰুৱাৰ 'গুৰুনানক' (১৯৬৯), বাপচন্দ্ৰ মহন্ত আৰু কেশদা মহন্তৰ 'গোস্বামী তুলসী দাস আৰু ৰামচৰিত মানস' (১৯৭০), দণ্ডীৰাম দত্তৰ 'শিশুবেপা বিনোৱা ভাৱেৰ জীৱনী' (১৯৬১), পৱনাথ শৰ্মাৰ 'বিনোৱাজীৰ জীৱন-কথা' (১৯৬১) আৰু 'ডক্টৰ সৰ্বপল্লী ৰাধাকৃষ্ণন' (১৯৬৩), প্ৰণীতা দেৱীৰ 'আচাৰ্য বিনোৱাভাৱে' (১৯৬৩), শশীকান্ত শৰ্মাৰ 'স্বামী বিবেকানন্দ' (১৯৬৪), শৰৎ চন্দ্ৰ গোস্বামীৰ 'কনফুচিয়াচ' (১৯৬৬), কমলেশ্বৰ চলিহাৰ 'স্বামী বিবেকানন্দ' (১৯৬৭), 'ঈশ্বৰ চন্দ্ৰ বিদ্যাসাগৰ' (১৯৬৭) 'পণ্ডিতা ৰমাবাই' (১৯৬৯), 'এনী বেচাণ্ট' (১৯৬৯), 'ভগ্নী নিবেদিতা'. (১৯৬৯), চিদানন্দ শইকীয়াৰ 'মহৰ্ষি কাৰ্লমাৰ্ক্স', দুলাল বৰদলৈৰ 'এঙ্গেলচ আৰু মাৰ্ক্সবাদ (১৯৭০), নিশিপদ চৌধুৰীৰ 'হিউৱেনচাং' আৰু বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্যৰ 'শ্ৰীঅৰবিন্দ' (১৯৭৩) ৰ নাম উল্লেখ কৰিব পাৰি। যাঠিৰ দশকৰ পৰা ভালেমান সাহিত্যিকৰ জীৱনী প্ৰকাশিত হৈছে। ব্যক্তিগত লোকৰ উপৰিও অসম সাহিত্য সভা, অসম প্ৰকাশন

পৰিষদ আদি অনুষ্ঠানৰ চেষ্টা এই ক্ষেত্ৰত প্ৰশংসনীয়। এই জীৱনী গ্ৰন্থ সমূহৰ বেছিভাগেই সাহিত্য সভাৰ উদ্যোগত উদযাপিত কেইবাজনো সাহিত্যিকৰ জন্ম শতবাৰ্ষিকী উপলক্ষে প্ৰকাশ পাইছে। কেইবাজনো সাহিত্যিকৰ মৃত্যুত শ্ৰদ্ধা তৰ্পণ কৰাৰ উদ্দেশ্যে সাহিত্য সভাই প্ৰকাশ কৰা স্মৃতি-গ্ৰন্থ সমূহৰ নামো এই প্ৰসঙ্গত উল্লেখ কৰিব পাৰি। 'ডিম্বেশ্বৰ নেওগ' (১৯৬৭), 'ঔপন্যাসিক ৰজনীকান্ত বৰদলৈ' (১৯৬৭), 'অম্বিকাগিৰী ৰায়চৌধুৰী' (১৯৬৮), 'ৰঘুনাথ চৌধাৰী' (১৯৬৮), 'নকুল চন্দ্ৰ ভূঞা' (১৯৮১) আদি স্মৃতি গ্ৰন্থসমূহত নায়কসকলৰ জীৱন-কাহিনীতকৈ সাহিত্য-কৰ্মৰ আলোচনাই বাছিকৈ সন্নিবিষ্ট হৈছে। শিল্পী-সাহিত্যিকৰ জীৱনীৰ ভিতৰত যতীন্দ্ৰ নাথ গোস্বামীৰ 'সাহিত্যৰথী বেজবৰুৱা' (১৯৬৭), শশী শৰ্মাৰ 'ৰসৰাজ বেজবৰুৱা' (১৯৬৭), 'পশ্চিম গৰ্ক', (১৯৬৮), 'সময়ে যাব পাছৰি যাব' (১৯৭৬), শিৱনাৰায়ণ শাস্ত্ৰীৰ 'সাহিত্যৰথী বেজবৰুৱা' (১৯৭০), জ্যোতি প্ৰসাদ আগৰৱালাৰ 'চন্দ্ৰকুমাৰ আগৰৱালা' (১৯৬০), হৰিপ্ৰসাদ নেওগ আৰু উমাকৰ কাকতিৰ 'চন্দ্ৰকুমাৰ আগৰৱালা' (১৯৬০), প্ৰতাপ তালুকদাৰৰ 'চন্দ্ৰকুমাৰ আগৰৱালা' (১৯৬৭), কমলেশ্বৰ শৰ্মাৰ 'চম্পাৱতীদেৱৰ কবিতা' (১৯৬৩), দীনবন্ধু তালুকদাৰৰ 'অসম কেশৰী অম্বিকাগিৰী', তিলক দাসৰ 'অম্বিকাগিৰী আৰু তেওঁৰ জীৱনদৰ্শন', সতীন গোস্বামী আৰু বেণু গোস্বামীৰ 'অসম কেশৰী অম্বিকাগিৰী' (১৯৬৫), আৰতী ঠাকুৰিয়াৰ 'ৰায়চৌধুৰীৰ জীৱনসংগ্ৰাম' (১৯৬৮), দুৰ্গেশ্বৰ শৰ্মাৰ 'তাৰ্কিক বাণীকান্ত কাকতি' (১৯৭৪), আৰু 'জীৱনীচয়ন' (১৯৭০)। কাঞ্চন বৰুৱাই লিখা লক্ষ্মীৰাম বৰুৱাৰ জীৱনী— 'সুৰ দেউলৰ পূজাৰী' (১৯৬৮), জ্ঞান বৰাৰ কন্যা উলূপী বৰুৱাৰ 'দেউতালৈ শ্ৰদ্ধাঞ্জলি' (১৯৬৮), শৰৎ বৰুৱাৰ 'জ্যোতিৰ দেউতি' (১৯৬৮), গোকুল ডেকাৰ 'কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভা' (১৯৬৮), কেশৱ শৰ্মাৰ 'হেমচন্দ্ৰ গোস্বামী' (১৯৭২), নব তালুকদাৰৰ 'বনফুলৰ কবি দুৰ্গাবৰ' (১৯৭০), 'হেম বৰুৱাৰ ব্যক্তিত্ব আৰু প্ৰতিভা' (১৯৭১), 'কনকলাল বৰুৱা' (১৯৭২), 'কালিৰাম মেধি' (১৯৭৮), 'সীতানাথ ব্ৰহ্মচৌধুৰী' (১৯৮১), 'সূৰ্য্যকুমাৰ ভূঞা' (১৯৮৪), আব্দুছ ছাত্তাৰৰ 'কৃষ্ণকান্ত

সন্দিকৈ' (১৯৭৫) ভৱপ্ৰসাদ চলিহাৰ 'মহেশ্বৰ নেওগ : মানুহ আৰু কাম' (১৯৭৪), তীৰ্থ নাথ শৰ্মাৰ 'বেণুধৰ শৰ্মা' (১৯৮৩), শচীচন্দ্ৰ বৰবৰুৱাৰ 'নীলমণি ফুকন' (১৯৭০), বিদ্যাকান্ত হাজৰিকাই লিখা মেক্সিমগৰ্কীৰ জীৱনী...'জিলিকিছে থোজ যাব সময়-বালিত' (১৯৭১) আৰু বীৰেন বৰকটকীৰ 'মনীষী টলষ্টয়ক বুজাৰ চেষ্টাৰে' (১৯৮৯)ৰ নাম উল্লেখযোগ্য। তিলক দাসৰ 'বিষ্ণু ৰাভা প্ৰতিভা কিমান ৰাতি' (১৯৭৭), এখন মনোৰম জীৱনী। বিভিন্ন লেখকৰ সম্পাদনাত প্ৰকাশ পোৱা কেইখনমান জীৱনী-গ্ৰন্থও আছে। এইবোৰৰ উপৰিও সৰু সৰু পুস্তিকাৰ আকাৰত শিশুৰ উপযোগীকৈ লিখা ভালেমান জীৱনী আছে।

ৰাষ্ট্ৰনায়ক, জাতীয় নেতা আদিৰ জীৱনীৰ সংখ্যাও বৰ কম নহয়। হৰেন্দ্ৰ নাথ শৰ্মাৰ 'শিবাজী' (১৯৫০), 'অশোক' (১৯৫৮), হাকশাৰ বচিৰৰ 'মহাত্মা গান্ধী' (১৯৫৬), 'প্ৰণীতা দেৱীৰ 'মহাত্মা গান্ধী' (১৯৬৭), অমিয় কুমাৰ দাসৰ 'অসমত মহাত্মা' (১৯৬৯), আব্দুছ ছাত্তাৰৰ 'গান্ধীজীৰ জীৱন কথা' (১৯৬৯), মাণিক চন্দ্ৰ বৰ্মাৰ 'ডঃ ৰাজেন্দ্ৰ প্ৰসাদ' (১৯৫৭), যতীন্দ্ৰ কুমাৰ বৰ্মাৰ 'সৰোজিনী নাইডু' (১৯৬৪) আৰু 'আইকমেন' কমলেশ্বৰ চলিহাৰ 'আব্ৰাহাম লিঙ্কন' (১৯৬৭), শশী শৰ্মাৰ 'লেলিন, ৰুছ বিপ্লৱ আৰু ভাৰত', ভৱানন্দ ৰাজখোৱা আৰু কমলেশ্বৰ চলিহাৰ ৰাষ্ট্ৰবীৰৰ জীৱনী' (১৯৬৯), বিমল নাথৰ 'ভাৰত ৰত্ন লাল বাহাদুৰ শাস্ত্ৰী' (১৯৬৭), ভাৰত চন্দ্ৰ পাঠকৰ 'লালবাহাদুৰ', গোকুল ডেকাৰ 'ভাৰত-ৰত্ন লালবাহাদুৰ' (১৯৬৯), আৰু 'ৰাষ্ট্ৰপতি জাকিৰ হুছেইন' (১৯৭০), ৰাম গোস্বামীৰ 'প্ৰেচিডেণ্ট নিক্সন' (১৯৭০), কৈলাশ শৰ্মাৰ 'লালবাহাদুৰ শাস্ত্ৰী' (১৯৬৯), লক্ষীৰাম দত্তৰ 'ভাৰতৰ মহিলা প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধী' (১৯৬৭), মহাদেৱ শৰ্মাৰ 'লোকপ্ৰিয় গোপীনাথ বৰদলৈ' (১৯৫২), চিত্ৰ মহন্তৰ 'লোকপ্ৰিয় বৰদলৈৰ জীৱনী'ৰ উপৰিও আনুষ্ঠানিক প্ৰচেষ্টাৰ ফলস্বৰূপে প্ৰকাশ পোৱা আনন্দ কলেৰবৰ 'গান্ধীজীৰ সোৱৰণত' (১৯৬৯), ভাগৱীৰ হেমচন্দ্ৰ বৰুৱা স্মৃতিগ্ৰন্থ' (১৯৭১)। 'বিমলা প্ৰসাদ চলিহা' (১৯৭২), আদি উল্লেখযোগ্য। সত্যেন বৰকটকীৰ 'নাপলেয় বোনাপাৰ্ট' (১৯৭৩) আৰু 'আডলফ্ হিটলাৰ' (১৯৮২) দুখন সুলিখিত

বৃহৎজীৱনী। এইবোৰৰ বাহিৰেও মহাত্মাগান্ধী, লালবাহাদুৰ শাস্ত্ৰী আদি নায়কক লৈ লিখা সৰু সৰু শিশুপোযোগী জীৱনী বহুতো প্ৰকাশিত হৈছে।

সমাজ-সেৱী, শিক্ষাবিদ, আৰু দেশপ্ৰেমিকৰ জীৱনীও কেইখনমান ওলাইছে। নকুল চন্দ্ৰ ভূঞাৰ 'ৰাধাকান্ত সন্দিকৈ তাঙবীয়া' (১৯৬১), হৰিপ্ৰসাদ নেওগৰ 'ৰাধাকান্ত সন্দিকৈ' (১৯৬০), 'বিশ্বনাথ ৰাজ-বংশী' (১৯৯৬), প্ৰফুল্ল বৰুৱাৰ 'উত্তম বৰুৱাৰ জীৱনী' (১৯৬২), চিদানন্দ শইকীয়াৰ 'কৰ্মপ্ৰাণ যোগিনীকান্ত' (১৯৬৫), হৰমোহন দাসৰ পুত্ৰ ভুবন মোহন দাসৰ 'দেউতাৰ কথা' (১৯৬৭), আবদুল ছাত্তাৰৰ 'বাহাদুৰ গাওঁবুঢ়া' (১৯৬৯), প্ৰফুল্ল দত্ত গোস্বামীৰ 'মাণিক চন্দ্ৰ বৰুৱা আৰু তেওঁৰ যুগ' (১৯৭০), যতীন্দ্ৰ নাথ গোস্বামীৰ 'জগন্নাথ বৰুৱাৰ জীৱনী' (১৯৭৫), নিৰোদ চৌধুৰীৰ 'ৰাধাগোবিন্দ বৰুৱা' (১৯৭৮) উল্লেখযোগ্য। শেহতীয়াভাৱে প্ৰকাশিত যুগল দাসৰ 'মহেন্দ্ৰ ডেকাফুকন' (১৯৮৩) এখন সুখপাঠ্য জীৱনী। ডেকাফুকনৰ অগতানুগতিক জীৱনৰ কাৰ্য্যকলাপক ইয়াত নিখুঁত আৰু সুখপাঠ্য ৰূপত ফুটাই তোলা হৈছে। এইবোৰৰ উপৰিও প্ৰথম নাথ চক্ৰবৰ্ত্তী, হেৰম্বপ্ৰসাদ বৰুৱা, ৰাধানাথ চাংকাকতী আদিৰ জীৱনী সম্পাদনা কৰি উলিওৱা হৈছে। 'কৰ্মবীৰ চন্দ্ৰনাথ শৰ্ম্মা' এই প্ৰসংগত উল্লেখযোগ্য।

বৈজ্ঞানিক নায়ক মিচাৰ্ছে লৈ লিখা জীৱনী গ্ৰন্থ হ'ল, আবতি ঠাকুৰৰ 'ৰাইট ভ্ৰাতৃদ্বয়' (১৯৬০), হাকমাৰ বচিৰৰ 'এলবাৰ্টআইন-ষ্টাইন' (১৯৬৯) আৰু ৰাজেন্দ্ৰ কুমাৰ ভূঞাৰ 'জীৱনৰ জেউতি' (১৯৬২)।

সতীশ চন্দ্ৰ কাকতিৰ 'জীৱনীমালা' (১৯৫৩), বীৰেন বৰকটকীৰ 'খোজতে মিলাওঁ খোজ' (১৯৫৬), প্ৰফুল্ল দত্ত গোস্বামীৰ 'ইউৰোপৰ মনীষী পাঁচ গৰাকী', 'বীৰ এজন পৃথিক' (১৯৭৮), বিনন্দ বৰুৱাৰ 'অসম গৌৰৱ' (১৯৫৪), হৰেন্দ্ৰ নাথ [illegible] লোকৰ খোজবোৰ' (১৯৬৬), ভাৱন্দ চন্দ্ৰ পাঠকৰ 'বিশ্বৰমণীৰ [illegible] 'অসমৰ ৰমণীয়' (১৯৯০) বিভিন্ন শ্ৰেণীৰ লোকৰ জীৱনীৰ পৰিচিতি তোৱা কেইটামান সংকলন। এইবোৰৰ বহুতো শিশু উপযোগীকৈ লিখা। লাখীনাথ ফুকনৰ 'মহাত্মাৰ পৰা রূপকোঁৱৰলৈ' (১[illegible]) [illegible] আৰু লোকৰ সাহিত্য আৰু

কৰি হোৱা লেখকৰ অভিজ্ঞতাৰ কথা মনোৰমভাবে বৰ্ণনা কৰা হৈছে। নিজৰ অভিজ্ঞতাৰ পৰা দাঙি ধৰা কেইটামান সৰু-সুৰা কথাৰ যোগেদি সেই লোকসকলৰ ব্যক্তিত্ব প্ৰতিফলিত কৰাৰ চেষ্টা পুথিখনত আছে। প্ৰফুল্ল দত্ত গোস্বামীৰ 'এটা জীয়া কাহিনী' (১৯৭৮) এজন অখ্যাত লোকৰ জীৱনী গ্ৰন্থ। মুনীন বৰকটকীৰ 'বিস্মৃত ব্যতিক্ৰম' (১৯৮২), জীৱনীমূলক আলোচনা।

আত্মজীৱনীৰ সংখ্যা এতিয়াও আঙুলিৰ মূৰত লেখিব পৰা হৈ আছে। বেজবৰুৱা, গোহাঞিবৰুৱা আৰু বেণুধৰ ৰাজখোৱাৰ আত্মজীৱনী পুথি আকাৰে ছপা হৈ ওলোৱাৰ কথা কৈ অহা হৈছে। প্ৰথম অসমীয়া আত্মজীৱনী হৰকান্ত মজিন্দাৰ বৰুৱাৰ 'সদৰামিনৰ আত্মজীৱনী' (১৯৬০)ও সম্পাদন কৰি উলিওৱা হৈছে। উনবিংশ শতিকাৰ আদিভাগৰ পৰা মাজভাগলৈ বহুতো তথ্য পাতিৰে এইখন পুথি সমৃদ্ধ। তৈয়বুল্লাৰ 'কাৰাগাৰৰ চিঠি' (১৯৬২) ত তেওঁৰ জেল-জীৱনৰ অভিজ্ঞতাসমূহৰ লগতে স্বাধীনতা আন্দোলনৰ ভালেমান কথা সোমাই আছে। পদ্মধৰ চলিহাৰ 'মোৰ জীৱন-বীণৰ সুৰ' (১৯৬৩) তেওঁৰ জীৱনৰ ঘটনাসমূহৰ অভিলেখ। লক্ষ্মীধৰ শৰ্মাৰ 'জীৱন-স্মৃতি' (১৯৬৩)ত শৰ্মাৰ জীৱন-কাহিনীৰ লগতে সমসাময়িক সমাজখনৰ আভাস পোৱা গৈছে। নন্দমোহন মজুমদাৰৰ 'এৰি অহা দিনবোৰ' (১৯৬৩) ত ব্যক্তিগত জীৱনৰ লগত স্বাধীনতা আন্দোলনৰ ইতিহাস সোমাই আছে। হৰিনাৰায়ণ দত্ত বৰুৱাৰ কৰ্ম ব্যস্ত জীৱনৰ পৰিচয় পোৱা গৈছে তেওঁৰ 'জীৱনৰ কথা' (১৯৬৬) ত। ৰজনীকান্ত বৰদলৈৰ চমু আত্ম-জীৱন চৰিত 'ৰজনী বৰদলৈ ৰচনামালা' (১৯৬৭) ৰ অন্তৰ্ভুক্ত হৈছে। শৈলধৰ ৰাজখোৱাই 'অতীতৰ সোঁৱৰণী (১৯৬৯) ত তেওঁৰ জীৱনৰ সৰু-সুৰা ঘটনাসমূহো আকৰ্ষণীয়ভাবে দাঙি ধৰিব পাৰিছে। 'বেজবৰুৱাৰ পত্ৰলেখা' (১৯৬৭) আৰু বেজবৰুৱাৰ 'দিনলেখা' (১৯৬৯)ৰ পৰা বেজবৰুৱাৰ দৈনন্দিন জীৱনৰ আৰু তেওঁৰ সমসাময়িক দুই চাৰিজন লোকৰ কিছু কথা জানিব পাৰি। মজৰ আলিৰ 'মোৰ জীৱনৰ কিছু কথা' (১৯৬৯)ত পুৰণি গাঁৱলীয়া সমাজৰ ছবি এখনি ভাহি উঠিছে। 'কৃষ্ণ শৰ্মাৰ ডায়েৰী' (১৯৭২)ত স্বাধীনতা আন্দোলনৰ বহুতো কথাই পোৱা গৈছে। বেণুধৰ শৰ্মা, নলিনীবালা দেৱী, অতুল চন্দ্ৰ হাজৰিকা,

**অম্বিকাগিৰী ৰায়চৌধুৰী**ৰ আত্মজীৱনীও প্ৰকাশ হৈছে। নলিনীবালা দেৱীৰ 'এৰি অহা দিনবোৰ' (১৯৭৬) আৰু অমিয় কুমাৰ দাসৰ 'জীৱন-স্মৃতি' (১৯৮৩) দুখন সুখপাঠ্য জীৱন সোঁৱৰণী। অম্বিকাগিৰী ৰায়চৌধুৰীৰ 'মোৰ জীৱন-ধুমুহাৰ এছাটি' (১৯৭৩) নামৰ জীৱন স্মৃতিমূলক ৰচনাত জীৱনৰ বহুতো কথা অকপটে প্ৰকাশ কৰা হৈছে। **'দেৱেশ্বৰ শৰ্মা'**ৰ হেৰাই যোৱা দিনবোৰ' (১৯৮০)ত স্বাধীনতা আন্দোলনৰ জাননিখিনি তথ্য সোমাই আছে।

সত্তৰৰ দশকৰ পাছত কেইবাখনো মনোৰম আত্মজীৱনীমূলক গ্ৰন্থ প্ৰকাশিত হৈছে। **হোমেন বৰগোহাঞি**ৰ 'আত্মানুসন্ধান' (১৯৮৮) আৰু **মামণি ৰয়ছম গোস্বামী**ৰ 'আধা লেখা দস্তাবেজ' (১৯৮৮)ত জীৱনৰ বহুতো অভিজ্ঞতা অকপটে আৰু উপন্যাসৰ দৰে আকৰ্ষণীয়ভাৱে বৰ্ণনা কৰা হৈছে। বৰগোহাঞিৰ সাংবাদিক জীৱনৰ বিচিত্ৰ ৰূপ ফুটি উঠিছে, 'মোৰ সাংবাদিক জীৱন' (১৯৯১)ত। **মহেন্দ্ৰ বৰাৰ** 'উপলা নদীৰ দৰে' (১৯৯০) এখন সুখপাঠ্য আত্মজীৱনী। **মহেশ্বৰ নেওগ**ৰ 'জীৱনৰ দীঘ আৰু বাণি' (১৯৮৮) আৰু **ত্ৰৈলোক্য নাথ গোস্বামী**ৰ 'অতীতৰ কথা' (১৯৯০) আন দুখন আত্মজীৱনীমূলক গ্ৰন্থ।

অসমীয়া ভ্ৰমণ-সাহিত্যই গা কৰি উঠিছে স্বাধীনতা লাভৰ পাছৰ পৰা। স্বাধীনতাৰ পূৰ্বে বিদেশ-ভ্ৰমণৰ পথত সততে বাধা-নিষেধ আৰোপ কৰা হৈছিল। গতিকে, বিদেশলৈ যোৱা লোকৰ সংখ্যা আছিল তেনেই নগণ্য। স্বাধীনতাই সেই বাধা কিছু পৰিমাণে দূৰ কৰাত বিদেশ-ভ্ৰমণ কৰা লোকৰ সংখ্যা ক্ৰমে বৃদ্ধি পাবলৈ ধৰিলে। উচ্চ শিক্ষা লাভৰ কাৰণে বিদেশলৈ যোৱা লোকৰ উপৰিও ৰাজনৈতিক, সাংস্কৃতিক আদি অনুষ্ঠান আৰু দলৰ প্ৰতিনিধি হিচাপে অলেখজন লোকে বিদেশ ভ্ৰমণৰ সুযোগ গ্ৰহণ কৰাত ভ্ৰমণ-কাহিনীয়ে বিকাশ লাভ কৰিলে। **বিৰিঞ্চি কুমাৰ বৰুৱা**ৰ 'সুইজাৰলেণ্ড ভ্ৰমণ' (১৯৪৮) এই কালছোৱাত প্ৰকাশ পোৱা প্ৰথম ভ্ৰমণ-কাহিনী। বৰুৱাৰ আমেৰিকা ভ্ৰমণৰ অভিজ্ঞতাই ঠাই পাইছে 'প্ৰফেছাৰ বৰুৱাৰ চিঠি' (১৯৭৮)ত। আমেৰিকা ভ্ৰমণৰ অভিজ্ঞতা থকা এনেধৰণৰ আন এখন, পুথি, চন্দ্ৰ প্ৰসাদ শইকীয়াৰ 'আমেৰিকাৰ চিঠি' (১৯৬৭)। জ্ঞান মালা বৰুৱাৰ 'আকাশ পৰশি বিদেশলৈ' (১৯৫৪) আৰু ললিত বৰুৱাৰ 'ইউৰোপৰ বাটত' (১৯৫৭) ইউৰোপ-ভ্ৰমণৰ মনোৰম কাহিনী। সংসদৰ সদস্য হৈ এটা কালছোৱাত হেম বৰুৱাই বিভিন্ন

দেশ ভ্ৰমণ কৰিছে আৰু ভ্ৰমণ কাহিনীৰ যোগেদি সেই দেশ সমূহৰ বহুতো কথা পাঠকৰ আগত দাঙি ধৰিছে। বৰুৱাৰ 'সাগৰ দেখিছা' (১৯৫৪) 'আৰু বঙা কৰবীৰ কুল' (১৯৫৯) ক্ৰমে আমেৰিকা আৰু কছ ভ্ৰমণৰ কাহিনী। ইংলেণ্ড আৰু দক্ষিণ পুব এচিয়া ভ্ৰমণৰ অভিজ্ঞতা বৰ্ণোৱা হৈছে ক্ৰমে 'ইংলেণ্ড' (১৯৬৫) আৰু 'মেকং নৈ দেখিলো' (১৯৬৭)ত। বৰুৱা প্ৰকাশভঙ্গিৰ লিখা বৰুৱাৰ কাহিনী উপন্যাসৰ দৰে মনোৰম। বদনৰ 'দুই চেপ্তেম্বৰ' (১৯৫৮) আৰু ঘনশ্যাম তালুকদাৰৰ 'গ্ৰেট বৃটেইন' (১৯৬৭)ত লণ্ডনৰ বহুতো কথাৰ সম্ভেদ পোৱা গৈছে। 'বাইয়াকাণ্ডিওচ' বদনৰ আন এক ভ্ৰমণ কাহিনী। অমলেন্দু গুহৰ 'ছোভিয়েট দেশত এভুমুকি' (১৯৫৯), কনক মহন্তৰ 'বগা তৰা বঙা আকাশ' (১৯৬২), মুৰেন্দ্ৰ মোহন দাসৰ 'টলষ্টয়ৰ দেশ' (১৯৬৯) আৰু চিদানন্দ শইকীয়াৰ 'বঙচুৰা পৃথিবীৰ সেউজীয়া বোল' (১৯৮৮)ত কছিয়াৰ সামাজিক আৰু অৰ্থনৈতিক জীৱনকে আদি কৰি বহুতো কথাৰ ইঙ্গিত দিয়া হৈছে। গুহৰ আন এখন পুথি 'আফগানিস্থানত এভুমুকি' (১৯৬১)ত আফগানিস্থান ভ্ৰমণৰ অভিজ্ঞতাই ঠাই পাইছে। আফগানিস্থান ভ্ৰমণৰ অভিজ্ঞতা থকা আন এটা কাহিনী হৈছে আব্দুছ ছাত্তাৰৰ 'বিদেশত দুদিনমান' (১৯৫৭)। প্ৰফুল্ল দত্ত গোস্বামীৰ 'সোণ ৰূপৰ নহয় সি দেশ' (১৯৬২) আৰু 'পৃথিবীৰ চৌপাশে এপাক' (১৯৬৮), ধৰ্মদত্ত শৰ্মাৰ 'ডেনমাৰ্ক' (১৯৬৬) প্ৰসন্ন গোস্বামীৰ 'বৈদেশিকা', যতীন গোস্বামীৰ 'বাগমতী দেখিলো' (১৯৬৮), অনু বৰুৱাৰ 'সাগৰ দেখিলো' (১৯৬৮), নিৰুপমা ফুকনৰ 'ইউৰোপৰ সৌৰভ' (১৯৮০) আৰু জয়ন্তী চুতীয়াৰ 'হাইকু আৰু চামুৰাইৰ দেশত' (১৯৯১) আন কেইটামান উল্লেখযোগ্য ভ্ৰমণ-কাহিনী। তাছাড়া, বিভিন্ন ঠাই ভ্ৰমণ কৰি লিখা কাহিনীসমূহৰ ভিতৰত হৰিনাৰায়ণ দত্ত বৰুৱাৰ 'ভাৰত ভ্ৰমণ' (১৯৪৫), মুকুন্দ বৰুৱাৰ 'নিমতীৰ্থ বদ্ৰিনাথ' (১৯৫২), হেমন্ত শৰ্মাৰ 'কাবেৰীৰ পাৰে পাৰে' (১৯৬৩), মুহাম্মদ হুমায়ুন ৰহমানৰ 'তুষাৰ মৰুৰ প্ৰান্তৰ' (১৯৬৩) আৰু আতাউৰ ৰহমানৰ '[illegible] ঘূৰিলো' (১৯৭২)ৰ নাম উল্লেখ কৰিব পাৰি। এইবোৰৰ উপৰিও আনেমান লোকে বিদেশ ভ্ৰমণৰ অভিজ্ঞতা প্ৰবন্ধ আকাৰে আলোচনীৰ পাতত প্ৰকাশ কৰিছে।